NARENDRADEV SHASTRI

# PRABANDHA SAMAGRA

a collection of articles in assamese

D T P Cover Design **Colourplus**

Published by
**UDAYAN PRAKASH**
Survey, Beltola
Guwahati-28

Price One fifty only

প্ৰথম সংস্কৰণ ঃ ২০১০

পৰিবেশক ঃ প্ৰবোধ কলিতা
চিটিজে'ন স্পৰ্টছ্, মেইন ৰোড
তেজপুৰ - ৭৮৪০০১

প্ৰচ্ছদ ঃ সমুজ্জ্বল বৰ্মন

বৰ্ণ সংস্থাপন আৰু অঙ্গসজ্জা ঃ তৰণী কলিতা

'উদয়ন প্ৰকাশ'ৰ হৈ মৃণাল কুমাৰ শৰ্মাৰ দ্বাৰা
চাৰ্ভে, বেলতলা, গুৱাহাটী-৭৮১০২৮ পৰা প্ৰকাশিত আৰু
কালাৰপ্লাছ, ৰাজগড় ৰোড, গুৱাহাটী-৭৮১০০৩
ফোন ঃ ৯৮৬৪০ ৩৩৫২৯ ত মুদ্ৰিত।

মূল্য ঃ ১৫০.০০ টকা

শিল্পী ৰাজেশ্বৰ শৰ্মা (ৰাজু)
স্নেহাস্পদেষু

# নৰেন্দ্ৰদেৱ শাস্ত্ৰী

## এক চমু পৰিচিতি

দৰং জিলাৰ অন্তৰ্গত মঙ্গলদৈৰ দেওমৰনৈৰ বৰিগাঁৱত ১৯২৮ চনৰ ১০ ডিচেম্বৰ (২৩ আঘোণ, সোমবাৰ)ত নৰেন্দ্ৰদেৱ শাস্ত্ৰীৰ জন্ম। তেওঁ ঁ অলকানন্দ শৰ্মা আৰু ঁ নলিনীবালা দেৱীৰ জ্যেষ্ঠ সন্তান।

শাস্ত্ৰীয়ে বৰিগাঁও প্ৰাথমিক বিদ্যালয়তে শিক্ষা জীৱনৰ পাতনি মেলি মঙ্গলদৈ হাইস্কুল আৰু দৰঙৰ সৰ্বানন্দ সংস্কৃত বিদ্যালয়ত ১৯৪৫ চনত সংস্কৃতত শিক্ষা গ্ৰহণ কৰে। উল্লেখযোগ্য যে তেওঁ তিনিখনকৈ ইংৰাজী কাকতত সৰ্বোচ্চ নম্বৰ লাভ কৰি প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৪৮ চনত সংস্কৃতৰ উচ্চ শিক্ষাৰ কাৰণে তেওঁ কাশী যাত্ৰা কৰি ক্ৰমে গোধৌলিয়া এছ. কে. এছ কলেজ আৰু বাৰানসীৰ নৱযুগ হিন্দী সাহিত্য বিদ্যালয়ত শিক্ষা গ্ৰহণ কৰে। তেওঁ অসমৰ মণিকুলাশ্ৰম বৈদিক চতুষ্পাঠীৰো ছাত্ৰ আছিল। ১৯৫১ চনত তেওঁ পানিনী ব্যাকৰণত স্বৰ্ণ পদক

সহ প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰে। পাছত দুধনৈ হিন্দী প্ৰশিক্ষণ কেন্দ্ৰৰ পৰা শিক্ষা বিশাৰদ ডিগ্ৰী লৈ ১৯৫৩ চনত ৱাৰ্ধাৰ পৰা দ্বিতীয় উপাধি পৰীক্ষা 'ৰত্ন'ত উত্তীৰ্ণ হয়। 'উপন্যাস সম্ৰাট ৰজনীকান্ত বৰদলৈৰ সাহিত্যিক অৱদান' শীৰ্ষক গৱেষণা গ্ৰন্থৰ বাবে (হিন্দী) তেওঁ পি. এইছ্. ডি. ডিগ্ৰী লাভ কৰে।

শাস্ত্ৰীদেৱে প্ৰথমতে জন্মস্থান বৰিগাঁৱতে ন-পুখুৰীৰ পাৰত 'সৰোজিনী নাইডু প্ৰাথমিক বিদ্যালয়' প্ৰতিষ্ঠা কৰি তাতে ভালেমান দিন শিক্ষকতা কৰিছিল। গাঁৱৰে কেইজনমান ডেকাক লৈ ৰাজহুৱা পুথিভঁৰাল স্থাপন কৰিছিল। সৰুতেই 'শক্তি সাধক সংঘ' প্ৰতিষ্ঠা কৰি সমাজ জীৱনৰ পাতনি মেলি আ-মৃত্যু পৰ্যন্ত সামাজিক জীৱনটোক সাংসাৰিক জীৱনৰ পৰা পৃথক কৰি ৰাখিছিল। ১৯৪২ চনত তেওঁ গণ-আন্দোলনত জপিয়াই পৰি স্কুল ত্যাগ কৰিছিল। কিন্তু দেশে যেতিয়া স্বাধীনতা লাভ কৰিছিল তেওঁ কিন্তু 'মুক্তি যুঁজাৰু' পেঞ্চন লোৱা নাছিল। বিজয় চন্দ্ৰ ভাগৱতীৰ দৰে বৰেণ্য ব্যক্তিসকলে কোৱা সত্বেও 'মাতৃভূমি'ৰ কাৰণে এই কাম কৰা বুলি কৈ তেওঁ এই পেঞ্চন ভোগ কৰিবলৈ অমান্তি হৈছিল। কিন্তু আনে এই পেঞ্চন পোৱাত তেওঁ সহায় কৰি দিছিল।

শাস্ত্ৰীদেৱে কিছুদিন দেওমৰনৈ হাইস্কুলত শিক্ষকতা কৰিছিল। তাৰ পাছত ক্ৰমে টংলা হাইস্কুল, আগিয়া হাইস্কুল, মাজবাট হাইস্কুল, ৰাঙাপাৰা হাইস্কুল, হৰিশিঙা হাইস্কুল, ঢেকীয়াজুলী হাইস্কুল, তেজপুৰ বেঙ্গলী বয়জ আৰু শেষত তেজপুৰ একাডেমীত ১৯৬৫ চনত যোগদান কৰি ১৯৮৯ চনত অৱসৰ গ্ৰহণ কৰে।

শাস্ত্ৰীদেৱে ১৯৫৪ চনত কনকলতা দেৱীৰ লগত বৈবাহিক জীৱন আৰম্ভ কৰে। তেওঁৰ দুই পুত্ৰ হেমেন্দ্ৰ কুমাৰ শৰ্মা আৰু বীৰেন্দ্ৰ কুমাৰ শৰ্মা, একমাত্ৰ কন্যা হিমাদ্ৰি কুমাৰী শৰ্মা।

শিক্ষা জীৱনৰ লগে লগে শাস্ত্ৰীদেৱে সাহিত্য চৰ্চাতো মনোনিবেশ কৰে। সৰুতে হাতে লিখা আলোচনীত প্ৰথম লেখনীবোৰ প্ৰকাশ পাইছিল, পাছলৈ এম. ইব্ৰাহিম আলিৰ সম্পাদনাত প্ৰকাশ পোৱা শিশু আলোচনী 'কঁহচি জোন'ত লিখিবলৈ লয়। সেই যে লিখিবলৈ ল'লৈ, ২০০৯ চনৰ ১৪ নবেম্বৰ পৰ্যন্ত তেওঁৰ কলম থমকি ৰোৱা নাছিল। সন্দেহ নাই বহুতো প্ৰবন্ধ তেওঁৰ অপ্ৰকাশিত হৈ আছে, কিন্তু তিনি হাজাৰ (৩,০০০)ৰো অধিক প্ৰবন্ধ তেওঁৰ প্ৰকাশো পাইছে।

শাস্ত্ৰীদেৱে তেওঁৰ জীৱন কালৰ চমু সময়খিনিত অসমীয়া সাহিত্য জগতলৈ আগবঢ়োৱা প্ৰকাশিত পুথি সমূহ হৈছে—

১। অস্ত আকাশৰ ৰং (উপন্যাস)

২। মল্লিকা (উপন্যাস)

৩। কটাক্ষ (ব্যঙ্গ কবিতা)

৪। বিদায়ৰ চকুলো (কবিতা)

৫। মোৰ একাৱন্নটি কবিতা (অটল বিহাৰী বাজপেয়ীৰ কবিতাৰ অনুবাদ)
৬। বাসৱদত্তা (অনুবাদ)
৭। মুক্ত নাৰী (অনুবাদ)
৮। বিদায় (অনুবাদ)
৯। বতুৱা ঘোঁৰাৰ দাঁত (খুহুতীয়া কথা)
১০। স্ফুলিঙ্গ (কবিতা)
১১। পদ্মনাথ গোহাঞি বৰুৱা (জীৱনী)
১২। শ্ৰীঅৰবিন্দ (জীৱনী)
১৩। ভাৰতীয় সাধু আৰু খ্ৰীষ্টান মিছনেৰী (অনূদিত পদ্য)
১৪। কৃতিৰূপ সংঘ দৰ্শন (ইতিহাস)
১৫। আকাশত সীমাৰ সন্ধান (সম্পাদিত পুথি)
১৬। সাম্প্ৰতিক কবিতা (সম্পাদিত পুথি)
১৭। ভগাবীন (সম্পাদিত পুথি)
১৮। সদানন্দ চলিহা ঃ জীৱন আৰু কৃতিত্ব পুথিৰ তেওঁ প্ৰকাশক আছিল।

ইয়াৰ উপৰিও 'জাতীয় গীতৰ সংকলন', দেশ প্ৰেম মূলক ভালেমান গ্ৰন্থত তেওঁৰ গীত, প্ৰবন্ধ আদি আছিল, য'ত তেওঁৰ নাম নাই। নাম নাই, ভালেমান অনুষ্ঠানে প্ৰকাশ কৰি উলিওৱা, তেওঁ সম্পাদনা কৰি দিয়া পুথি সমূহত। বহু ব্যক্তি, অনুষ্ঠানে তেওঁৰ সৰলতাৰ সুযোগ লৈছিল আৰু তেওঁ 'বঞ্চনা'ৰ বলি হৈছিল।

আনহাতে এশৰো অধিক 'স্মৃতিগ্ৰন্থ' তেওঁ সম্পাদনা কৰিছিল। ৪/৫ খন পূৰ্ণাঙ্গ নাটকৰ উপৰিও প্ৰায় ৫০ খন একাংকীকা নাট লিখিছিল। তাৰে ২০/২৫ খন মঞ্চস্থও হৈছিল।

**শাস্ত্ৰীদেৱৰ সাংবাদিক জীৱন এনেধৰণৰ—**

| | |
|---|---|
| মুখ্য সম্পাদক | ঃ আজিৰ বাতৰি |
| | ঃ আজকো বাৰ্তা |
| সম্পাদক | ঃ স্বাগতা |
| সহযোগী সম্পাদক | ঃ অৰ্ধ সাপ্তাহিক 'মহাজাতি' |
| | ঃ হিন্দী মহাজাতি |
| | ঃ নেফাম টাইমস্ (ইংৰাজী), |
| নিজ বাৰ্তা সংস্থা | ঃ সংবাদ বিহঙ্গম। |

তদুপৰি তেওঁ মহাজাতি, নতুন অসমীয়া (দৈনিক), ৰাষ্ট্ৰীয় বাতৰি (দৈনিক), দৈনিক অগ্ৰদূত, তিনিদিনীয়া অগ্ৰদূত, হিন্দী দৈনিক উত্তৰ কাল, হিন্দী চেণ্টিনেল

(দৈনিক), সাপ্তাহিক জনমভূমি, নীলাচল, গণতন্ত্র, 'আলোক'ত তেওঁ সাংবাদিকতা কৰিছিল। আনহাতে কলকতাৰ পৰা প্ৰকাশিত বঙলা সাপ্তাহিক 'স্বস্তিকা', লক্ষ্ণৌ (এতিয়া নতুন দিল্লী)ৰ পৰা প্ৰকাশিত 'পাঞ্চজন্য'তো তেওঁ বাতৰি পৰিবেশন কৰিছিল। বহু ভাষী বাতৰি প্ৰতিষ্ঠান 'হিন্দুস্থান সমাচাৰ'ৰ তেওঁ ১২ বছৰ কাল সংবাদদাতা আছিল।

শাস্ত্ৰীদেৱৰ অপ্ৰকাশিত পুথিৰ সংখ্যা আঙুলিৰ মূৰত লেখিব পৰা বিধৰ নহয়। তেওঁৰ ভালেমান লেখনি পাণ্ডুলিপিৰ আকাৰত আছে যদিও কিছু সিঁচৰতি হৈ পৰি আছে। জৰুৰী অৱস্থাৰ সময়ত গণতন্ত্ৰ ৰক্ষাৰ্থে তেওঁ ১৯৭৫ চনৰ ৫ জুলাইৰ পৰা ১৯৭৬ চনৰ ১২ জুলাই পৰ্যন্ত কাৰাবাস খাটিবলগীয়া হৈছিল। সেই সময়ত কাৰাগাৰবাসীৰ দুখ-দুৰ্দশাক লৈ লিখি উলিয়াইছিল 'কাৰাগাৰ নামৰ দুৰ্গ' এটাত। তেওঁৰ প্ৰাণৰো অধিক এই পুথিখন প্ৰকাশৰ বাবে অপ্ৰাণ চেষ্টা কৰিছিল। কিন্তু তেওঁৰে বন্ধু এজনৰ পুত্ৰ বধুৱে তেওঁৰ পৰা ধন আদায় লৈও কিতাপখন প্ৰকাশৰ বাবে কোনো উদ্যম হাতত নল'লে।

এইজনা মহান ব্যক্তিকেই— (১) ১৯৯৬ চনত সংবাদ সেৱাৰ স্বীকৃতি স্বৰূপে অসমৰ বাতৰি কাকতৰ ডেৰশ বছৰীয়া জয়ন্তী উদ্‌যাপন সমিতিয়ে সম্বৰ্ধনা জ্ঞাপন কৰিছিল।

(২) ১৯৭৭ চনত নতুন দিল্লীত ভাৰতীয় দলিত সাহিত্য একাডেমীয়ে সুদীৰ্ঘকাল ধৰি সাহিত্য আৰু সমাজ সেৱাৰ মাধ্যমত দলিত আৰু পিছপৰা সম্প্ৰদায়ৰ হিতাৰ্থে কাম কৰাৰ বাবে ড° আম্বেডকাৰ নেছনেল ফেলছীপ বঁটা প্ৰদান কৰে। এই বঁটা লাভ কৰা তেওঁ শোণিতপুৰৰ প্ৰথমজন ব্যক্তি। প্ৰধান মন্ত্ৰী অটল বিহাৰী বাজপেয়ী ডাঙৰীয়াই তেওঁক এই বঁটা প্ৰদান কৰিছিল।

(৩) ২০০২ চনত কলকতাস্থ মহাজাতি সদনত 'আন্তৰ্জাতিক জ্যোতিষ সন্মিলন'ৰ ৰূপালী জয়ন্তী উপলক্ষে 'জ্যোতিষ গৱেষণা প্ৰকল্প'ই জ্যোতিষৰ প্ৰচাৰ আৰু গৱেষণা মূলক কামৰ কাৰণে 'জ্যোতিষ বিশ্ববিদ্যাচাৰ্য' উপাধি প্ৰদান কৰে। উক্ত সভাত এই সু-বক্তা গৰাকীয়ে সংস্কৃত ভাষাতে সাৰগৰ্ভ ভাষণ প্ৰদান কৰি সমগ্ৰ ভাৰতৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছিল। তদুপৰি তাত তেওঁ Man of the year নিৰ্বাচনৰ এগৰাকী বিচাৰক আছিল।

(৪) ২০০২ চনতে তেওঁ পাইছিল 'ভাৰত ভূষণ' আৰু 'জৱ চাৰ্ণক বঁটা' (কলকাতা)।

(৫) ২০০৩ চনত অসম জ্যোতিষ মহাসভাই তেওঁলৈ 'জ্যোতিষ প্ৰদীপ' সন্মান আগবঢ়ায়।

(৬) ২০০৫ চনত জীৱনজোৰা কাব্য সাধনাৰ বাবে অসম কবি সন্মিলনৰ 'কাব্য প্ৰাণ' উপাধি প্ৰদান।

(৭) অসমীয়া ভাষা-সাহিত্যৰ বিশাল ক্ষেত্ৰখনৰ উপৰিও বঙলা, হিন্দী, নেপালী, সংস্কৃত, ইংৰাজী আৰু উড়িয়া ভাষাতো প্ৰবন্ধ-পাতি লিখি সৰ্বভাৰতীয় ক্ষেত্ৰত এক বিশেষ স্থান দখল কৰাৰ উপৰিও সাংবাদিকতাৰ ক্ষেত্ৰত তেওঁৰ স্তম্ভলেখক হিচাপে দেশজোৰা খ্যাতি আছে। এই পৰিপ্ৰেক্ষিতত ২০০৮ চনৰ এপ্ৰিল মাহত উত্তৰ প্ৰদেশৰ ৰাজধানী লক্ষ্ণৌত ৰাষ্ট্ৰধৰ্ম মাসিক আৰু হিন্দুস্থান সমাচাৰৰ তৰফৰ পৰা অহিন্দী বলয়ৰ পৰা একমাত্ৰ নিৰ্বাচিত লেখক হিচাপে ৰাষ্ট্ৰধৰ্ম সন্মান ও ভানু প্ৰতাপ শুক্ল স্মৃতি পুৰস্কাৰ ২০০৮ চনত তেওঁক প্ৰদান কৰে।

এই জনা মহান ব্যক্তিয়ে ২০০৯ চনৰ ১৯ নবেম্বৰ (৩ আঘোণ, বৃহস্পতিবাৰ)ত ইহলীলা ত্যাগ কৰে।

# একাষাৰ

বৰ্তমানৰ ৰূঢ় বাস্তৱে কঠিন শিলত কাটিছে মোৰ মন। হয়, ২০০৯ চনৰ সেই ভাগৰুৱা দিনটোত ময়েই গুৱাহাটীলৈ মাতি আনিছিলো পণ্ডিত, নিৰহঙ্কাৰ, কবি, পত্ৰকাৰ, সাংবাদিক, মোৰ দেউতা নৰেন্দ্ৰদেৱ শাস্ত্ৰীক। মই তেওঁক জুলুম কৰিছিলোঁ, প্ৰবন্ধৰ বাবে তাগিদা দিছিলোঁ। 'আপোনাৰ জীৱনটো সদায় আনৰ বাবে উছৰ্গিত' বুলি কৈ মোবাইল ফোনটো থৈ দিছিলোঁ। অৱশ্যে প্ৰথমবাৰৰ বাবে তেওঁ মোক অসন্তুষ্ট নকৰিলে। প্ৰবন্ধৰ টোপোলাসহ 'মাক'লৈ নৰিয়া দেহেৰে তেওঁ মোৰ ঘৰ ওলালহি। মোৰ ইচ্ছা আছিল (বহুত) নিজৰ বাবে কোনো দিনে একো নিবিচৰা তেওঁৰ ১০ ডিচেম্বৰৰ 'জন্ম দিৱস'ৰ দিনাই 'প্ৰবন্ধ সংকলন' এটা উন্মোচন হোৱাকৈ প্ৰকাশ কৰো। দেউতায়ো মোৰ কথাত হয়ভৰ দি মোক প্ৰবন্ধ-পাতিবোৰ গোটাই মেলি লোৱাত সহায় কৰিলে। ডি.টি.পি.লৈ পঠাবৰ সময়ত মই কথা কেইটামান সোধাত তেওঁ ক'লে— 'তই অকণো চিন্তা নকৰিবি, মই কিতাপখনৰ আগকথাত সকলো লিখিম।'

আজি এবছৰ হৈ গ'ল, 'আগকথা'ত দেউতাই কি লিখিলেহেঁতেন নাজানো। মই কিন্তু প্ৰবন্ধ সংকলনটিৰ ক'তো অলপো হাত নিদিয়াকৈ (দেউতাই মোলৈ যেনেদৰে আগবঢ়াই দিছিল, থিক তেনেকৈ) প্ৰকাশ কৰাৰ কথা ভাবিলোঁ।

এটা সৎ, সুখী আৰু আদৰ্শগত জীৱন-যাপন কৰিবলৈ ভালপোৱা দেউতাৰ জীৱনটো বাস্তৱায়িত কৰিবলৈ যাওঁতে আমি কিমান কৰ্মসচেষ্ট হৈ থাকিব পাৰিম কোৱা টান, তথাপি আটাইৰে সহায়-সহযোগিতাত এই নিঃকিনে আগবঢ়োৱা 'প্ৰবন্ধ সংকলনটো' সহৃদয় পাঠকে আদৰি ল'লে দেউতা নৰেন্দ্ৰদেৱ শাস্ত্ৰীৰ শ্ৰম সাৰ্থক হোৱা বুলি ভবাৰ থল থাকিব।

সমূহ সুধী পঢ়ুৱৈলৈ পৰম শ্ৰদ্ধাৰে—

গুৱাহাটী
১০ ডিচেম্বৰ, ২০১০

**হিমাদ্ৰি কুমাৰী শৰ্মা**

# প্ৰবন্ধসূচী


★ পাতাল দেশ আমেৰিকাত ভাৰতীয় সংস্কৃতিৰ জিলিঙনি ১৫
★ মেচ'প'টেমিয়াত আৱিষ্কৃত 'বাঘাজকো'
শিলালিপিয়ে কিহৰ সাক্ষ্য বহন কৰে? ২৩
★ ইৰাণী গ্ৰন্থত ইক্ষ্বাকুবংশীয় ৰজা ৩০
★ জাপানত ভাৰতীয় সংস্কৃতি ৩৬
★ ভাৰতীয় দৈত্যসকলে য়ুৰোপত উপনিৱেশ স্থাপন কৰিছিল ৪১
★ সাগৰ-পাৰৰ প্ৰতিচ্ছবি ক্ষুদ্ৰ ভাৰত মৰিচাচ ৫৪
★ য়ুৰোপৰ ৰুচ, ব্ৰিটেন আৰু ফ্ৰান্সত ভাৰতীয় সংস্কৃতিৰ অক্ষয় স্বাক্ষৰ ৫৮
★ বিশ্ব ইতিহাসৰ বিলুপ্ত অধ্যায়
প্ৰাচীন ভোগৌলিক বিশ্ব মানচিত্ৰৰ সকলো নাম সংস্কৃতৰে আছিল ৬২
★ বিশ্বৰ বিভিন্ন ভাষাত সংস্কৃত ভাষাৰ শব্দ (ইউৰোপ খণ্ড) ৬৯
★ সোৱিয়েত ৰাশিয়াত ভাৰতীয় সংস্কৃতি আৰু সংস্কৃত ভাষা ৭৬
★ দক্ষিণ-পূৱ এশিয়াত সংস্কৃত ভাষাৰ প্ৰভাৱ ৮৩
★ একালৰ বিশ্বভাষা সংস্কৃত আজি কিয় তিৰস্কৃত ৯২
★ সৌৰ কৃষ্টি আৰু সৌৰ ব্ৰাহ্মণসকলৰ বিশ্ব পৰিক্ৰমা ৯৬
★ হিন্দু চিকিৎসাশাস্ত্ৰ আয়ুৰ্বেদে প্ৰাচীন বিশ্বক সুস্থ কৰি ৰাখিছিল ১০২
★ বৃহত্তৰ ভাৰতৰ পৰিচয় ১১২
★ যুগে যুগে বিশ্বব্যাপিনী দেৱী জগজ্জননী দুৰ্গা আৰু তেওঁৰ স্বৰূপ— ১১৬
★ প্ৰাচীন আয়াৰলেণ্ডত গো-পূজা উৎসৱ আৰু শ্ৰীকৃষ্ণৰ কালীয় দমন ১২২
★ আমেৰিকাত হিন্দু দেৱ-দেৱী ১২৬
★ পশ্চিম এছিয়াত হিন্দু দেৱ-দেৱী ১৩১
★ ভাৰতত দুৰ্গা ঃ বিদেশত ইস্তাৰ ৰূপিনী ১৩৫
★ পৃথিৱীৰ সৰ্বত্ৰ পূজিত দেৱাদিদেৱ মহাদেৱ ১৩৭
★ সমগ্ৰ প্ৰশান্ত অঞ্চল হিন্দুদেশ আছিল ১৪১
★ প্ৰাচীন হিন্দু সাম্ৰাজ্যৰ অস্তিত্ব পৰীক্ষা কৰাৰ মানদণ্ড ১৪৯
★ আৰব ইৰাক ইৰান এসময়ত হিন্দু দেশ আছিল ১৫৯

# পাতাল দেশ আমেৰিকাত ভাৰতীয় সংস্কৃতিৰ জিলিঙনি

পৃথিৱীৰ এনেকুৱা এখন ঠাই নাই, যাক ভাৰতীয় (হিন্দু) সংস্কৃতিয়ে স্পৰ্শ কৰা নাই। আমাৰ প্ৰাচীন শাস্ত্ৰকাৰসকলৰ যে পৃথিৱীৰ সম্যক জ্ঞান আছিল, এই কথাৰ স্পষ্ট প্ৰমাণ আছে। বাল্মিকী ৰামায়ণত আমি দেখিবলৈ পাও, সুগ্ৰীৱে প্ৰভু ৰামচন্দ্ৰৰ আগত আকাশ মাৰ্গেৰে যাওতে তেওঁ পৃথিৱীখন কেনেকুৱা দেখিছিল, তাৰ বৰ্ণনা কৰিছে এইদৰে—

*আদৰ্শতল সংকাশা ততো ৱৈ পৃথিৱী ময়া।*
*অলাত চক্ৰ প্ৰতিমা দৃষ্টা গোষ্পদবৎকৃতা।।*

— (বাঃ ৰাঃ কিষ্কিন্ধ্যা - ৪৬-১৩)

তেওঁ পৃথিৱীখন এনেকুৱা দেখিলে যেন এটা তেজোবলয়হে ভ্ৰমণ কৰি আছে। অন্তৰিক্ষত বেগেৰে যোৱাৰ সময়ত পৃথিৱী ঘূৰণীয়া আৰু নিজৰ চাৰিওফালে (অক্ষৰ ওপৰত) পৰিভ্ৰমণ কৰা দেখা যায়, এই তথ্য আমি উক্ত শ্লোকত দেখিবলৈ পাওঁ। পৃথিৱী, অন্তৰিক্ষ, গ্ৰহ আদিৰ বিষয়ে যথাৰ্থ জ্ঞান অৰ্জন কৰা আমাৰ পূৰ্বপুৰুষসকলে নিজৰ ঠিক তলত থকা ভূখণ্ডৰ নাম দিছিল 'পাতাল'। আমাৰ প্ৰাচীন গ্ৰন্থসমূহত 'পাতাল' বুলি আমেৰিকাৰে উল্লেখ কৰা হৈছে।

## আমেৰিকাত 'ময়' সংস্কৃতি

কুৰুক্ষেত্ৰৰ যুদ্ধত কৌৰৱ আৰু পাণ্ডৱ দুয়ো পক্ষতে কেইবা শও দেশৰ ৰজাসকলে সসৈন্যে যোগদান কৰিছিল। সেই ৰজাসকলৰ ভিতৰত পাতাল দেশৰ ৰজাৰ কথাও মহাভাৰতত উল্লেখ কৰা হৈছে। পাতাল দেশৰ প্ৰসঙ্গ মহাভাৰতৰ এটা উল্লেখ দ্ৰষ্টব্য। পাণ্ডৱসকলৰ ইন্দ্ৰপ্ৰস্থৰ ৰাজভৱনৰ সুন্দৰ বৰ্ণনা ইয়াত পোৱা যায়। স্বৰ্গৰ ইন্দ্ৰপুৰীকো লাজ দিব পৰা এই ৰম্য প্ৰাসাদ নিৰ্মাণ কৰিছিল 'ময়' নামৰ অসুৰ এজনে। এই ময়াসুৰ (ময়দানৱ) এজন নিপুন স্থপতি আৰু শিল্পী আছিল।

আমেৰিকাত মেক্সিকোৰ প্ৰাচীন সংস্কৃতিক ময় সংস্কৃতি বুলি কোৱা হয়। এই ময়সকল উৎকৃষ্ট শিল্পী, স্থপতি আৰু কলাবিদ আছিল। মেক্সিকোত বহুত ঠাইত খনন কাৰ্য চলোৱা হৈছে, অত্যন্ত শাস্ত্ৰ-সন্মত বিধিৰে নিৰ্মাণ কৰা নগৰৰ সন্ধান এই খনন কাৰ্যৰ ফলত পোৱা গৈছে। আহল-বহল, বিস্তৃত পৰিসৰত সুচাৰুৰূপে ৰেখাংকণ কৰি গৃহ নিৰ্মাণ কৰা হৈছিল। সৰু সৰু গলিৰ পথবোৰো পোন, পকা আৰু প্ৰধান পথৰ দৰে দীঘলীয়া আছিল। এই নগৰবোৰত মন্দিৰৰো অৱশেষ পোৱা গৈছে। মন্দিৰবোৰৰ আকৃতি স্তূপাকাৰ আছিল। প্ৰকাণ্ড গোলাকাৰ গঠনৰ শীৰ্ষভাগত মুখ্য মন্দিৰ নিৰ্মাণ কৰা হৈছিল। এটা বৃহৎ মন্দিৰৰ উচ্চতা দুশ পঞ্চাশ ফুটৰো অধিক।

এই মন্দিৰসমূহৰ বৈশিষ্ট্য এয়ে যে এই মন্দিৰবোৰ শিলেৰে নিৰ্মিত। এটা মন্দিৰতে লগোৱা শিলবোৰ বিভিন্ন আকৃতিৰ। এটা শিল আনটোতকৈ পৃথক। আৰু এই বিভিন্ন আকৃতিৰ শিলবোৰ কোনো প্ৰকাৰৰ চুন আদি নোহোৱাকৈয়ে এটাৰ ওপৰত আনটো সজাই থোৱা হৈছে। এনে কৌশলেৰে বৈশিষ্ট্যপূৰ্ণভাৱে এইবোৰ সজোৱা হৈছে যে অদ্যাৱধি স্থাপত্য শাস্ত্ৰক চমক্ খুৱাব পাৰে।

খনন কাৰ্যত সন্ধান পোৱা দুখন নগৰৰ নাম হৈছে— (ক) য়াক্‌জুনা আৰু (খ) কোৱা। এই দুয়ো নগৰৰ নিৰ্মাণ আৰু দূৰত্ব দেখি গৱেষকসকলৰ কৌতুহল আৰু অধিক বৃদ্ধি পাইছে। তেওঁলোক আৰু অধিক অনুসন্ধানত ব্যস্ত হৈছে। এই অনুসন্ধানৰ ফলত, এই এখন নগৰক সংযুক্ত কৰা একত্ৰিশ ক্ৰোশ দীঘল ৰাজপথ এটা ভাল অৱস্থাত আৱিষ্কাৰ কৰিছে। ডেৰ/দুই ফুটমান ওখ শিলৰ বেৰ পথৰ দুয়োকাষে দি, পিছত মাজৰ পথত শিলগুটি আদি ঢালি শিলগুটিবোৰ ভালদৰে ধুমি দি পকা ৰাস্তা নিৰ্মাণ কৰা হৈছিল। এইবোৰ ইমান পকা আৰু উৎকৃষ্ট যে আজি আঢ়ৈ বছৰৰ পিছতো এই পথটো একেদৰেই আছে।

'টেনোছিটিলাম' মেক্সিকোৰ এখন প্ৰাচীন নগৰৰ নাম। এই নগৰৰ বৈশিষ্ট্য হৈছে, ই দেশৰ মাজভাগত হোৱা সত্ত্বেও ই সমুদ্ৰৰ লগত সংযুক্ত আছিল। নলা আৰু সৰোবৰৰ সহায়ত চিধাই সমুদ্ৰ পৰ্যন্ত জলমাৰ্গৰে যাতায়তৰ ব্যৱস্থা কৰা হৈছিল। জন্মজাত স্থপতি ময়সকলে ইয়াৰ ওপৰত বহুত পুল (সেতু) নিৰ্মাণ কৰিছিল। তেওঁলোকৰ কল্পনা আৰু কলাৰ বৈশিষ্ট্যৰ প্ৰমাণ হৈছে, সাতোঁৰা উদ্যান আৰু ঝুলন্ত উপবন।

প্ৰকৃততে পাণ্ডৱসকলৰ ৰাজপ্ৰসাদ নিৰ্মাণ কৰা ময়াসুৰ নিশ্চয়কৈ এই দেশৰে হ'ব লাগিব। মেক্সিকো দেশ হৈছে স্বৰ্ণ আৰু ৰূপৰ ভাণ্ডাৰ। মহাভাৰতত উল্লেখ আছে যে ময়াসুৰে পাণ্ডৱসকলৰ প্ৰসাদৰ কাৰণে তেওঁৰ দেশৰ পৰা ৰত্ন ভাণ্ডাৰ লৈ আহিছিল। ময় সভ্যতা জ্ঞান-বিজ্ঞানৰ ক্ষেত্ৰত বহুতো আগবাঢ়ি গৈছিল। ভাৰতৰ প্ৰাচীন শিক্ষা প্ৰণালীয়েই মেক্সিকোত প্ৰচলিত আছিল। বিদ্যাদানৰ কেন্দ্ৰ আছিল মন্দিৰসমূহ। ছাত্ৰসকলে গুৰুৰ আজ্ঞা আৰু কঠোৰ অনুশাসন মানি চলিছিল। এই

ছাত্রসকলেই মন্দিৰৰ চোৰা-চিঁতা কৰিছিল। ডাঙৰ ডাঙৰ নগৰবোৰত উন্নত গ্ৰন্থাগাৰ আছিল। ১৬ শ বিক্ৰম শতিকাত স্পেনিশসকলৰ বৰ্বৰ আক্ৰমণ আৰম্ভ হ'ল। তেওঁলোকৰ লগে লগে খৃষ্টান মিছনাৰীসকলো মেক্সিকোলৈ আহিল। তেওঁলোকে গ্ৰন্থাগাৰসমূহ বিনষ্ট কৰিলে। সহস্ৰাধিক প্ৰাচীন গ্ৰন্থ পুৰি পেলালে।

ড° কুঁৱৰলাল ব্যাসশিষ্যৰ উদ্ধৃতি দি আমি আগতেও লিখিছোঁ যে 'ময়' এজন অত্যন্ত প্ৰাচীন দানৱপুৰুষ বা এটা জাতি আছিল, পুৰাণত দানৱেন্দ্ৰ ময়ক শুক্ৰাচাৰ্যৰ পুত্ৰ বুলি কোৱা হৈছে। ময় জাতিৰ সভ্যতা মধ্য আমেৰিকাৰ দেশ মেক্সিকো আদিত পোৱা গৈছে, পুৰাণসমূহত ইয়াক 'তলাতল' বুলি কোৱা হৈছে। বৰ্তমান অনুসন্ধান অনুসাৰে ময়সভ্যতাৰ কেন্দ্ৰ আছিল মধ্য আমেৰিকাৰ মেক্সিকো আদি দেশত। ময়জাতি জ্যোতিৰ্বিজ্ঞান আৰু স্থাপত্য কলাত সৰ্বোৎকৃষ্ট আছিল। ময়কে বিশ্বকৰ্মা বুলি কোৱা হৈছিল। ময়দানৱসকলে বিশ্বৰ শ্ৰেষ্ঠ নগৰ আৰু ভৱনসমূহ নিৰ্মাণ কৰিছিল। মহাভাৰত কালত যুধিষ্ঠিৰৰ সভা আৰু ইন্দ্ৰপ্ৰস্থ (দিল্লী) ময়দানৱেই নিৰ্মাণ কৰিছিল। ময় জাতি ভৱন নিৰ্মাণ কলাত বিশ্ববিখ্যাত আছিল। ডেনিকেল আদিৰ মতে ময়জাতি কোনোবা আন গ্ৰহৰ পৰা আহি মেক্সিকোত বসতি কৰিছিল। তেওঁলোকৰ ভৱন কলা ইমান উৎকৃষ্ট আছিল যে ডেনিবেনৰ মতে মৰ্ত্যবাসীয়ে এনেকুৱা উৎকৃষ্ট নিৰ্মাণ কৰিবই নোৱাৰে।

## মেক্সিকো ঃ আমেৰিকাৰ ভাৰত

ময় সংস্কৃতিৰ অৱশেষ যেনেকৈ অচেতন বস্তুবোৰত পোৱা যায়, তাতকৈ বেছি শক্তিশালীৰূপত পোৱা যায়, মেক্সিকোৰ বৰ্তমান অধিবাসীসকলৰ মাজত। ভাৰতৰ দক্ষিণ ভাগত সাগৰপাৰীয় অঞ্চলত যিদৰে মাটিৰ বেৰ আৰু খেৰ বনৰ ছালেৰে জুপুৰী দেখা যায়, ঠিক সেইদৰে মেক্সিকোৰ সকলো গাঁৱতে পোৱা যায়। আৰু আচৰিত কথা, আপুনি যদি এনেকুৱা দুই এখন ঘৰত সোমায়, গৃহলক্ষ্মীয়ে মিচিকিয়া হাঁহি মাৰি আপোনাক আগবঢ়াই নিব, হাত-ভৰি ধুবলৈ গৰম পানী দিব। আদৰ্শ ভাৰতীয় গৃহিনীৰ আতিথ্য, মেক্সিকোৰ এই জুবুৰীবোৰত আমি দেখিবলৈ পাম। যদি গৃহস্থৰ লগত আপুনি খাবলৈ বহে এটা সুখদায়ক মধুৰ আশ্চৰ্য আপুনি দেখিবলৈ পাব। তেওঁলোকে চকী-টেবুলত বহি নাখায়। ঢাৰি (চাটাই)ত বহি খায়। সন্মুখৰ কাহীত ব্ৰেড, চীজ, কনী, চচ্, চিকেন এইবোৰ একো নাথাকে। থাকে ঘূৰণীয়া ঘূৰণীয়া ৰুটী আৰু তাৰ লগত খাবলৈ দালি।

প্ৰকৃততে মেক্সিকোবাসী মহিলা স্বভাৱ আৰু চাল-চলনত সম্পূৰ্ণৰূপে ভাৰতীয়। আমেৰিকা বৈষয়িক (ভৌতিক) দৃষ্টিত শ্ৰেষ্ঠ হ'ব পাৰে; কিন্তু আমেৰিকাৰ প্ৰকৃত বৈভৱ হৈছে পেৰু গুৱাটেমালা (গৌতমালয়), বলিৱিয়া দেশৰ প্ৰাচীন সংস্কৃতি। এই সংস্কৃতিবোৰে নিজৰ সম্বন্ধ যে ভাৰতীয় সংস্কৃতিৰ লগত জড়িত, সেইটো স্পষ্টৰূপে প্ৰকাশ কৰে।

# আমেৰিকা নহয় ভাৰত

বি- সং ১৫৫৬ ত কলম্বচ বাহিৰ ওলাল, সমুদ্ৰ পথেৰে ভাৰতলৈ যোৱাৰ উদ্দেশ্যে। পশ্চিমলৈ মুখ কৰি তেওঁ যাত্ৰা আৰম্ভ কৰিলে। আটলান্টিক মহাসাগৰ, বহু সংকটৰ মাজেৰে অতিক্ৰম কৰি তেওঁ আমেৰিকাত উপস্থিত হ'ল। চকুত পৰিল ৰম্য সমুদ্ৰতীৰ, তাল, নাৰিকল আৰু তামোলৰ গছ। তেওঁ দেখা পালে বৰ্ণনাতীত সৌন্দৰ্য, লগ পালে অতিথি পৰায়ন লোকসকলক। তেওঁ ভাবিলে, এয়েই ভাৰত পশ্চিম ভাৰত। গতিকে নাম দিলে পশ্চিম ভাৰত— ৱেষ্ট ইণ্ডিজ। প্ৰকৃততে এই পাশ্চাত্য ভাৰত আছিল, "পশ্চিমৰ ভাৰত" ভাৰতীয়সকল এই দেশলৈ জনা নাযায়, কিমান শ বছৰ আগতে গৈছিল। জনা নাযায়, যি স্পেন দেশৰ পৰা কলম্বচ তালৈ গৈছিল, তেতিয়া পৃথিৱীত স্পেইন দেশৰ অস্তিত্ব আছিল নে নাই? সমুদ্ৰ ভ্ৰমণ শাস্ত্ৰ আৰু কলাত পাৰ্গত ভাৰতীয়সকল ভাৰতৰ পূৰ্ব তটৰ পৰা সুবৰ্ণদ্বীপ আৰু তাৰ আগলৈ বহ্‌ৰীণ দ্বীপ (বোৰ্নিও) পৰ্যন্ত গৈছিল। এই সাহসী নাৱিকসকলৰ আৱহাৱা সম্পৰ্কে অভ্ৰান্ত জ্ঞান আছিল। তাৰ বলতেই তেওঁলোকে বোৰ্নিওৰ আগলৈ প্ৰশান্ত মহাসাগৰত সহস্ৰ-সহস্ৰ যোজন অতিক্ৰম কৰি চিধাই পাতাল দেশ (আমেৰিকা)ত উপস্থিত হৈছিল গৈ।

ভাৰতীয়সকলে যে কোনো নিৰ্দিষ্ট সময়চোৱাতহে পৃথিৱীৰ বিভিন্ন ঠাইলৈ গৈছিল এনে নহয়। পূৰাণ ইতিহাস পৰ্যালোচনা কৰিলে, এইটো ধৰা পৰে যে বিভিন্ন যুগত, বিভিন্ন সময়ত ভাৰতীয়সকল বাহিৰলৈ গৈছিল। ড° ব্যাসশিষ্যৰ মতে ভাৰতীয় দৈত্যসকলে গৈ ইউৰোপ আদিত উপনিবেশ স্থাপন কৰিছিল। সেইটো ত্ৰেতা যুগৰে কথা।

# মানৱ সংস্কৃতিৰ প্ৰথম দৰ্শন

সংস্কৃতি-প্ৰসাৰত দক্ষিণ ভাৰত সদায় আগৰণুৱা হৈ আহিছে। দক্ষিণ আমেৰিকাৰ পেৰু দেশত পোনপ্ৰথমে পদাৰ্পণ কৰা পৰাক্ৰমী ভাৰতীয আছিল, আয়াৰ ব্ৰাথানসকল। পেৰুৰ প্ৰাচীন লোক পৰম্পৰা অনুসাৰে তেওঁলোকৰ প্ৰথম ৰজাজন মধ্য আমেৰিকাৰ কোনোবা এটা সৰোবৰৰ পৰা ওলাই আহিছিল, যিজনক ভগৱান সূৰ্যই প্ৰেৰণ কৰিছিল। পেৰুত সংস্কৃতি প্ৰতিষ্ঠা কৰা এই ব্ৰাহ্মণসকল সূৰ্যবংশী বুলি অভিহিত হৈছিল। পেৰু নিবাসীসকলক ইন্‌কা বুলি কোৱা হয়। এই প্ৰথম আৰ্য ইন্‌কাসকলে সেই অসংস্কৃত প্ৰদেশখন ভালদৰে পৰ্যবেক্ষণ কৰিলে। বিবিধ দুৰ্বোধ্য ভাষা-ভাষী আৰু একেলগে এঠাইত দল বান্ধি থকা বহুত মানৱ গোষ্ঠী তাত আছিল। তেওঁলোকে কাপোৰৰ ব্যৱহাৰ নাজানিছিল। খেতি আদি কৰি সুস্থিৰ সুসমৃদ্ধ জীৱন যাপন কৰা মানৱ-সংস্কৃতিৰ লগতো তেওঁলোকৰ পৰিচয় নাছিল। ভাৰতীয় সংস্কৃতিৰ যিসকল আদি দূতে পেৰুত পদাৰ্পণ কৰিছিল তাত আক্ৰমণ আৰু শাসন কৰা তথা উপনিবেশ

স্থাপনৰ উদ্দেশ্য তেওঁলোকৰ নাছিল। তেওঁলোকৰ ভাৰতত কোনো অভাৱ নাছিল। তেওঁলোকে তালৈ এক শ্ৰেষ্ঠ সুসংস্কৃত জীৱন পদ্ধতিৰ প্ৰেৰণা লৈহে গৈছিল।

## ইন্‌কা সংস্কৃতিৰ আবিৰ্ভাৱ

এই প্ৰেৰণাতে 'ইন্‌কা সংস্কৃতি'ৰ আবিৰ্ভাল হ'ল। পেৰু, গুৱাতেমালা (গৌতমালয়) আৰু বলিবিয়াৰ লোকসকলে কাপোৰৰ ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিলে, খেতি কৰিবলৈ ধৰিলে। নিজৰ সামূহিক বৈশিষ্ট্যসমূহ ৰক্ষা কৰি আয়াৰ নেতাসকলৰ নেতৃত্বত তেওঁলোক একত্ৰিত হ'ল। বেশ আৰু কেশ-বিন্যাসত তেওঁলোকৰ সামূহিক জীৱনৰ সন্ধান পোৱা গৈছিল। এই ভূভাগ যথেষ্ট বিস্তৃত আছিল। দীঘলে প্ৰায় ৬শ ক্ৰোশ আৰু পুতলে ৫শ ক্ৰোশ। ইমান বিশাল ভূভাগত সিচঁৰতি হৈ থকা জন-গোষ্ঠীসমূহক এক নিয়ন্ত্ৰনলৈ আনি দেখুৱালে। এই সমগ্ৰ ভূভাগক তেওঁলোকে চাৰিটা ভাগত ভগালে। ৰাজধানী আছিল 'কুশকো'। তাকো চাৰিখণ্ডত বিভক্ত কৰা হৈছিল। প্ৰত্যেক খণ্ডৰ নাগৰিকৰ শাসকীয় প্ৰৱন্ধৰ পৃথক ব্যৱস্থা আছিল। ৰাজধানীৰ পথবোৰ যথেষ্ট বহল আছিল আৰু ইটোৱে সিটোক দীঘলে দীঘলে কাটিছিল। ৰাজপথৰ দুয়োফালে জ্যেষ্ঠ অধিকাৰী আৰু সামন্তসকলৰ প্ৰাসাদ নিৰ্মিত হৈছিল। ৰাজধানীৰ কেন্দ্ৰত বিশাল ৰাজপ্ৰাসাদ আছিল।

## ইন্‌কা দেৱতাৰ কথা

ৰাজধানীত এটা বিশাল সূৰ্যমন্দিৰ আছিল। মন্দিৰৰ ওচৰত বিবিধ ফলে-মূলে জাতিষ্কাৰ বৃক্ষশোভিত উদ্যান আৰু কমল-পৰিপূৰ্ণ সৰোবৰ আছিল। এই সূৰ্য মন্দিৰৰ এফালে সূৰ্যৰ প্ৰতীক স্বৰূপ উজ্জ্বল সোণৰ প্ৰকাণ্ড গোলাকৃতি স্থালী আৰু তাৰ ঠিক সন্মুখতে চন্দ্ৰৰ প্ৰতীক ৰৌপ্য স্থালী। তদুপৰি অসংখ্য গ্ৰহ আৰু নক্ষত্ৰৰ স্বৰ্ণ আৰু ৰজত প্ৰতীক য'তে-ত'তে ওলোমাই থোৱা অৱস্থাত। মন্দিৰৰ প্ৰাচীৰসমূহে ভিতৰৰ পৰা সম্পূৰ্ণ সোণৰ। সূৰ্য পুত্ৰসকলে এই মন্দিৰ নিৰ্মাণত সোণ, ৰূপ আৰু ৰত্ন, মুক্তা মুক্ত-হস্তে উছৰ্গা কৰিছিল। মন্দিৰৰ ব্যৱস্থাৰ বাবে বহুত পুৰোহিত আছিল। ৰজা, ৰাণীৰ মৃত্যু হ'লে সূৰ্য মূৰ্তিৰ চৰণ তলত তেওঁৰ সোণৰ মূৰ্তি প্ৰতিষ্ঠা কৰা হৈছিল।

## স্থাপত্য আৰু কলা

ময় দেশ (মেক্সিকো)ৰ মধ্য-আমেৰিকাবাসী 'অশ্‌তেক' (অষ্টক বা আস্তিক) আৰু পেৰু দেশৰ 'ইন্‌কা' সকলো প্ৰকৃততে জন্মগত স্থাপত্য বিশাৰদ হ'ব। কুইটোৰ দক্ষিণে ছিলিৰ দূৰত্ব প্ৰায় ১৬৩০ ক্ৰোশ। ইন্‌কা ৰজাসকলে ইমান দীঘলীয়া অখণ্ড পথ নিৰ্মাণ কৰিলে। বাটত পোৱা এগুিছ পৰ্বতৰ উপত্যকা, বিষুৱ বৃত্তৰ পৰা উথলি উঠা প্ৰচণ্ড আৰু অটব্য দুৰ্গম বনাঞ্চললৈ তেওঁলোকে ভ্ৰূক্ষেপ নকৰিলে। কেইবা ফুটো ওখ শিলৰ সেতু নিৰ্মাণ কৰিলে। আৱশ্যক অনুসাৰে কেতিয়াবা পাহাৰত ঘূৰি

নাইবা তাৰ ওপৰত উঠি হাবি-জংঘল কাটি সেই কালত এই পক্কা, স্বচ্ছ, শুভ্ৰ পথ নিৰ্মাণ কৰিলে. বাটত প্ৰতি ৬ ক্ৰোশ অন্তৰে অন্তৰে বিশ্ৰাম-গৃহ সাজিলে। ২০ ক্ৰোশৰ অন্তৰত ভোজনালয় আৰু ধৰ্মশালাৰ ব্যৱস্থা কৰিলে। দক্ষিণ 'এণ্ডিছ'ত এই ইন্‌কাসকলে এখন উপ-ৰাজধানী পাতিছিল। পূবফালৰ পৰা অহা আমাজান নদীৰ বানৰ কাৰণে এই ৰাজধানীখন অনবৰত বিপদৰ মুখত আছিল। ইন্‌কা স্থপতিসকলে তাৰ প্ৰতিকাৰৰ বাবে সম্পূৰ্ণ ১৬০০ ফুট দীঘলীয়া শিলৰ প্ৰাচীৰ নিৰ্মাণ কৰি ৰাজধানীখন সুৰক্ষিত কৰিছিল।

আমেৰিকাৰ এই ভাৰতীয়সকলক সৰোবৰ, উদ্যান মন্দিৰ আৰু ৰম্যনগৰৰ যেন ৰাগীয়ে ধৰিছিল। এইবোৰৰ উপৰিও সকলো প্ৰয়োজনীয় সুখ-সুবিধাৰো তেওঁলোকে বৈজ্ঞানিক উপায়েৰে ব্যৱস্থা কৰিছিল। নগৰসমূহত পেয়জলৰ ব্যৱস্থাৰ কাৰণে তেওঁলোকে নল-যোজনাৰ চাৰিওফালে বিয়পাই দি প্ৰয়োজন অনুসাৰে পানী যোগানৰ ব্যৱস্থা কৰাৰ প্ৰমাণ পোৱা গৈছে। ইন্‌কা শাসনৰ আৰু এটা ডাঙৰ বৈশিষ্ট্য হৈছে ইমান বিশাল ভূ-খণ্ডত বাস কৰা লোকৰ সংখ্যা সম্পৰ্কে অৱগত আছিল। জনগণনা হৈছিল, জন্ম-মৃত্যুৰ অভিলেখো ৰখা হৈছিল।

## ভাৰতীয় সংস্কৃতিৰ অৱশেষ

আমেৰিকাত ভাৰতীয় সংস্কৃতিৰ কিছু অৱশেষ ভূ-গৰ্ভত সোমাই গ'ল আৰু তাতকৈও বেছিখিনি যোৱা ৪ শ বছৰত জানি-বুজি সুপৰিকল্পিতভাৱে নষ্ট কৰা হৈছে। তথাপি কাল আৰু অসভ্য মানুহৰ কৰাল দাঁতৰ পৰা ৰক্ষা পাব পৰা অ'ত-ত'ত ক'ৰবাত পোৱা অৱশেষে কিছু কিছু কল্পনা দাঙি ধৰে।

দক্ষিণ আৰু উত্তৰ আমেৰিকাৰ মাজৰ সংকীৰ্ণ ভূ-ভাগত 'হণ্ডুবাচ' প্ৰদেশ অৱস্থিত। এই প্ৰদেশৰ অৰণ্যত হাতীৰ ওপৰত অঁৰা ৰজাৰ মূৰ্তি পোৱা গৈছে। হাতী কোনো আমেৰিকাত পোৱা জন্তু নহয়। গজাপয় নৃপতি অৰ্থাৎ দেৱৰাজ ইন্দ্ৰৰ কল্পনা বিশুদ্ধ ভাৰতীয়। ইয়াৰ লগতে ভাৰতৰ ত্ৰিমূৰ্তি অৰ্থাৎ ব্ৰহ্মা, বিষ্ণু, মহেশ সদৃশ পাষাণ মূৰ্তিও পোৱা গৈছে। শেষ নাগ আৰু তেওঁৰ মূৰত পৃথ্বী গোলক, নৃসিংহ, কীৰ্ত্তিমুখ, মগৰ, গণেশ, বিষ্ণু আদি দেৱতাৰ নিচিনা মূৰ্তি খনন কাৰ্যত পোৱা গৈছে। প্ৰকৃততে আজি পৰ্যন্ত ইন্‌কাসকলে সূৰ্য আৰু বৰুণৰ পূজা কৰে। বাৰিষাৰ আৰম্ভণিতে সকলো গাঁৱৰ মানুহে পৰ্বতলৈ গৈ সেই পৰ্বতৰ পূজা কৰাৰ প্ৰথা আজিও প্ৰচলিত।

## ইন্‌কা পৰম্পৰাৰ চিহ্ন

ইন্‌কাসকলৰ ভাষা অতি প্ৰাচীন। সেই ভাষাৰ নাম 'কিজুৱা' বা 'কিশুৱা'। এই ভাষাৰ জননী হৈছে দেৱ-ভাষা সংস্কৃত। আজিৰ ইন্‌কা ভাষাতো সংস্কৃত ধাতুৰ কেইবাশও ৰূপ পোৱা যায়। ইন্‌কা সাহিত্য, বিশেষকৈ কাব্যত ৰামায়ণ আৰু মহাভাৰতৰ

প্ৰভাৱ স্পষ্টভাৱে পৰিলক্ষিত হয়। বহুত কাহিনী ইন্‌কা সাহিত্যত হুবহু উদ্ধৃত কৰা হৈছে।

প্ৰাচীন ভাৰতীয়সকলে চতুৰ্যুগৰ সিদ্ধান্ত প্ৰতিপন্ন কৰে। ইন্‌কা পৰম্পৰাই চাৰিযুগ স্বীকাৰ কৰে। ভাৰতীয় পৰম্পৰা অনুসাৰে পঞ্চাংগ আৰু জ্যোতিষ ইন্‌কাসকলৰ মাজতো পোৱা যায়। প্ৰথম কৃতযুগ নাইবা সত্যযুগ ভাৰতৰ মতে ১৭,২৮,০০০ বছৰৰ। বাকী ত্ৰেতা, দ্বাপৰ আৰু কলিযুগ ইয়াৰ পৰিমাণ অনুসাৰে ডাঙৰ। ইন্‌কা পঞ্চাংগ অনুসৰি ভাৰতৰ দৰে ত্ৰিশদিনীয়া মাহ আৰু বাৰমহীয়া বছৰ হয়।

ইন্‌কা সংস্কৃতিত ৰূঢ় শিক্ষা প্ৰণালী ভাৰতীয় গুৰুকুল প্ৰণালীৰ অনুৰূপ আছিল। ছাত্ৰসকলে গুৰু-গৃহত থাকি অধ্যয়ন কৰিছিল। অধ্যয়ন সম্পূৰ্ণ নোহোৱালৈকে তেওঁলোকে গুৰুৰ আদেশ মানি চলিব লাগিছিল। ইন্‌কাসকলে অগ্নিৰো পূজা কৰিছিল। ইন্‌কা সংস্কাৰ সমূহত ভাৰতীয় পৰম্পৰাৰ অদ্ভুত সাদৃশ্য দেখিবলৈ পোৱা যায়। ইন্‌কাসকলে নিশ্চয় যজ্ঞও কৰিছিল। কিয়নো, ঋগ্‌বেদৰ বহুত প্ৰাৰ্থনাৰ লগত মিল থকা প্ৰাৰ্থনা তেওঁলোকৰ মাজত প্ৰচলিত। সোমৰস পানৰ প্ৰথাও আছিল। অগ্নিকো তেওঁলোকে শাস্ত্ৰীয় বিধি অনুসাৰে উদ্ভাৱন কৰিছিল।

ইন্‌কা সাহিত্যত ৰামায়ন-মহাভাৰতৰ প্ৰভাৱ পৰা সত্ত্বেও যৱ,, সুমাত্ৰা, কম্বোডিয়া আদিৰ দৰে সেইবোৰৰ প্ৰসাৰ তাত হোৱা নাছিল। তথাপি বৰ্তমানে ইন্‌কা আৰু অষ্টেকসকলে ৰামলীলা সম্পন্ন কৰে। 'ৰাম সীতা' উৎসৱ তেওঁ লোকৰ জনপ্ৰিয় সমাৰোহ।

স্পেনিশসকল আমেৰিকাত উপস্থিত হোৱাৰ পিছত মানৱ জাতিৰ ইতিহাসৰ এটা ক'লা পৃষ্ঠা লিখা হ'ল। সেই সময়ত ইন্‌কা সম্ৰাট 'অতহুল্প' ৰাজপদত অধিষ্ঠিত আছিল। স্পেনিশ প্ৰতিনিধিয়ে তেওঁক আহাৰৰ বাবে আমন্ত্ৰণ জনালে। মানুহৰ কপট আৰু দুষ্ট হৃদয়ৰ কল্পনাৰ পৰা অনভিজ্ঞ সেই অকপট সম্ৰাটে আন্তৰিক মৈত্ৰীভাৱেৰে নিৰ্ভয় মনে মাত্ৰ কেইজনমান সৈনিকসহ পাল্কীত বহি আমন্ত্ৰণৰ সন্মান ৰক্ষা কৰিবলৈ গ'ল। তেওঁ আৰু উভতি আহিব নোৱাৰিলে। বৰ্বৰ স্পেনিশসকলে অকাৰণ বিশ্বাসঘাতকতা কৰি ইন্‌কা সৈনিকসকলৰ ওপৰত জপিয়াই পৰি আটাই কেউজনকে হত্যা কৰিলে। তেওঁলোকে ইন্‌কাসকলৰ ৰাজধানীত প্ৰবেশ কৰিলো সিও অতি ভয়ংকৰ। বাটত যাকে পালে তাকে বধ কৰিলে। ইন্‌কাসকলৰ সূৰ্য মন্দিৰত যেতিয়া সেই স্পেনিশ আক্ৰমণকাৰীসকল সোমাল, আশ্চৰ্য আৰু আনন্দত তেওঁলোক পাগল হৈ উঠিল। সোণৰ মজিয়া, সোণৰ প্ৰাচীৰ, সোণৰ ছাল, সোণ আৰু ৰূপৰ ঝুমৰ (ঝাৰফানুচ), ৰত্নদীপ। ৰাজধানীৰ এটা মন্দিৰতে ইমান! তেওঁলোকে ইমান সোণ ইয়াৰ আগতে কেতিয়াও দেখা নাছিল। সেই লুভীয়া দস্যুসকল তাৰ ওপৰত জপিয়াই পৰিল। কিন্তু সেইবোৰ আছিল পাৰ্থিৱ সম্পদ। প্ৰকৃত সম্পদ আছিল বেলেগ। এই নগৰীত কেইবাহাজাৰো প্ৰাচীন অমূল্য গ্ৰন্থ আছিল। যীশুখৃষ্টৰ এই স্পেনিশ সুপুত্ৰসকলে

বৰ্বৰতাৰ চূড়ান্ত নিদৰ্শন দেখুৱাই ইন্‌কাসকলৰ এই অমূল্য গ্ৰন্থসমূহত অগ্নি সংযোগ কৰি চিৰদিনলৈ নিশ্চিহ্ন কৰিলে।

ময় সংস্কৃতি আৰু ইন্‌কা সংস্কৃতিয়ে প্ৰায় চাৰিশ বছৰ ধৰি বহুত অত্যাচাৰ সহ্য কৰিছে। তেওঁলোকৰ সংস্কৃতি ধ্বংস কৰিবলৈ খৃষ্টান মিছনেৰীসকলে প্ৰচণ্ড প্ৰয়াস কৰিলে। তেওঁলোকৰ ধৰ্মগ্ৰন্থ আৰু বিজ্ঞান গ্ৰন্থসমূহ ধ্বংস কৰিলে। তেওঁলোকৰ আচাৰ, ৰুচি, পৰম্পৰাৰ ওপৰত বাধা-নিষেধ আৰোপ কৰিলে। এই পাষণ্ড বৰ্বৰ স্পেনিচসকলে ইন্‌কা মাতৃ আৰু ভনীসকলক ভ্ৰষ্ট কৰিলে। ইমান ভয়ানক বিপদৰ সন্মুখীন হৈ আজিও টিকি থকা তেওঁলোকৰ যি সমাজ জীৱন, তাৰ পৰা তেওঁলোকৰ শ্ৰেষ্ঠত্বৰ উপলব্ধি কৰিব পাৰি আৰু এইটো বুজিব পাৰি যে তেওঁলোকৰ সমাজো ভাৰতীয়। তেওঁলোকৰ জীৱন চৈতন্য শ-শ বছৰৰ আঘাততো নষ্ট নহয়। এদিন নহয় এদিন তেওঁলোকৰ নিজৰ ইতিহাস, পৰম্পৰা আৰু সংস্কৃতিৰ সৈতে পূৰ্বগৌৰৱত মূৰ দাঙি থিয় দিব।

**মূল উৎস—** *শ্ৰীশৰদ হেবালকৰৰ "ভাৰতীয় সংস্কৃতিৰ বিশ্বসঞ্চাৰ" নামৰ গ্ৰন্থ*

# মেচ'প'টেমিয়াত আৱিষ্কৃত 'বাঘাজকো' শিলালিপিয়ে কিহৰ সাক্ষ্য বহন কৰে?

ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰা ৬২ বছৰ হ'লহি, তথাপি আৰ্যসকল এতিয়াও ভাৰতৰ উত্তৰ-পশ্চিম চুকেদি ভাৰতত প্ৰৱেশ কৰিয়েই আছে। অৰ্থাৎ সেই বুলিয়েই আজিলৈকে হাইস্কুলৰ পৰা ইউনিভাৰ্চিটিলৈকে ছাত্ৰ-ছাত্ৰীসকলক বুৰঞ্জীৰ শিক্ষা দি অহা হৈছে। যদিও আৰ্যসকলৰ আদি বাসস্থাননো ক'ত আছিল, সেইটোৱেই আজিলৈকে নিৰ্নীত হোৱা নাই। ইদিনাখন হঠাতে হাইস্কুলৰ ৮ম মানৰ বাবে নিৰ্দিষ্ট "বুৰঞ্জী বিকাশ" নামৰ এখন পাঠ্যপুথিত চকু পৰিল। লেখকে আৰ্যসকলৰ আদি বাসস্থান সম্পৰ্কে পণ্ডিতসকলৰ মাজত মতভেদ আছে বুলি অভিমত দিও লিখিছে যে খুব সম্ভৱ ইউৰোপৰ হাঙ্গেৰী, অষ্ট্ৰিয়া, বহেমিয়া এই অঞ্চলটোৱেই আৰ্যসকলৰ আদি বাসস্থান আছিল। ইয়াৰ পিছত তেওঁ লিখিছে, এই অঞ্চলটোক ইউৰেচিয়া বোলা হয়। ইউৰোপ আৰু এছিয়াকহে একেলগে 'ইউৰেছিয়া' বোলাৰ কথা জানি আহিছিলোঁ। 'বুৰঞ্জী বিকাশ'ত যদি এনেকুৱা তথ্য থাকে, তেন্তে সি ছাত্ৰ-ছাত্ৰীসকলৰ বুৰঞ্জীৰ বিকাশ সাধন কৰিব নে বুৰঞ্জীৰ বিনাশ ঘটাব, সেইটো চিন্তা কৰিবলগীয়া কথা।

## আৰ্যসকলৰ প্ৰব্ৰজন

আৰ্যসকলৰ প্ৰব্ৰজনৰ বিষয়ে 'বুৰঞ্জীৰ বিকাশ'ত লিখা হৈছে যে পশুপালক আৰ্যসকলৰ এটা শাখা চৰণীয়া পাহাৰৰ অনুসন্ধানত ক্ৰমান্বয়ে পূবফাললৈ আহি ইৰাণত উপস্থিত হয় আৰু তাত বহুদিন বাস কৰে। তাৰে প্ৰমাণ হ'ল ইৰানীয় ভাষাৰ প্ৰাচীনতম গ্ৰন্থ 'আৱেস্তা' আৰু ঋক্‌বেদত উল্লেখিত বহুকথা বা নামৰ মিল থকাটো। বুৰঞ্জীৰ বিকাশত লিখা মতে প্ৰায় খৃঃপূঃ ১৫০০ চনৰ আগতে আৰ্যসকল ভাৰতত সোমায়। এই প্ৰসংগত আৰু লিখা হৈছে, তাৰ প্ৰমাণ এছিয়া মাইনৰ অৱস্থিত "বাঘাজকো" শিলালিপিত কিছু কথাৰ পৰা দাঙি ধৰা হৈছে। ঋক্‌বেদৰ ইন্দ্ৰ, বৰুণ, মিত্ৰ, নাসাত্য আদি শব্দবোৰৰ ব্যৱহাৰ এই লিপিত আছে।

আমাৰ দেশত ইংৰাজ 'শাসনৰ কালৰ পৰা আজিলৈকে যি দৃষ্টিভংগীৰে বুৰঞ্জীৰ অধ্যয়ন আৰু অধ্যপনা চলিছে তাৰেই প্ৰতিফলন ঘটিছে অনুকৰণ প্ৰিয় জাতিৰ চিন্তাধাৰাৰ ওপৰত। এইদৰেই এটা জাতি বিদেশী ইতিহাস ৰচকৰ ষড়যন্ত্ৰৰ বলি হৈছে। তাৰ ফলস্বৰূপে শুদ্ধ ইতিহাসে বিচাৰ কৰাৰ বা বিশ্বাস কৰাৰ প্ৰৱনতাই আমাৰ মাজৰ পৰা একপ্ৰকাৰ বিদায় লোৱা বুলি ক'লেও অত্যুক্তি নহয়। আমি এইটোহে শিকিছোঁ যে আৰ্যসকল ভাৰতৰ বাহিৰৰ পৰা আমাৰ দেশলৈ আহিছিল; কিন্তু এইটো ভাবিবলৈ বা অনুসন্ধান কৰিবলৈ চেষ্টা কৰা নাই যে ভাৰতীয়সকলেই প্ৰায় সমগ্ৰ পৃথিৱীত উপনিবেশ স্থাপন কৰি ভাৰতীয় সংস্কৃতিৰ বিস্তাৰ সাধন কৰিছিল। বদ্ধমূল ধাৰণা পৰিহাৰ কৰি ব্যাপক দৃষ্টিভংগীৰে যোৱা অধ্যয়ন আৰু অনুসন্ধানৰ দ্বাৰাহে এইটো সম্ভৱ। সৌভাগ্যৰ কথা সকলো বিদেশী ইতিহাসজ্ঞই ষড়যন্ত্ৰকাৰীৰ দলত নহয় আৰু ভাৰততো এনে কেইগৰাকীমান ইতিহাস বিদ আছে, যিসকলে প্ৰকৃত তথ্যৰ উদ্‌ঘাটন কৰিবলৈ সক্ষম হৈছে।

## মেচ'প'টেমিয়াৰ শিলালিপি

যিহওক, আৰ্যসকল বাহিৰৰ পৰা ভাৰতলৈ আহিছিল নে নাই সেইটো আজিৰ প্ৰতিপাদ্য বিষয় নহয় যদিও আজিৰ মুখ্য আলোচ্য বিষয় এশিয়া মাইনৰত আৱিষ্কৃত শিলালিপিৰ আলোচনাই তাৰ ওপৰত সম্যকভাৱেই আলোকপাত কৰিব।

এছিয়া মাইনৰৰ শিলালিপি সম্পৰ্কে শ্ৰীগঙ্গাপ্ৰসাদে (এম.এ.; এম, আৰ, এ, এচ) তেওঁৰ The Foundation of Religion গ্ৰন্থত লিখিছে— It is not imposible to give some instances of docomentary evidence showing traces of the vedic religion in ancient times in countries for off from India. In 1907 in the executions at "Baghazko in Asia Minor profferor hugo winkler discovered some documents among which was a treaty between sub-beliuma king of Mittani C Northern Mesopolemia) about 1400 BC. The treaty itself in in Babylonian Language; but the good faith of the two kings. The invocation by the Aryan king of Mittani is as follow :

Hani Mi-itra amil uru-w-na assuil ilani
ilu inar na-sa-at-tia anna

The reader need hardly be told that the invocation is to Mitra, Venuna Indra and Nasatya of the Vedas lhe is the Babyloian for God illani is its plural there being us dual in the Babyloian Language Mitra and Varuna frequently occur togather in the Vedoes and Naratya is dual. The passage there means witness the Gods Mitra and Varuna, the God Indra and God Nasatya." (Page : 210-211)

প্ৰাচীন কালত ভাৰতৰ দুৰ-দুৰণিৰ দেশসমূহত বৈদিক ধৰ্মৰ চিনমোকাম দেখুৱাই দলিলযুক্ত প্ৰমানৰ দৃষ্টান্ত দাঙি ধৰাটো একো টান কাম নহয়। এছিয়া মাইনৰৰ "বাঘাজকো" খনন কাৰ্যত ১৯০৭ চনত প্ৰফেচাৰ হিউগো উইংকলাৰে কিছুমান দলিল (প্ৰমাণ) উদ্ধাৰ কৰিছে। সেইবোৰৰ ভিতৰত আছে ১৪০০ শ খৃঃপূঃত স্বাক্ষৰিত, হিত্তী ৰজা চাব্লিবেলিয়ামা আৰু মিত্তানী (উত্তৰ মেটপটেমিয়া)ৰ ৰজা মাত্তিৱাজাৰ সন্ধি পত্ৰ। এই সন্ধি পত্ৰৰ ভাষা বেবিলনীয়, কিন্তু উভয় জাতিৰ দেৱতাসকলক উভয় নৃপতিৰ সজ বিশ্বাসৰ সাক্ষীস্বৰূপে আহ্বান (আৰাধনা) কৰা হৈছে। মিত্তানীৰ আৰ্য নৃপতিয়ে কৰা আহ্বান তলৰ দৰে—

ইলানি মি-ইত্ৰ এচুইল ইলানি উৰ্-ৰ্-ন এচুইল ইলু ইনাৰ না-স্-অত্-তিয়া-আন্না।

পাঠকসকলক এইটো কোৱা বাহুল্য যে বেদৰ মিত্ৰ, বৰুণ, ইন্দ্ৰ আৰু নাসত্যকে ইয়াত আহ্বান কৰা হৈছে। বেবিলনীয় ভাষাত দেৱতাক ইলু বুলি কোৱা হয়। ইলানি তাৰ বহুবচন, বেবিলনীয় ভাষাত দ্বিবচন নাই। বেদত মিত্ৰ আৰু বৰুণৰ নাম একেলগে সঘনে পোৱা যায়। নাসত্য দ্বিবচনান্ত। গতিকে উপৰোক্ত অংশটোৰ অৰ্থ হ'ল— "দেৱতাসকল— মিত্ৰ, বৰুণ, ইন্দ্ৰ আৰু দেৱতা নাসত্য (আমাৰ) সাক্ষী। (পৃষ্ঠা ২১০-২১১)।

শ্ৰীৰাধাকুমুদ মুখাৰ্জীয়েও তেওঁৰ 'Glimpses of Ancient India" গ্ৰন্থৰ Early Indian Expansion" অধ্যায়ত লিখিছে—"Indian civilization was not always contained within its natural grographical limits. It tended to spread and extend beyound there. An early example of this extension has been indicated in certain inscriptions discovered at an old site called "Baghazko" in Mesopotemia by the German Archealogist hugu winkler in 1907 and dated to about 1400 BC. They record treaties between kings of the Mittani and the Hitties. There guaranted by there Gods called Mi-it-ra U-ru-w-na In-da-ra and Na-sa-at-ti-ia, corresponding to the Rigvedis deities known as Mitra, Varuna, Indra and Nasatyal (the twin Asvins). Thus it has been asumed that Regvedic civilization was an established fact in India before 1400BC. So as to promote colonial, cultural and commercial activities upto a distant country like Mesopotemia. There are also other linguistic proofs of the spread of Indian civilization to wards that remote religion. The letters from Te-el-Amarna mention Mittani princes bearing Sanskrit names like Artatma Tusratta and Suttarana, while the Gods of another people of that age, the Kassites (C. 1746 - 1180BC) have names like Shurias (Sanskrit Surya) and Marytes

(Marutas)" (Page - 200)

ভাৰতৰ সভ্যতা সদায় তাৰ নিৰ্দিষ্ট ভৌগোলিক সীমাৰ ভিতৰতে আবদ্ধ নাছিল। সেই সীমা অতিক্ৰম কৰি সি বিস্তৃত আৰু প্ৰসাৰিত হৈছিল। এই বিস্তৃতিৰ উদাহৰণস্বৰূপে ১৯০৭ চনত মেচ'প'টেমিয়াৰ এখন পুৰণি ঠাই বাঘাজকোইজ জাৰ্মান প্ৰত্নতত্ত্ববিদ হিইগো উইংকলাৰে আৱিষ্কৃত কৰা ১৪০০ খৃঃপূঃ শিলালিপিসমূহৰ কথা উল্লেখ কৰিব পাৰি। উক্ত শিলালিপিবোৰত মিত্তানী আৰু হিত্তী ৰজাৰ মাজত হোৱা সন্ধিৰ কথা লিপিবদ্ধ কৰা হৈছে। সেইবোৰ ঋগ্‌বেদৰ দেৱতা মিত্ৰ, বৰুণ, ইন্দ্ৰ আৰু নাসত্য (অশ্বিনী কুমাৰ দ্বয়)ৰ অনুক্ৰমে তেওঁলোকৰ দেৱতা মি-ইত্-ৰ, উ-ৰু-ৱ্-ন, ইন্-দ-ৰ আৰু না-স-অত্-তি-ইয়াক সাক্ষী ৰাখি স্বাক্ষৰিত কৰা হৈছে। গতিকে এইটো ধৰি ল'ব পাৰি যে ভাৰতত ১৪০০ খৃঃপূঃৰ আগতেই ঋগ্‌বেদীয় সভ্যতা এক প্ৰতিষ্ঠিত সত্য আছিল, যাৰ ফলত মেচ'প'টেমিয়াৰ দৰে সুদূৰ দেশত উপনিবেশিক, সাংস্কৃতিক আৰু বাণিজ্যিক কাৰ্য-কলাপৰ উন্নতি সাধন কৰাটো সম্ভৱপৰ হৈছিল। সেই সুদূৰ দেশত যে ভাৰতীয় সভ্যতাৰ বিস্তৃতি সাধন হৈছিল, তাৰ অন্য ভাষিক প্ৰমাণো আছে। তেল-এল-আমাৰ-নাৰ লিপিসমূহৰ পৰা জনা যায়, মিত্তানী ৰজাসকলে আৰ্তাত্মা, তুষৰাৰ্ত, সুত্তৰ্ন আদিৰ দৰে সংস্কৃত নাম ধাৰণ কৰিছিল। যিস্থলত সেই যুগৰ অন্য এটা জাতি কাসাইটিসকলৰ (প্ৰায় ১৭৪৬-১১৮০ খৃঃপূঃ) দেৱতাসকলৰ নাম আছিল শুৰিয়স্ (সংস্কৃত সূৰ্য) আৰু মতিতস্ (মৰুতম্)।

## কোন এই হিত্তীসকল?

এই হিত্তী আৰু মিত্তানীসকল কোন আছিল? এই সম্পৰ্কে শ্ৰীজমনা দাস অখ্‌তৰে "পশ্চিম এছিয়াত ভাৰতৰ সংস্কৃতি "(নৱভাৰত টাইম্‌চ্ ঃ ২৫ জানুৱাৰী, ১৯৭০) বিষয়ক এটা প্ৰৱন্ধত বিস্তৃত বিৱৰণ দিছে। শ্ৰীঅখ্‌তৰে লিখিছে, ইৰাক আৰু চিৰিয়াত চলোৱা খনন কাৰ্য চলোৱা ফলত চাৰিটা প্ৰাচীন আৰ্যজাতি— হিত্তী, কাসী, মিত্তানী আৰু হুৰীসকলৰ সংস্কৃতি আৰু ধৰ্মীয় বিচাৰ ধাৰাৰ সন্ধান পোৱা গৈছে। হিত্তীসকলক "খত্তী" বুলিও কোৱা হয়। বাইবেলত কেইবা ঠাইতো "খত্তী"সকলৰ উল্লেখ পোৱা যায়। হিত্তীসকলক মিচৰ দেশত "খেতা" বুলিও কোৱা হয়।

প্ৰায়সকলো বুৰঞ্জীবিদ এই হিত্তী বিষয়ত একমত যে মূল "ক্ষত্ৰী" শব্দৰ অপভ্ৰংশ। হিত্তীবংশই যীশুখৃষ্টৰ জন্মৰ ১৭৪০ বছৰ আগতে আনাতোলিয়াত হিত্তী সাম্ৰাজ্যৰ সূত্ৰপাত কৰিছিল। এই বংশৰ চাৰিজন ৰজাৰ নাম অৰণূবন দাস আছিল। খৃষ্টৰ জন্মৰ ১৩০৫ বছৰ আগতে এজন হিত্তী ৰজাই চিৰিয়া অধিকাৰ কৰিছিল। খৃঃপূঃ ১১৯০ চনত ফিৰিগিয়ান জাতিয়ে আক্ৰমণ কৰি হিত্তীসাম্ৰাজ্যৰ অন্ত পেলায় যদিও ১৮০ বছৰ পিছত হিত্তীসকলে পুনৰ আক্ৰমন কৰি পেলেষ্টাইন অধিকাৰ কৰে। খৃষ্টৰ জন্মৰ ১৬৬০ বছৰ আগতে হিত্তীসকলে মিশৰ অধিকাৰ কৰি ২০ বছৰ পৰ্যন্ত তাত শাসন

চলায়। এই বংশৰ এজন ৰজাৰ নাম আছিল, পৰশুৰাম। এই পৰশুৰামে খৃষ্টৰ জন্মৰ ১৭৪০ বছৰ আগতে তুৰ্কীস্থানত ৰাজত্ব কৰিছিল। তেওঁৰ পুত্ৰৰ নাম আছিল লৱবৰ্ণ।

**মিত্তানী বংশৰ কথা ঃ** খৃষ্টৰ জন্মৰ ১৫০০ বছৰ আগতে এজন মিত্তানী ৰজাই চিৰিয়া অধিকাৰ কৰে। মিত্তানী জাতিৰ মানুহে "মিত্ৰ" (সূৰ্য)ৰ পূজা কৰিছিল। মিত্তানী প্ৰকৃততে মিত্ৰানী শব্দৰ অপভ্ৰংশ। এই জাতিৰ ৰজাসকলৰ নাম সংস্কৃতৰ। যেনে— আৰ্তাত্মা, শত্ৰুঘ্ন, সুদৰ্শন আৰু দশৰথ। এই ৰজাসকলৰ সহায়ক হুৰীসকলে খৃষ্টৰ জন্মৰ ১৪০০ বছৰ আগতে পশ্চিম এছিয়াৰ এটা ডাঙৰ ভূভাগত ৰাজত্ব কৰিছিল। এওঁলোকৰ ৰজাসকল আছিল, আৰ্তাত্মা, শত্ৰুঘ্ন আৰু বশিষ্ঠ। খৃষ্টৰ জন্মৰ প্ৰায় ১৪৫০ চনত মিত্তানী আৰু হিত্তী ৰজাসকলে পৰস্পৰে যুদ্ধ নকৰাৰ এটা সন্ধি স্বাক্ষৰিত কৰে। এই সন্ধিত তেওঁলোকে মিত্ৰ, বৰুণ, ইন্দ্ৰ আদি দেৱতাসকলক সাক্ষী ৰাখি পৰস্পৰে মিত্ৰতা সূত্ৰত আবদ্ধ হৈছিল। (এই কথা শ্ৰীগঙ্গাপ্ৰসাদ আৰু শ্ৰীৰাধাকুমুদ মুখাৰ্জীৰ উদ্ধৃতিৰে আগতেই উল্লেখ কৰি অহা হৈছে।

## কাসীসকলৰ বিৱৰণ

দ্বিতীয়টো আৰ্যবংশ "কাসী"ক কেশা আৰু কস্পী বুলিও কোৱা হয়। গ্ৰীক লেখক ষ্টানোৱে লিখিছে, "কেশোঈ" বুলি আসিতিয়াৰ শিলালিপিত পোৱা যায় "কাস্তী"। ইউৰোপৰ বিশেষজ্ঞসকলৰ মতে 'কাসী'সকলেই পোনপ্ৰথমে যুদ্ধত ঘোঁৰা ব্যৱহাৰ কৰিছিল। এটা কৌতুহলোদ্দীপক কাহিনী হ'ল, ভাগৱত পুৰাণত আছে— কংসই শ্ৰীকৃষ্ণক হত্যা কৰিবলৈ কেশী নামেৰে এজন দৈত্য পঠাইছিল। কেশীক বধ শ্ৰীকৃষ্ণই 'কেশৱ' নাম পাইছিল। পশ্চিম এছিয়াত 'কাসী' জাতিয়ে পূজা কৰা দেৱতা গৰাকীৰ নাম আছিল 'কেশাশৱ'।

## ৰথবিদ্যাৰ প্ৰৱৰ্তক

মহম্মদ গজনীৰ দৰবাৰী লেখক আলবেচনীয়ে লিখিছে যে গ্ৰীকসকলে নহয় মহাপ্ৰলয়ৰ ৭০০ শ বছৰ পিছত এজন হিন্দু ৰজা 'আফ্ৰোদিয়াশে' ইউৰোপত ৰথবিদ্যাৰ আৰম্ভণি কৰে। এইজন ৰজাই মিচৰত শাসন কৰিছিল। হিত্তীসকলক মিচৰত 'খেৰা' বুলি কোৱা হৈছিল। এওঁলোক 'ক্ষত্ৰী' (ক্ষত্ৰিয়) আছিল। হিত্তীসকলে যুদ্ধত দ্বি-চক্ৰযুক্ত ৰথ ব্যৱহাৰ কৰিছিল। এওঁলোকে চাইপ্ৰাচকে ধৰি গ্ৰীচৰ কেইবাটাও দ্বীপ জয় কৰিছিল। এওঁলোকে মিচৰৰ ৰজাসকলৰ লগত কেইবাখনো যুদ্ধত প্ৰবৃত্ত হৈছিল। অৱশেষত মিচৰৰ ৰজাই সন্ধি কৰিবলৈ বাধ্য হয়। এই সন্ধিৰ প্ৰমাণ এখন শিলালিপিত পোৱা গৈছে। খৃষ্টৰ জন্মৰ ১২৬৯ চনৰ আগতে স্বাক্ষৰিত এই সন্ধিত হিত্তী (ক্ষত্ৰী) ৰজাসকলৰ তৰফৰ পৰা যিজন দূতে হস্তাক্ষৰ কৰিছিল, তেওঁৰ নাম আছিল ৰাকেশ।

# হিত্তী ভাষাৰ শব্দাৱলী

ইউৰোপত হিত্তীৰজাসকলৰ বিষয়ে কেইবাখনো গ্ৰন্থ ৰচিত হৈছে। হিত্তী শব্দসমূহৰ এখন কোষো ছপা হৈ ওলাইছে। হিত্তীভাষা প্ৰকৃততে সংস্কৃতৰে অন্য এটা ৰূপ। তলত কেইটামান হিত্তী শব্দ (সংস্কৃত আৰু অসমীয়া প্ৰতিশব্দসহ) উল্লেখ কৰা হ'ল—

| হিত্তী | সংস্কৃত | অসমীয়া |
|---|---|---|
| পাৰ্হহ | পহ্বৰ | জুই |
| সুৱান | শ্বান | কুকুৰ |
| জেনু | জাহ্নব | জগা |
| অস্থা | স্থা | থকা |
| ক্রুৰ | ক্রুৰ | ক্রুৰ |
| ঈশা | ঈশ্বৰ | ঈশ্বৰ |
| পেদম্ | পাদম্ | পাদ (ভৰি, খোজ) |
| বশুঅ | ৱস্ত্ৰ | কাপোৰ |
| লামনে | নামন্ | নাম |
| আহ্মি | আস্মি | হওঁ, আছোঁ |
| দ্বি | দ্বি | দুই |

# ভাৰতৰ পৰা গৈছিল

হিত্তী, কাসী, মিত্তানী আৰু পৃৰীসকলৰ বিৱৰণ দাঙি ধৰাৰ পিছত শ্ৰীঅখ্তাৰে লিখিছে— এওঁলোক প্ৰাচীন কালত ভাৰতৰ পৰা বাহিৰলৈ গৈছিল। হিত্তী আৰু মিত্তানী ৰজাসকলৰ যি সন্ধিৰ কথা পূৰ্বতে উল্লেখ কৰি অহা হৈছে তাত সাক্ষী ৰখা দেৱতাসকলৰ নাম ঋগ্‌বেদৰ অনুক্ৰমে উল্লেখ কৰা হৈছে। বিখ্যাত ইংৰাজ পণ্ডিত পৰগিটৰে লিখিছে যে বৈদিক কালত ভাৰতীয় জাতিবোৰ ভাৰতৰ পৰা বাহিৰলৈ-পশ্চিমৰ ফালে যাবলৈ আৰম্ভ কৰিছিল। অন্য এগৰাকী ইংৰাজ পণ্ডিত এইচ্চ, বিলিওৱে তেওঁৰ 'আফগানিস্থান আৰু আফগান' নামৰ গ্ৰন্থত (২১৩ পৃঃ) মহাভাৰতৰ যুদ্ধৰ পিছত বহুতো জাতি (বংশ) ভাৰতৰ পৰা বাহিৰলৈ গৈছিল আৰু ইয়াৰ আগতেও যাতায়াত থকা একো আচৰিত নহয় বুলি লিখিছে। প্ৰফেছাৰ ইৱৰ লিস্নৰে তেওঁৰ গ্ৰন্থ The Living Part (৩২০/২১ পৃঃ)ত লিখিছে যে খৃষ্টৰ জন্মৰ ২৬০০ বছৰ আগতে ভাৰতীয়সকলে পশ্চিম এশিয়াত যুদ্ধোপযোগী ৰথ ব্যৱহাৰ কৰিছিল। এওঁলোকে 'মাইক্নীনী' বুলি অভিহিত হৈছিল। হোমাৰৰ গ্ৰন্থত এওঁলোকৰ বিষয়ে উল্লেখ পোৱা যায়। পশ্চিম এশিয়ালৈ অহা এই আৰ্য্যসকলে কেইবাশ বছৰ ধৰি অন্যান্য আক্ৰমণকাৰীসকলৰ বিৰুদ্ধে যুঁজিবলগীয়া হৈছিল। আলিগড় বিশ্ববিদ্যালয়ৰ

প্ৰফেছাৰ তেওঁৰ 'ভাৰত আৰু আৰবৰ সম্বন্ধ' গ্ৰন্থত লিখিছে যে হিত্তী আৰু মিত্তানীসকল ভাৰতীয় আছিল আৰু তেওঁলোকে ভাৰতীয় দেৱতাসকলৰ পূজা কৰিছিল। এই মিত্তানীসকলেই পিছত 'মেঢ়' বুলি অভিহিত হয়। এওঁলোকে খৃষ্টৰ জন্মৰ ৭৫০ বছৰ পূৰ্বে উত্তৰ ইৰাণ অধিকাৰ কৰে আৰু কেইবাবছৰো ধৰি 'অসুৰ'সকলৰ লগত যুদ্ধ কৰে। এওঁলোকৰ এগৰাকী ৰজাই নিজৰ নামৰ পিছত 'ক্ষত্ৰী' শব্দ (উপাধি) প্ৰয়োগ কৰিছিল। অন্তিম মেঢ় ৰজা ইস্বাকু (গ্ৰীক— অষ্টয়াগম্)ৰ জোঁৱায়েক কুশে গ্ৰীচ আৰু মিশৰৰ ওপৰত অধিকাৰ কৰে। তেওঁৰ পুত্ৰ কাম্বুজে আৰ্য্যানদেশ নামেৰে এজনক মিশৰৰ গৱৰ্ণৰ নিযুক্ত কৰিছিল।

ওপৰৰ আলোচনাবোৰেই প্ৰমাণ কৰে যে হিত্তী আৰু মিত্তানীসকল ভাৰতীয় আছিল আৰু তেওঁলোকে ভাৰতৰ পৰা গৈ পশ্চিম এশিয়াত ৰাজত্ব কৰিছিল। মেচপটেমিয়াত খৃঃপূঃ ৪০০ চনৰ শিলালিপি উদ্ধাৰ হোৱা আৰু তাত বৈদিক দেৱতাসকলৰ নাম থকা বাবেই তেতিয়াৰ পৰা আৰ্য্যসকল ভাৰতলৈ অহা বুলি লোৱা ধাৰণা চালে-বেৰে কোবোৱা কথা মাত্ৰ। এনে মত কিহৰ আধাৰত পোষণ কৰা হৈছে, সি আমাৰ বাবে দুৰ্বোধ্য।

## 'জেন্দাৱেস্তা' প্ৰকৃততে কি?

এই প্ৰসঙ্গত 'জেন্দাৱেস্তা'ৰ বিষয়ে আলোচনা কৰাটো উচিত হ'ব বুলি ভাবিলোঁ, তেতিয়াহে বেদৰ লগত তাৰ কিয় মিল আছে, সেইটো সহজে বোধগম্য হ'ব। সংস্কৃত ছন্দঃ আৰু অৱস্থা শব্দৰ অপভ্ৰংশ হৈছে 'জন্দাৱস্তা (বা জেন্দাৱেস্তা)। অথৰ্ববেদৰ পৰ্যায় হৈছে ছন্দঃ। পাৰ্চীসকলৰ মুখ্য ধৰ্মগ্ৰন্থ জন্দ বা 'জন্দাৱস্তা' ছন্দঃ আৰু ছন্দাৱস্থাৰ অপভ্ৰংশৰ বাহিৰে আন একো নহয়। এই সম্পৰ্কে পাশ্চাত্য পণ্ডিত মিঃ চিপ্সে কৈছে—

"I still hold that the name of Zend was originally a corruption of the Sanskrit word" ছন্দ ঃ chhanda."

# ইৰাণী গ্ৰন্থত ইক্ষ্বাকুবংশীয় ৰজা

আমি বহুতেই কল্পনা কৰিছোঁ নিশ্চয় যে অযোধ্যাৰ প্ৰাৰম্ভিক ইক্ষ্বাকু ৰজাসকলৰ ইৰাণ তথা তাৰ ধৰ্মপ্ৰৱৰ্তক জৰদুষ্ট্ৰৰ লগত সম্বন্ধ থাকিব পাৰে। ফাৰ্চি গ্ৰন্থকাৰ ফিৰদৌচীয়ে কৰা ইৰাণী ৰজাসকলৰ তালিকা আৰু পুৰাণসমূহৰ ইক্ষ্বাকু বংশাৱলীৰ তুলনামূলক অধ্যয়ন কৰিলে এই সম্পৰ্কে বহুতো মনোৰম কাহিনী পোৱা যায়।

পণ্ডিত ভগৱদৰ মতে ফিৰদৌচীৰ শাহনামাত কেৰ এসপ (কুৱলাশব) ৰজাৰ উল্লেখ কৰা হৈছে। তেওঁ বৈৱস্বতৰ পৰা সপ্তম (পুৰুষ)আছিল। যেতিয়া মই ফিৰদৌচীৰ দ্বাৰা বৰ্ণিত ইৰাণৰ ৰাজবংশাৱলী আৰু পুৰাণসমূহৰ ইক্ষ্বাকু বংশাৱলীৰ তুলনামূলক অধ্যয়ন কৰিলোঁ, তেতিয়া উভয়ৰে নামৰ অদ্ভুত সাদৃশ্য দেখিবলৈ পালোঁ। তলৰ তালিকাৰ পৰা পাঠকসকলে নিজেই তাৰ সাদৃশ্য পৰীক্ষা কৰি চাব পাৰিব।

ফিৰদৌচীৰ শাহনামা বেছি প্ৰাচীন গ্ৰন্থ নহয়। গতিকে তেওঁৰ বংশাৱলীও পূৰ্ণ নহয়। তথাপি ফিৰদৌচীয়ে কিবা প্ৰাচীন শ্ৰোতৰ আধাৰতে শাহনামা ৰচনা কৰিছে। শাহনামা আৰু পুৰাণসমূহৰ নিম্নলিখিত নামৰ মাজত ঘনিষ্ঠ সাদৃস্য স্পষ্ট।

জমশেদ (যম বৈৱস্বত) আজি দহাফ (অহিদানৱ), কাৱা (কবি উশনা), ফেৰীদন (বৰণী), কেৰ এসপ (কুৱলাশ) শিয়াবুশ (শ্ৰাৱস্ত্ৰ) লহৰাম্প (হৰ্য্যশ্ব), গুস্তাম্প (কুশাশ্ব) আৰু দুআজ দস্ত (এমদস্যু)।

ইয়াৰ শেষৰ নাম দুটাৰ আশ্চৰ্যজনক সাদৃশ্য আছে। ইয়াৰ ভিতৰত গুস্তাম্প (কুশাশ্ব) ঋষি জচদুষ্ট্ৰৰ সংৰক্ষক (পৃষ্ঠপোষক) আছিল আৰু দুআজ দস্ত নাম নিশ্চয়েই মান্ধাতাৰ পৌত্ৰ ত্ৰসদস্যুৰ নামৰ বিকাৰ (অপভ্ৰংশ) ইয়াত কিঞ্চিৎমাত্ৰও সন্দেহ নাই। শিয়াযুশ আৰু শ্ৰাবস্তৰ নামৰ লগত বহুত সাদৃশ্য আছে। লহৰাম্প নিশ্চয়েই হৰ্য্যশ্বৰ অপভ্ৰংশ। আৰু কেৰএসপ কুৱলাশ্বৰ বিকাৰ। জযশ্বেদ (যথ বৈৱস্বত), কাবা (কবি উশমা) আজি দহাফ বা আজি জোহাফ অহিদানৱ (বৃত্ৰাসুৰ) ফেবোদীন বৰুত্ৰীৰ মাজত সম্পূৰ্ণ সাদৃশ্য আছে।

আধুনিক লেখকসকলে মহাত্মা জৰেখুষ্ট্ৰৰ সময় ন্যূনতম ৫০০ বিঃ পূঃৰ ১০০০

বিঃ পূঃ বা খৃঃ পূঃত বুলি গণ্য কৰে। কিন্তু ওপৰোক্ত নামৰ সাদৃশ্যৰ পৰা জৰেযুষ্ট্ৰীৰ সময় ইক্ষ্বাকু ৰমা কুশাশ্বৰ সময় নিশ্চিত হয়। শাহনামাত কুশাশ্বৰ নাম গুস্তাপ শুস্তাস্প। পুৰাণসমূহত কুশ্ৰাশ্বৰ অযোধ্যা (ভাৰত)ৰ ৰজা শাহনামাত গুস্তাম্পক ইৰাণৰ ৰজা পতা হৈছে। নিশ্চয় কুশাশ্ব অযোধ্যা আৰু ইৰাণ দুয়োদেশৰে শাসক আছিল। তেওঁৰ সাম্ৰাজ্য নিশ্চয় বিশাল আছিল।

আশ্বান্ত নাম অযোধ্যাৰ বহুত প্ৰাচীন ৰজাসকলে ধাৰণ কৰিছিল। যেনে— যুৱনাশ্ব (প্ৰথম), কুৱনাশ্ব, দৃঢ়াশ্ব, হৰ্য্যশ্ব, সহতাশ্ব, কৃশাশ্ব, যুৱনাশ্ব (দ্বিতীয়), হৰিদশ্ব (হৰিচন্দ্ৰ), ৰোহিদশ্ব (ৰোহিতাশ্ব) ইত্যাদি। বৈদিক সাহিত্যৰ অন্তিম অশান্ত মানুহৰ নাম আমি পাঞ্চাল নৃপতি ভাৰ্যশ্বৰ প্ৰৌত্ৰ আৰু সুদ্‌গলৰ পুত্ৰি "বধৃয়শ্ব"ৰ পাঁও— এওঁৰ পুত্ৰ আছিল দিৱোদাস আৰু পুত্ৰী আছিল অহিল্যা মৈত্ৰেয়ী প্ৰতিভপুল্যা। দিৱোদাসো ৰৈ বাধূৰ্যাশ্বৰ কাময়ত। জৈমিনীয় ব্ৰাহ্মণ (১২২)। দিৱোদাসৰ পিতৃ বধৃয়শ্বৰ সুদৃত অশান্ত ৰামায়ণ আৰু মহাভাৰত কালৰ বহুত আগতেই বন্ধ হৈ গৈছিল। এই আলোচনাৰ মন্তব্য (মৰ্ম) এয়ে যে জৰদুষ্ট্ৰ সেইসময়ত উপস্থিছিল, যিসময়ত অশ্বান্ত নামৰ বহুল প্ৰচলন আছিল। ইৰাণ আৰু ভাৰত উভয়ৰে প্ৰাচীনতম ৰজাসকলৰ বহুত নাম অশান্ত আছিল।

## পিশ্‌দাদিয়ন বা পশ্চাদেৱ

ইৰাণৰ প্ৰাচীনতম বংশক পিশ্‌দাদিয়ন বংশ বুলি কোৱা হৈছিল। প্ৰাচীনকালত দেৱতাসকলে তিনি শ্ৰেণীত বিভক্ত আছিল। পুৰাণত এওঁলোকক ক্ৰমান্বয়ে দৈত্য (পূৰ্বদেৱ), আদিত্য আৰু দানৱ (পশ্চাদ্‌দেৱ) বুলি কোৱা হৈছে। বিপ্ৰচিতিঃ প্ৰধোনোইসদ্ য়েষাং মধ্যে মহাবল (মৎস্য পুৰুষ ৬১১৬)। দ্বাদশ আদিত্য (দেৱ) আৰু দানৱ উভয়েই পশ্চাদ্‌দেৱ নাছিল। ইৰাণৰ প্ৰাৰম্ভিক কথা যেনে বৈৱস্বত যম (য়িম খিস্ত ওস্ত) বৃষপৰ্ৱা (অফৰাসিয়ান), বৰুণ (ফেৰীদল) ইত্যাদি পশাদ্‌দেৱ নাছিল আৰু মনু বৈৱস্বতৰ পুত্ৰ ইক্ষ্বাকুৰ বংশধৰসকল পশ্চাদ্‌দেৱ আছিল।

অসুৰ অৰমৰ পুত্ৰ বন্ধুক দ্বাদশ ইক্ষ্বাকু কুৱলাশ্বই বধ কৰে। সেইবাবে তেওঁৰ নাম ধূন্ধমাৰ বুলি প্ৰচলিত হয়। অযোধ্যাৰ সম্ৰাট কয্যৎমৃত ৰুস্তম (বিষ্ট্ৰোশ্ব), নৌজালহচয্য (হৰ্য্যশ্ব) ই ভাৰত, ইৰাণ আৰু আৰব আদি দেশত শাসন কৰিছিল। হৰ্যশ্বৰ প্ৰণৌত্ৰকেই ইৰাণত গুস্তাস্প বুলি কোৱা হৈছিল, তেৱেঁই জুতদুষ্ট্ৰৰ সংৰক্ষক আছিল।

"জেন্দাৱেতা শব্দ" ছন্দোবেদ (জেন্দ ছন্দ অৱেস্তা বেদ)ৰ জপান্ত ছন্দবেদ অৰ্থবেদৰ প্ৰাচীন ঋক্ (বাব) আছিল আৰু প্ৰাচীন জেন্দাৱেস্তা তথা ভাৰতীয় অথৰ্ববেদৰ প্ৰধান ঋষি আহি উশনা পৰম্পৰাতেই শুক্ৰাচাৰ্য। শুক্ৰাচাৰ্যৰ নিকট ঋষি জৰদুষ্ট্ৰৰ শাহনামা আৰু পুৰাণসমূহৰ তুলনামূলক অধ্যায়নৰ দ্বাৰা এইটো স্পষ্ট যে জৰদুষ্ট্ৰৰ

দেৱাসুৰ যুগৰ শেষত সত্যযুগৰ শেষ চৰণত এমদস্যু (দুমাদদস্ত) পুৰুকুৎস আৰু মান্ধাতাৰ আগত আৰু হুৰ্যশ্ব (লহৰাস্প)ৰ পিছত হয়।

ইৰাণীসকলৰ প্ৰধান দেৱতা অহুৰ মজদা হয় বৰুণ (অসুৰ মহৎ) নহয় ৰুদ্ৰ। সম্ভৱতঃ মহাদেৱকেই ইৰাণীসকলে অহুৰ মজ্‌দা বুলি কৈছিল। এইটো নিৰ্ণয় কৰা যদিও কঠিন, তথাপি বৰুণ আৰু ৰুদ্ৰ (মহাদেৱ) উভয়েই প্ৰাচীনতম বৈদিক দেৱতা আছিল। অহুৰ মজ্‌দাৰ পূজায়ো জৰদুষ্ট্ৰৰ প্ৰাচীনতা পুষ্ট (প্ৰমাণ) কৰে।

ইৰাণী গ্ৰন্থসমূহৰ মতে তুৰ্কিস্থানত সম্ৰাট অৰজাসা গুস্তাস্পৰ ঘোৰ শত্ৰু আছিল। তেওঁ গুস্তাস্পৰ ৰাজ্য ইৰাণ আৰু ভাৰতৰ ওপৰত আক্ৰমণ কৰিছিল। ইৰাণী নাম অৰজাস্পই শতপথ, (১৩/৪/৩/১০) ৰ অমিতধান্ন (ধন্বা) বুলি প্ৰতীত হয় যাক মান্ধাতাই পৰাস্ত কৰিছিল। "অনিতং চ নৃগং চৈৱ মান্ধাৰ মানবোৱজয়ৎ" (দ্ৰোণপৰ্ব-৬২-১০) অমিতধান্ন অসুৰেই সম্ভৱতঃ মেগাস্থোনিচৰ দ্বাৰা উল্লেখিত জয়নোমস্ (ধন্যাসুৰ) আছিল, যিয়ে ভাৰতৰ ওপৰত পশ্চিমৰ ফালৰ পৰা আহি আক্ৰমণ কৰিছিল আৰু বহুত নগৰ স্থাপন কৰিছিল।

পুৰাণ আৰু হৰ্ষ ৰচিত আদি গ্ৰন্থত বহুত ইক্ষ্বাকু ৰজাই পাতাল বা ৰসাতলত অসুৰৰ ওপৰত বিজয় লাভ কৰাৰ উল্লেখ আছে। বানভট্টয়ো ইপৰ ইংগিত দিছে। ইৰাণ, ইৰাক, ইউৰোপ, আফ্ৰিকাৰ সমুদ্ৰতটৱৰ্তী দেশসমূহক পুৰণি কালত পাতাল বুলি কোৱা হৈছিল। মান্ধাতা আদি ইক্ষ্বাকু ৰজাসকলে ইৰাণ আদি জয় কৰিছিল। এই কথা ইৰাণী ইতিহাসৰ দ্বাৰা প্ৰধানত হয়। সেই দেশবোৰৰ ৰজাসকলেই ইক্ষ্বাকু আছিল যিসকলক পুৰাণসমূহত অযোধ্যাৰ ৰজা বুলি কোৱা হৈছিল।

ইৰাণী গ্ৰন্থসমূহত কোৱা হৈছে যে যেতিয়া তুৰ্কিস্থান (ৰসাতল)ত সম্ৰাট অৰজাম্প (অমিত বন্ধাসূৰ) আছিল, কৃশাশ্ব (গুস্তাস্প) ৰাজধানী ধ্বংস কৰিছিল, তেতিয়া তেওঁৰ পুত্ৰ স্কন্ধ্যাৰ বা ইস্‌ফোন্তিয়াৰে) নিজৰ দেশক অৰাজম্পৰ মুক্ত কৰে আৰু তেওঁক শোচনীয়ভাৱে পৰাস্ত কৰে। শাহ্‌নামাত ইস্‌ফোন্তিয়াৰ প্ৰৌত্ৰ দুআদ দস্ত কোৱা হৈছে। পুৰাণসমূহৰ মতেও ত্ৰসদস্যু (দুআজ দস্ত) মান্ধতাৰ পুত্ৰ আছিল। গতিকে ইস্‌ফেণ্ডিয়াৰ আৰু মান্ধাৰা একেজনেই হ'ব লাগে। ঘটনাক্ৰমৰ লগত তেওঁলোকৰ নামৰ সাদৃশ্যয়ো ইয়াকে প্ৰতীত কৰিছে। দুমাজদস্ত অৱশ্যেই ত্ৰসদস্যু আছিল।

শাহনামাই ইৰাণত ইক্ষ্বাকু বংশীয় নৃপতিসকলে ৰাজ্য শাসন কৰাৰ প্ৰমাণ দিয়ে। পাৰ্চী কবি ফিৰদৌচী, গজনীৰ মহম্মদৰ সভা-কবি আছিল। জন্মস্থান পাৰস্যদেশত। সুবল চন্দ্ৰ মিত্ৰই তেওঁৰ 'সৰল বাঙ্গাল অভিধান'ত ফিৰদৌচী (তেওঁ ফৰদৌচী বুলি লিখিছে) বিষয়ে লিখিছে যে মহম্মদে তেওঁক শাহনামা গ্ৰন্থত ৰচনা কৰিবলৈ অনুৰোধ কৰে আৰু প্ৰতিশ্লোকৰ মূল্যস্বৰূপে শ্লোকে প্ৰতি একোটাকৈ স্বৰ্ণ ডৰছাম (মুদ্ৰা বিশেষ) দিবলৈ প্ৰতিশ্ৰুতি দিয়ে। কিন্তু ৬০,০০০ হেজাৰ শ্লোক ৰচনা শেষ হোৱাত মহম্মদে

তেওঁৰ প্ৰতিশ্ৰুতি ভংগ কৰি কবিক ৰূপৰ ডৰহাম দিবলৈহে ওলাল। ফিৰদৌচীয়ে সেই পাৰিশ্ৰমিক নলৈ মনৰ দুখত মহম্মদৰ ৰাজ্যসভা ত্যাগ কৰি স্বদেশলৈ প্ৰত্যাৱৰ্তন কৰে আৰু মহম্মদৰ বিষয়ে এখন তীব্ৰ ব্যঙ্গ কাব্য ৰচনা কৰে। মহম্মদে এই কথাত অনুতপ্ত আৰু লজ্জিত হৈ তেওঁক দিবলৈ একলক্ষ স্বৰ্ণ ডৰহাম পাৰস্যলৈ পঠাই দিয়ে।

কথিত আছে যে যেতিয়া এই ধন লৈ ৰাজ কৰ্মচাৰীসকলে ফিৰদৌচীৰ নগৰত প্ৰৱেশ কৰিলে, ঠিক সেইসময়তে তেওঁলোকে দেখিবলৈ পালে কবি ফিৰদৌচীৰ মৃতদেহ সমাধিস্থ কৰিবলৈ নগৰৰ বাহিৰলৈ লৈ গৈ আছে। কৰ্মচাৰীসকলে এই ধন ফিৰদৌচীৰ একমাত্ৰ কন্যাক দিবলৈ যোৱাত পোনতে তেওঁ গ্ৰহণ কৰিব খোজা নাছিল। পিছত বহুতো অনুৰোধ কৰাত গ্ৰহণ কৰি দানকাৰ্যত ব্যয় কৰে।

## শাহনামা আৰু পুৰাণৰ নামৰ সাদৃশ্য

এই প্ৰবন্ধত কবি ফিৰদৌচী বা তেওঁৰ গ্ৰন্থৰ আলোচনা কৰাটো আমাৰ উদ্দেশ্য নহয়। তেওঁৰ গ্ৰন্থ শাহ নামাত ইক্ষাকু বংশীয় ৰজাসকলৰ নাম কেনেকৈ অন্তৰ্ভুক্ত হ'বলৈ পালে সেই বিষয়েহে ইয়াত আলোচনা কৰা হ'ব। ৮ এপ্ৰিলৰ (১৯৮৪) 'হিন্দুস্তান' কাকতত শ্ৰীকুঁৱৰ ৰাল ব্যাসশিষ্যই এই বিষয়ে এটা গৱেষনামূলক প্ৰবন্ধ লিখিছে। তাত তেওঁ তুলনামূলক অধ্যয়ন কৰি শাহনামা আৰু পুৰাণসমূহত থকা ইক্ষাকু বংশীয় ৰজাসকলৰ তালিকা সাদৃস্য দাঙি ধৰিছে। ফিৰৌদৌচীৰ 'শাহনামা' বেছি প্ৰাচীন গ্ৰন্থ নহয়। তাত উল্লেখ কৰা বংশাৱলীও সম্পূৰ্ণ নহয়। তথাপি ফিৰদৌচীয়ে যে কিবা প্ৰাচীন উৎসৰ আধাৰতে শাহনামাৰ ৰচনা কৰিছে তাত সন্দেহ নাই। 'শাহনামা' আৰু পুৰাণসমূহত নিম্নলিখিত নামৰ মাজত ঘনিষ্ঠ স্পষ্ট সাদৃশ্য জমশেদ (যম বৈৱস্বত), অজিদহাফ (অহিদানৱ), কাৱা (কবি উশনা), ফেৰীদন (বৰুণ), কেৰ এসপ্ (কুৱনাশ্ব), শিয়াবুশ (শ্ৰাৱস্ত), লহৰাস্প (হৰ্যশ্ব) গুস্তাস্প (কৃশাশ্ব) আৰু দুআজ দস্ত (ত্ৰসদস্যু)। এই প্ৰসংগত উল্লেখনীয় যে গুস্তাস্প (কৃশাশ্ব) ঋষি জৰদুষ্ট্ৰৰ পৃষ্ঠপোষক আছিল।

আধুনিক পণ্ডিতসকলে মহাত্মা জৰদুষ্ট্ৰৰ সময় নূন্যতম ৫০০ বিক্ৰম পূৰ্বৰ পৰা ১,০০০ বিঃ পূঃ বা খৃঃ পূঃ বুলি গণ্য কৰে। কিন্তু উপৰোক্ত নামৰ সাদৃশ্যৰ পৰা জৰদুষ্ট্ৰৰ সময় ইক্ষাকু ৰজা কৃশাশ্বৰ সময়ৰ লগত যে একে সেইটো নিশ্চিত হয়। শাহনামাত কৃশাশ্বৰ নাম গুস্তাস্প। পুৰাণসমূহত কৃশাশ্বক অযোধ্যা (ভাৰত) আৰু শাহনামাত গুস্তস্পক ইৰাণৰ ৰজা বুলি কোৱা হৈছে। এই কথাই কৃশাশ্ব যে অযোধ্যা আৰু ইৰাণ দুয়োখন দেশৰে শাসক আছিল তেওঁৰ সাম্ৰাজ্য যে বিশাল আছিল সেই কথাকে প্ৰমাণ কৰে।

অযোধ্যাৰ বহুত প্ৰাচীন নৃপতিয়ে অশান্ত নাম ধাৰণ কৰিছিল। যেনে— যুৱনাশ্ব (প্ৰথম), কুৱাশ্ব, দৃঢ়াশ্ব, হৰ্যশ্ব, সহতাশ্ব, কৃশাশ্ব, যুৱনাশ্ব (দ্বিতীয়), হৰিদশ্ব (হৰিচন্দ্ৰ)

ৰোহিদশ্ব (ৰোহিতাশ্ব) ইত্যাদি। বৈদিক সাহিত্যত অন্তিম অশ্বান্ত পুৰুষ হ'ল পাঞ্চাল নৃপতি তার্ম্যশ্বক পৌত্র আৰু মুদ্‌গলৰ পুত্র 'বধূয়শ্চ'। এওঁৰ পুত্র দিৱোদাস কন্যা-অহিল্যা, মৈত্রেয়ী, প্রতিভপুল্যা। "দিৱোদাসো ৱৈ বাধূয়াশ্বকাময়ত" (১২২)। দিৱোদাসৰ পিতৃ বধূয়শ্বৰ পিছত অশ্বান্ত নৃপতিৰ নাম শুনিবলৈ পোৱা নাযায়। তাৰে প্ৰচলন ৰামায়ণ আৰু মহাভাৰত কালৰ বহুত আগতেই বন্ধ হৈ গৈছিল। এই কথাখিনি আলোচনা কৰাৰ তাৎপৰ্য হ'ল, যিসময়ত আশ্বান্ত নামৰ বহুল প্ৰচলন আছিল, সেই সময়তে জৰদুষ্ট্ৰৰ আবিৰ্ভাব হৈছিল।

## পিশ্‌দাদিয়ন বা পশ্চাদ্‌দেৱ

ইৰাণৰ প্ৰাচীনতম বংশক পিশ্‌দাদিয়ন বংশ বুলি কোৱা হৈছিল। প্ৰাচীনকালত দেৱতাসকলে তিনি শ্ৰেণীত বিভক্ত আছিল। পুৰাণত এওঁলোকক ক্ৰমান্বয়ে দৈত্য (পূৰ্বদেৱ), আদিত্য আৰু দানৱ (পশ্চাদ্‌দেৱ) বুলি কোৱা হৈছে। বিপ্ৰচিতিঃ প্ৰধোনোইসদ্ য়েষাং মধ্যে মহাবল (মৎস্য পুৰাণ ৬১১৬)। দ্বাদশ আদিত্য (দেৱ) আৰু দানৱ উভয়েই পশ্চাদ্‌দেৱ নাছিল। ইৰাণৰ প্ৰাৰম্ভিক কালৰ ৰজাসকল যম বৈৱস্বত (য়িম খিস্ত ওস্ত) কৃষপৰ্ব (অফৰাসিয়াব), বৰুণ (ফেৰীদন) ইত্যাদি পশ্চাদ্‌দেৱেই আছিল। মনু বৈৱস্বতৰ পুত্ৰ ইক্ষ্বাকুৰ বংশধৰসকল পশ্বাদ্‌দেৱ আছিল।

অসুৰ অৰসৰ পুত্ৰ ধুন্ধক দ্বাদশ ইক্ষ্বাকু কুৱলাশ্বই বধ কৰে। সেইবাবে তেওঁৰ নাম ধূন্ধমাৰ বুলি প্ৰচলিত হয়। অযোধ্যাৰ সম্ৰাট কয্যৎমৃত ৰুস্তম (বিষ্ট্ৰোশ্ব), নৌজালহচয্য (হৰ্য্যশ্ব) ই ভাৰত, ইৰাণ আৰু আৰব আদি দেশত শাসন কৰিছিল। হৰ্যশ্বৰ প্ৰণৌত্ৰকেই ইৰাণত গুস্তাস্প বুলি কোৱা হৈছিল, তেৱেঁই সুতদুষ্ট্ৰৰ সংৰক্ষক আছিল, সেই কথা আগতেই কৈ অহা হৈছে।

পাৰ্চীসকলৰ ধৰ্মগ্ৰন্থ 'জেন্দাৱেস্তা' প্ৰকৃততে ছন্দ আৰু অৱস্থাৰ অপভ্ৰংশ। ছন্দাৱস্থাৰ পৰা জন্দাৱস্তা বা জেন্দাৱস্তো হৈছে। অথৰ্ববেদৰ অন্য নাম ছন্দ বেদ। তাৰ প্ৰমাণ—

তস্মাজ্‌য়জ্ঞাৎ সৰ্ভহুতঃ ঋচঃ সামানি জজ্ঞিৰে।
ছন্দাংসি জতিৰে তস্মাজ্ য়জুস্তমাদজায়ত।।

— যজ্ঞৰ পৰা ঋক্, সাম, ছন্দঃ (অথৰ্ব) আৰু যজুৰ্বেদৰ উৎপত্তি হ'ল।

পাৰ্চী জেন্দাৱস্তা তথা ভাৰতীয় অথৰ্ববেদৰ প্ৰধান ঋষি আছিল উশনা শুক্ৰাচাৰ্য। শুক্ৰাচাৰ্যৰ নিকট পৰম্পৰাতেই জৰদুষ্ট্ৰৰ অভ্যুদয়। 'শাহ-নামা আৰু পুৰাণ সমূহৰ তুলনামূলক অধ্যয়ন কৰিলে এইটো স্পষ্ট হয় যে জৰদুষ্ট্ৰৰ আবিৰ্ভাৱ হৈছিল দেৱাসুৰ যুগৰ শেষত- সত্যযুগৰ শেষ চৰণত (শ্ৰীকুঁৱৰীলালৰ মতে) ত্ৰসদস্যু (দুআজদস্ত) পুৰুকুৎস আৰু মান্ধাতাৰ আগতে তথা হৰ্য্যশ্ব (লহৰাস্প)ৰ পিছতে।

শ্ৰীকুঁৱৰলালে অভিমত দি লিখিছে ইৰাণীসকলৰ প্ৰধান দেৱতা অহুৰ মজদা হয় বৰুণ (অসুৰ মহৎ) নহয় ৰুদ্ৰ। সম্ভৱতঃ মহাদেৱকেই ইৰাণীসকলে অহুৰ মজ্‌দা বুলি

কৈছিল। এইটো নিৰ্ণয় কৰা যদিও কঠিন, তথাপি বৰুণ আৰু ৰুদ্ৰ (মহাদেৱ) উভয়েই প্ৰাচীনতম বৈদিক দেৱতা আছিল। অহুৰ মজ্‌দাৰ পূজায়ো জৰদুষ্ট্ৰৰ প্ৰাচীনত্বা প্ৰমান কৰে।

ইৰাণী গ্ৰন্থসমূহৰ মতে তুৰ্কিস্থানত সম্ৰাট অৰজাসা গুস্তাস্পৰ ঘোৰ শত্ৰু আছিল। তেওঁ গুস্তাস্পৰ ৰাজ্য ইৰাণ আৰু ভাৰতৰ ওপৰত আক্ৰমণ কৰিছিল। ইৰাণী নাম অৰজাস্পই শতপথ, (১৩/৪/৩/১০) ৰ অমিত্বধন্না (ধন্বা) বুলি প্ৰতীত হয়, যাক মান্ধাতাই পৰাস্ত কৰিছিল। "অসিতং চ নৃগং চৈৱ মান্ধাতা মানয্যে্‌ জয়ৎ" (দ্ৰোণপৰ্ব-৬২/১০) অসিতধন্বা অসুৰেই সম্ভৱতঃ মেগাস্থোনিচৰ দ্বাৰা উল্লেখিত জয়নোমস্ (ধন্যাসুৰ) আছিল, যিয়ে ভাৰতৰ ওপৰত পশ্চিমৰ ফালৰ পৰা আহি আক্ৰমণ কৰিছিল আৰু বহুত নগৰ স্থাপন কৰিছিল।

পুৰাণ আৰু হৰ্ষ ৰচিত আদি গ্ৰন্থত বহুত ইক্ষ্বাকু ৰজাই পাতাল বা ৰসাতলত অসুৰৰ ওপৰত বিজয় লাভ কৰাৰ উল্লেখ আছে। বানভট্টয়ো তাৰ ইংগিত দিছে। শ্ৰীকুঁৱৰলালে উল্লেখ কৰা মতে ইৰাণ, ইৰাক, ইউৰোপ, আফ্ৰিকাৰ সমুদ্ৰতটৱৰ্ত্তী দেশসমূহক পুৰণি কালত পাতাল বুলি কোৱা হৈছিল। ড° ৰামসনেহীলাল শৰ্মাই তেওঁৰ 'হিন্দু আমেৰিকা' গ্ৰন্থত আমেৰিকাকে পাতাল লোক বুলি কৈছে আৰু এইটোৱেই অধিকাংশ ভাৰতবাসীৰো বিশ্বাস। স্বামী দয়ানন্দ সৰস্বতীয়ে তেওঁৰ 'সত্যাৰ্থ প্ৰকাশ'ত একাধিকবাৰ আমেৰিকাকে পাতাল বুলি কৈছে। যিহওঁক, মান্ধাতা আদি ইক্ষ্বাকু ৰজাসকলে ইৰাণ আদি জয় কৰিছিল। এই কথা ইৰাণী ইতিহাসৰ দ্বাৰা প্ৰমাণিত হয়। সেই দেশবোৰৰ ৰজাসকলেই ইক্ষ্বাকু আছিল, যিসকলক পুৰাণসমূহত অযোধ্যাৰ ৰজা বুলি কোৱা হৈছিল।

ইৰাণী গ্ৰন্থমতে তুৰ্কিস্থানৰ সম্ৰাট অৰজাস্প (আমিত ধন্বাসুৰ) ই গুস্তাস্পৰ (কৃশাশ্ব) ৰাজধানী ধ্বংস কৰিছিল। গুস্তাস্পৰ পুত্ৰ স্কন্ধ্যাৰ ইম্‌ফেন্দিয়াৰে নিজৰ দেশ অৰজাস্পৰ পৰা মুক্ত কৰে। 'শাহনামা'ত দুআজদস্তৰ ইস্‌ফেন্দিয়াবৰ পুত্ৰ বুলি কোৱা হৈছে। পুৰাণূহৰ মতেও ত্ৰসদস্যু (দুআজদস্ত) মান্ধাতাৰ পুত্ৰ আছিল। গতিকে ইস্‌ফেন্দিয়াৰ আৰু মান্ধাতা একেজনেই হোৱাটো সম্ভৱ। ঘটনাক্ৰম আৰু নামৰ সাদৃশ্যই ইয়াকেই প্ৰমাণ কৰে।

ওপৰৰ আলোচনাতে এইটো স্পষ্ট হৈ পৰিছে যে ইৰাণ এসময়ত ভাৰতৰে অংগ আছিল আৰু তাত ভাৰতৰ ইক্ষ্বাকু বংশীয় ৰজাসকলে ৰাজত্ব কৰিছিল। সেইবাবেই পুৰাণসমূহৰ দৰে শাহনামাতো ইক্ষ্বাকুবংশীয় ৰজাসকলৰ নাম পোৱা যায়। জেন্দাবেস্তা' যেনেকৈ ছন্দঃ বা অথৰ্ৱবেদৰ অপ্ৰভ্ৰংশ, সেইদৰে জেন্দ ভাষাটোও সংস্কৃত ভাষাৰ অপভ্ৰংশ। ইৰাণ যে ভাৰতৰে অঙ্গ আছিল, দেশী-বিদেশী বহুত পণ্ডিতেই সেই কথা প্ৰমাণিত কৰিছে।

# জাপানত ভাৰতীয় সংস্কৃতি

জাপান নামটো চীনে দিয়া। কিন্তু এই দেশৰ সংস্কৃতিৰ মূলত ভাৰতীয় দৰ্শনহে আছে। বহুত জাপানী লোকে আজিও ভাৰতক মা বুলি কয়। শ-শ বছৰ ধৰি জাপান নিজস্ব এক বিশেষ ধৰণে ভাৰতৰ চিন্তাধাৰা আৰু সংস্কাৰৰ দ্বাৰা প্ৰভাৱিত হৈ আহিছে। বহুতো ভাৰতীয় লোক চিধাই জাপানত উপস্থিত হৈছেগৈ আৰু তাত নিজৰ দেশৰ সংস্কৃতিৰ প্ৰসাৰ কৰিছে। আনহাতে বহুতোবাৰ ভাৰতৰ সংস্কৃতি চীন আৰু কোৰিয়াৰ মাধ্যমত জাপানলৈ গৈছে। জাপানৰ ওপৰত ভাৰতীয় প্ৰভাৱ ইমান গভীৰ ভাৱে পৰিছে যে তাত ভাৰতীয় সংস্কৃতি জাপানী বোল লৈ জাপানী সংস্কৃতিত পৰিণত হৈছে।

## হিন্দু দেৱ-দেৱীৰ পূজা

আজিও জাপানত ভাৰতৰ সকলো দেৱ-দেৱীক পূজা-অৰ্চনা কৰা হয়। অকল বৌদ্ধ দেৱ-দেৱীকে নহয়, বৰঞ্চ বৈদিক, উত্তৰ বৈদিক আৰু দেৱ-দেৱীও পূজিত হয়। পৃথিৱী, অন্তৰীক্ষ, আকাশ, সূৰ্য্য, সোম, ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ, গণেশ, কাৰ্ত্তিক, ইন্দ্ৰ, অগ্নি, বায়ু, বৰুণ, কুবেৰ, সৰস্বতী, লক্ষ্মী, পাৰ্ব্বতী, সিংহ বাহিনী, দুৰ্গা-কালী-ভৱানী, ৰাম, কৃষ্ণ তথা দশাৱতাৰ আদি ভাৰতীয় দেৱ-দেৱীক নিষ্ঠা আৰু শ্ৰদ্ধাসহকাৰে পূজা কৰা হয়। কোনো-কোনো ক্ষেত্ৰত নামবোৰত পাৰ্থক্য আহি পৰিলেও মুলৰূপত সকলো হিন্দু দেৱ-দেৱীয়েই।

## প্ৰবচনতো দেৱ-দেৱী

ভাৰতীয় দেৱ-দেৱীৰ কথা যে কেৱল জাপানৰ মন্দিৰ সমূহতে সীমাবদ্ধ এনে নহয়, জাপানীসকলৰ ভাষাতো প্ৰবচন হিচাপে প্ৰচলিত হয়। উদাহৰণ স্বৰূপে কোনোবা মাকে নিজৰ ল'ৰা-ছোৱালীক ভয় খুৱাবলৈ কয়— 'মনে-মনে থাক্। নহ'লে তোক এম্মা (য়ম = যম) ই লৈ যাব। ভাৰতত যমক যিমান ভয় কৰা হয়, জাপানতো সিমানেই ভয় কৰা হয়।

## বিদ্যা আৰু প্ৰেমৰ দেৱী

দেশ আৰু কাল অনুসাৰে জাপানত পূজাত উছৰ্গা কৰা সামগ্ৰী আৰু দেৱ-দেৱীৰ গুণৰো পাৰ্থক্য আহি পৰিছে। সেই দেশত দেৱ-দেৱীৰ পূজাত চাহ উছৰ্গা কৰা হয়, যিদৰে আমাৰ দেশত গাখীৰ। দেৱ-দেৱীৰ গুণৰ পাৰ্থক্য হৈছে ভাৰতত সৰস্বতী হৈছে। জাপানত বিদ্যাৰ লগতে প্ৰেমৰো দেৱী। জাপানী প্ৰেমিক-প্ৰেমিকাই বীণাবাদিনীৰ মন্দিৰলৈ গৈ প্ৰেম যাতে সাৰ্থক হয়, তাৰ বাবে বৰ মাগে। তাতে যি প্ৰেমিক যুগলৰ প্ৰতি দেৱী সন্তুষ্ট হয়, তেওঁলোকৰ মনোবাঞ্ছা পূৰ্ণ হয় বুলি একান্তভাৱে বিশ্বাস কৰা হয়। আমাৰ দেশত সাধাৰণতে গণেশমূৰ্তি একাকী হয়। কেতিয়াবা কেতিয়াবা সোঁৱে-বাঁৱে বুদ্ধি-সিদ্ধিৰ মূৰ্তিও স্থাপনা কৰা হয়। জাপানত সদায় যুগল। গণেশৰ দুটা মূৰ্তিয়ে ইটোৱে-সিটোক আলিঙ্গণ কৰা অৱস্থাত থাকে। এয়া হৈছে, গণেশ সম্পৰ্কত জাপানৰ কল্পনা।

## টিকনি আজিও আছে

আমাৰ দেশৰ দৰে জাপানত হোম কুণ্ডৰো ব্যৱস্থা আছে। মূৰ্তিৰ সন্মুখত হোমকুণ্ডত সমিধ স্বৰূপে আগৰ বাতি উছৰ্গা কৰা হয়। মন্দিৰলৈ যোৱাৰ আগতে আমাৰ দেশৰ দৰে সেই দেশতো মুখ আৰু হাত-ভৰি ধোৱাৰ প্ৰথা আছে। শিন্তো মন্দিৰ সমূহলৈ হিন্দুমন্দিৰলৈ যোৱাৰ দৰে সম্পূৰ্ণ শুচি হৈ যাব লাগে। স্নানক সেই দেশতো গুৰুত্ব দিয়া হয়। কাতিমাহত আমাৰ দৰে তাতো গুৰুত্ব। আমাৰ দেশৰ দৰে সেই দেশতো মানুহে টিকনি ৰাখিছিল। এতিয়া অৱশ্যে আমাৰ দেশতে টিকনি উচ্ছেদ হ'ল। গতিকে আজি আৰু জাপানৰ কথা কৈ লাভ নাই। কিন্তু তাত এতিয়াও 'আখৰা' সমূহত পালোৱানসকলক টিকনি ৰখা দেখিবলৈ পোৱা যায়।

## জাপানত বৌদ্ধধৰ্ম

৫৫২ খ্ৰীষ্টাব্দত কোৰিয়াৰ সম্ৰাটৰ মাধ্যমত জাপানত বৌদ্ধ ধৰ্মই প্ৰৱেশ কৰে। সেই সময়ত জাপানত সম্ৰাটলৈ ভগৱান বুদ্ধৰ এটা মূৰ্তি, কিছু সূত্ৰ আৰু পতাকা পঠাই দিয়া হৈছিল। লগতে ভগৱান বুদ্ধৰ সিদ্ধান্তসমূহ কোৰিয়া আৰু ভাৰতৰ মাজৰ সকলো দেশে মানি লৈছে বুলিও বাৰ্তা প্ৰেৰণ কৰা হৈছিল। জাপানৰ ৰাজ দৰবাৰত কৰুণা আৰু প্ৰেমৰ এই ধৰ্মক লৈ ডাঙৰ বিবাদৰ সৃষ্টি হৈছিল। অৱশেষত সম্ৰাটে বৌদ্ধধৰ্ম মানি ল'লে। ফলত জাপানলৈ বৌদ্ধ ভিক্ষুসকল আহিবলৈ ধৰিলে আৰু বৌদ্ধধৰ্মৰ প্ৰচাৰ কৰিবলৈ ধৰিলে। এইদৰে তাত মন্দিৰ, পেগোডা, স্তূপ আৰু বিহাৰ নিৰ্মাণ হ'ল আৰু জাপানত ভাৰতৰ সংস্কৃতি পল্লৱিত হ'বলৈ ধৰিলে।

## ভাৰতৰ পৰা এণুজাতি

জাপানী পণ্ডিতসকলৰ মতে জাপান বৌদ্ধধৰ্মাৱলম্বী হোৱা সত্ত্বেও ভাৰতৰ ব্ৰাহ্মণ, সাধু-সন্ন্যাসী হাজাৰ-হাজাৰ বছৰৰ পৰা তালৈ গৈ থাকে। তাৰ এটা অতি পুৰণি জাতি হৈছে এণু। এই জাতিটোৰ ৰং-ৰূপ আৰ্য্যসকলৰ লগত মিলে। বহুত জাপানী লোকৰ মতে এই জাতিটোও কেইবাহাজাৰ বছৰ আগতে ভাৰতৰ পৰা জাপানলৈ গৈছিল। তেওঁলোকে এইটোও স্বীকাৰ কৰে যে বৌদ্ধ ধৰ্মৰ আগতে তালৈ ব্ৰাহ্মণ ধৰ্ম গৈছিল আৰু সেই ধৰ্মৰ অনুগামীসকলে বৈদিক, উত্তৰ বৈদিক আৰু পৌৰাণিক দেৱ-দেৱীসকলক ভাৰতৰ পৰা তালৈ লৈ গৈছিল। তাত বৌদ্ধগ্ৰন্থ সমূহৰ উপৰিও ব্ৰাহ্মণ গ্ৰন্থসমূহো যে অকল পোৱাই যায়, এনেকুৱা নহয়— বৰঞ্চ আজিলৈকে সেইবোৰ আগ্ৰহেৰে পঢ়াও হয়। জাপানৰ মঠ আৰু মন্দিৰ সমূহত ভাৰতৰ বহুত সংস্কৃত গ্ৰন্থ আজিও মজুত আছে।

## বীজ দেৱনাগৰী লিপি

সৰ্বসাধাৰণ জাপানীলোকে সংস্কৃত ভাষা নাজানে; কিন্তু দেৱনাগৰী অক্ষৰ ভালদৰে চিনি পায়। জাপানী মন্দিৰসমূহত ভগৱান বুদ্ধ-বোধিসত্ত্ব তথা অন্য দেৱ-দেৱীৰ মূৰ্তিৰ তলত দেৱনাগৰী অক্ষৰত দেৱনাম, মন্ত্ৰ বা সূত্ৰৰ নাম লিখাই থাকে। এইবোৰক জাপানীসকলে বীজ বুলি কয়। এইদৰে দেৱনাগৰী লিপি জাপানীসকলৰ বাবে অতি পৱিত্ৰ।

## জাপানী লিপিৰ আধাৰ

ওপৰে ওপৰে চালে জাপানী আৰু চীনা লিপি একে যেন দেখি। কিন্তু পাৰ্থক্য হ'ল— জাপানী অক্ষৰ নাগৰীৰ দৰে ধ্বন্যাত্মক। অকল এয়েই নহয়, জাপানী বৰ্ণমালা নাগৰীৰ দৰেই ব্যৱস্থিত। জাপানত এই কথাটো অতি বিখ্যাত যে বৌদ্ধধৰ্মৰ এটা শাখা বস্ত্ৰায়নৰ লগতে আচাৰ্যা কোগোৱে জাপানী অক্ষৰো সৃষ্টি কৰে। কোগো সংস্কৃতৰ পণ্ডিত আছিল আৰু সংস্কৃত ভাষাটো তেওঁৰ অতি প্ৰিয় আছিল। তেওঁ অনুভৱ কৰিছিল— জাপানৰ কাৰণে সংস্কৃত ভাষাৰ দেৱনাগৰী লিপিৰ আধাৰত সৃষ্টি কৰা জাপানী অধিক লাভজনক হ'ব।

## বোধিসেন ভাৰদ্বাজ

কোগো দায়শীয়ে সংস্কৃতৰ এই প্ৰভাৱ ৮ম শতিকাৰ ভাৰতীয় যাত্ৰী বোধিসেন ভৰদ্বাজৰ পৰা গ্ৰহণ কৰিছিল। এই ভাৰতীয় পণ্ডিতগৰাকীয়ে সংস্কৃত ব্যাকৰণৰ আধাৰত জাপানী বৰ্ণমালা সৃষ্টি কৰে। এই বৰ্ণমালাৰো পাছত সংশোধন পৰিবৰ্তন হ'বলৈ ধৰে। বোধিসেন ভাৰদ্বাজ ৭৩৮ খ্ৰীষ্টাব্দত এগৰাকী বৌদ্ধ ভিক্ষুৰ লগত বিয়ৎনামৰ পৰা ক্যুশু (কিউছু)ত উপস্থিত হয় আৰু তাৰপৰা ওচাকালৈ যায়। ওচাকাত

সেই ঠাইৰ মহাভিক্ষু গ্যোকিয়ে তেওঁক তাত বিপুল সম্বৰ্ধনা জ্ঞাপন কৰে। গ্যোকি তেওঁৰ সময়ত এগৰাকী ডাঙৰ প্ৰতিষ্ঠিত স্তম্ভ আছিল। তাৰ পৰাই ভাৰদ্বাজৰ কীৰ্তি বিস্তাৰ হ'ল আৰু জাপানৰ সেই সময়ৰ ৰাজধানী নাৰাৰ পৰা সম্ৰাট শোমুৱে তেওঁক মাতি পঠায়। গ্যোকিয়ে ভাৰদ্বাজক নাৰালৈ লৈ গ'ল আৰু তেওঁৰ মন্দিৰ সুগাবাড়াত তেওঁক ৰাখিলে।

## ভাৰদ্বাজৰ অৱদান

৭৪৬ খ্ৰীষ্টাব্দত নাৰাত বৌদ্ধসকলৰ এখন ঐতিহাসিক মহাসভা বহিল। সম্ৰাট শোমূ আৰু তেওঁৰ ৰাণী কোম্বোৱে তাৰ পৃষ্ঠপোষকতা কৰিলে। সভাৰ সভাপতিত্ব সম্ৰাটে বোধিসেনৰ দ্বাৰাই কৰাইছিল। নাৰাত আজিও সম্ৰাট শোমু, মহাভিক্ষু গ্যোকি আৰু ৰোবনৰ লগতে এই ভাৰতীয় ভিক্ষুগৰাকীৰো নাম লোৱা হয়। ভাৰদ্বাজৰ প্ৰভাৱ আজি নাৰাতেই নহয়, সমগ্ৰ জাপানতে। ভাৰদ্বাজে জাপানক লিপিজ্ঞান দিলে, ধৰ্মজ্ঞান দিলে আৰু দিলে নৃত্যজ্ঞান। কথিত আছে "নাৰাত ভাৰদ্বাজে হেনো তেওঁৰ নৃত্যও প্ৰদৰ্শন কৰিছিল।" মহাভিক্ষু বোধিসেনৰ আগতেও সপ্তম শতিকাত ধৰ্মবোধি নামেৰে এগৰাকী বৌদ্ধভিক্ষু ভাৰতৰ পৰা জাপানলৈ গৈছিল। তেওঁ তাত হ্যোগো প্ৰদেশত হোক্কেসান নামৰ পাহাৰৰ ওপৰত কুটীৰ নিৰ্মাণ কৰে। জাপানী ইতিহাসত এই ভিক্ষুগৰাকীৰ ওচৰত অৱলোকিতেশ্বৰৰ এটা কাংস্যমূৰ্তি আছিল বুলি বিৱৰণ পোৱা যায়। ইয়াৰ বাহিৰে অন্য দেৱ-দেৱীৰো মূৰ্তি আছিল। ৬৪৫ খ্ৰীষ্টাব্দত জাপানৰ সম্ৰাট কোটুকু অতি টান বেমাৰত পৰে। ভিক্ষু ধৰ্মবোধিয়ে তেওঁক আৰোগ্য কৰে। এই কথাত ৬ জন ৰাজপুত্ৰই তেওঁক পূজা কৰিলে। ইয়াৰদ্বাৰা জাপানত তেওঁৰ সন্মান বৃদ্ধি পালে। ভিক্ষুৱে ৰাজসভাত এসপ্তাহ ধৰি প্ৰৱচনো দিলে। ইয়াৰ পাছত হোক্কেসানলৈ গ'ল। তাতে সম্ৰাটে ৬৫০ খ্ৰীষ্টাব্দত ভগৱান অৱলোকিতেশ্বৰৰ মন্দিৰ নিৰ্মাণ কৰালে আৰু প্ৰতিষ্ঠা সমাৰোহত নিজেও যোগদান কৰিলে। কিছুদিন পাছতে ধৰ্মবোধি জাপানত শ্ৰদ্ধাৰ কেন্দ্ৰ হৈ পৰিল আৰু তেওঁৰ বলতেই তাত বৌদ্ধ ধৰ্মৰ ব্যাপক প্ৰচাৰ হ'ল। ধৰ্মবোধিৰ পৌৰোহিত্যত ৰাজমহলত ত্ৰিপিটকৰ এক সমাৰোহৰ আয়োজন কৰা হ'ল। ইয়াৰ কীৰ্তি চাৰিওফালে বৈ বৈ গ'ল। জাপানত ১০ বছৰ কাল আছিল ধৰ্মবোধি।

## ধ্যানৰ অপভ্ৰংশ 'জেন'

এই ভিক্ষু প্ৰৱৰ ভাৰতৰ দক্ষিণ নগৰ কাঞ্চীৰ নাগৰিক আছিল আৰু তাৰ ৰাজবংশৰ লগত তেওঁৰ সম্বন্ধ আছিল। জাপানৰ আগতে তেওঁ চীনলৈ যায় আৰু তাত বৌদ্ধধৰ্মৰ পতাকা উৰুৱায়। তেওঁ তাৰ মানুহক ধ্যানযোগৰ শিক্ষা দিয়ে। এই ধ্যানযোগ চীন আৰু জাপানত জেন সম্প্ৰদায় নামে বিখ্যাত। সংস্কৃতৰ ধ্যানশব্দ চীনা আৰু জাপানী ভাষাত জেন হৈ পৰে। ধৰ্মবোধিৰ পাছত তেওঁৰ শিষ্য পৰম্পৰা চলে আৰু সেই

শিশ্য-পৰম্পৰাৰ ব্যাখ্যাত 'জেন' সম্প্ৰদায়ৰ ভাৰতীয় মৌলিক ৰূপ এঠাইৰ পৰা আনঠাইলৈ যাবলৈ ধৰে।

## ধৰ্মবোধিৰ এপাট জোতা

কোৱা হয় যে ধৰ্মবোধিয়ে মৃত্যুৰ আগতে ৯ বছৰ ধৰি নিৰ্বিকল সমাধি লৈছিল আৰু নিজৰ ইচ্ছাত মৃত্যুবৰণ কৰিছিল। তেওঁৰ বিষয়ে জাপানত এটা কাহিনী বৰ বিখ্যাত— তেওঁৰ মৃত্যুৰ অলপ পাছতে কোনোবাই দেখিলে যে ধৰ্মবোধিয়ে খালী ভৰিৰে খোজ কাঢ়ি ভাৰতলৈ উভতি গৈছে। এখন হাতত এপাট জোতা। পাছত তেওঁৰ সমাধি খান্দি চোৱাত দেখা গ'ল— তাত মাত্ৰ এপাট জোতাহে পৰি আছে। আৰু একো নাই। এইদৰে ধৰ্মবোধি জাপানত অমৰ কাহিনীৰ সন্তনায়কত পৰিণত হয়।

## অদ্ভুত প্ৰেৰণাস্ৰোত

কথিত আছে ৭৯৭ খ্ৰীষ্টাব্দৰ জুলাই মাহত বিশ বছৰ বয়সত এজন নৱযুৱক ভাৰতৰ পৰা জাপানলৈ গৈছিল। 'নিকাশ' প্ৰদেশৰ য়াবাজু নদীৰ মোহনাত তেওঁৰ নাও লুটিখাই পৰে। তেওঁ মাত্ৰ এখন ধুতিহে পিন্ধি গৈছিল। গাত আছিল মাত্ৰ এখন অঙ্গবস্ত্ৰ। তেওঁ ওখই আছিল ৭ ফুট ৭ ইঞ্চি। হাতত আছিল এখন একতাৰা। তেওঁ জাপানী ভাষা নাজানিছিল। জাপানী শিকাৰ পাছত মানুহে তেওঁ ভাৰতবৰ্ষৰ পৰা যোৱা বুলি জানিব পাৰিলে। নাওখন ভাগি-ছিগি যোৱাৰ পাছত তেওঁৰ লগত যি দুই-এপদ বস্তু আছিল, তাৰ ভিতৰত কেইটামান কপাহৰ গুটিও আছিল। এইকেইটাৰ দ্বাৰাই জাপানত পোনপ্ৰথমে কপাহ খেতি আৰম্ভ হয়। পাছত ই কেইবাখনো প্ৰদেশলৈ বিস্তৃত হয়।

## জাপানৰ স্বৰ্গ-তেন্‌জিকু

সমুদ্ৰৰ পাৰত যি ঠাইত এই ভাৰতীয় যাত্ৰীজনৰ নাও উলটিছিল, তাৰ কাবাৰাজি মন্দিৰলৈ তেওঁক লৈ যোৱা হৈছিল। নাওখন ভগাৰ পাছত তেওঁ যিখন গাঁৱত তেওঁ পোনতে ভৰি দিছিল, ভাৰতৰ নামত সেই ঠাইৰ নাম দিয়া হ'ল— স্বৰ্গ-জাপানী ভাষাত 'তেন্‌জিকু।'

# ভাৰতীয় দৈত্যসকলে যুৰোপত উপনিৱেশ স্থাপন কৰিছিল

পাশ্চাত্য পণ্ডিতসকলে ভাৰতীয় ইতিহাসক এনেভাৱে বিকৃত কৰি ৰাখিছে আৰু তাৰ প্ৰভাৱ ভাৰতবাসীৰ ওপৰত এনে শোচনীয়ভাৱে পৰিছে যে তাক দূৰ কৰাটো এটা কঠিন সমস্যা হৈ দেখা দিছে। ডাৰউইনৰ বিকাশবাদে অকল ভাৰতীয় ইতিহাসকে বিকৃত কৰি এৰা নাই, পৃথিৱীৰ ইতিহাসো বিকৃত কৰিছে। এই বিকাশ মতৰ পৰা উৎপন্ন অজ্ঞানতাৰ ফলত সৃষ্টি হৈছে, প্ৰাগ্-ঐতিহাসিকতাবাদৰ কল্পনা। পাশ্চাত্য কল্পনাকাৰীসকলে ভাৰতীয় ইতিহাসত গৌতম বুদ্ধ আৰু বিম্বিসাৰৰ আগৰ যুগটোক প্ৰাগ্-ঐতিহাসিক বুলি গন্য কৰিছে আৰু পাশ্চাত্য লেখকসকলে গৌতম বুদ্ধৰ আগৰ ৰাম, কৃষ্ণ, ব্যাস, বাল্মীকিৰ দৰে বিখ্যাত পুৰষসকলক ঐতিহাসিক বুলি গন্য নকৰি কাল্পনিক ব্যক্তি বুলিহে গন্য কৰিছে। কপিল, স্বায়ম্ভুৱ মনু, ইন্দ্ৰ, বৰুণ, বিৱস্বান্, কশ্যপ, বৈৱস্বত মনু আদিক পাৰ্গিষ্টাৰৰ দৰে পুৰাণ বিশেষজ্ঞয়ো ঐতিহাসিক ব্যক্তি বুলি গন্য কৰা নাই।

## মেকলে-মেক্সমূলাৰৰ ষড়যন্ত্ৰ

ভাৰতীয় ইতিহাসক বিকৃত কৰাৰ আৰু এপাত ডাঙৰ অস্ত্ৰ হৈছে, 'ইণ্ডো-যুৰোপীয় ভাষা গোষ্ঠীৰ' কল্পনা। পাশ্চাত্যসকলৰ যেতিয়া পোনপ্ৰথমে সংস্কৃত ভাষাৰ লগত পৰিচয় ঘটে, তেতিয়া দেৱ ভাষা সংস্কৃতক বিশ্বৰ আদি আৰু মূল ভাষা বুলি স্বীকাৰ কৰাৰ প্ৰবৃতি আছিল, তেওঁলোকৰ জাৰ্মান সংস্কৃতজ্ঞ শ্লেগেল, ফ্ৰান্সৰ বাপ আদিয়ে এনেকুৱা মতকেই পোষণ কৰিছিল। কিন্তু পৰৱৰ্তীকালত এই ষড়যন্ত্ৰ ৰচনা কৰা হ'ল, যাতে সংস্কৃতক বিশ্বৰ আদি ভাষা বুলি গণ্য কৰা নহয়। ফ্ৰান্সৰ ব্যাকৰণবিদ্ বাপে গ্ৰীক, লেটিন, পাৰ্চী আদি শব্দৰ মূল সংস্কৃত বুলি ক'বলৈ আৰম্ভ কৰিছিল। কিন্তু মেক্স মূলাৰে প্ৰলাপ বকিবলৈ আৰম্ভ কৰিলে। তেওঁ ক'লে যে সংস্কৃত ভাষাটো গ্ৰীক, লেটিন এংলো চেক্সন আদিৰ উৎস নহয় ইত্যাদি। মেকলেক লগ পোৱাৰ

পিছতেই তেওঁ এই ষড়যন্ত্রত লিপ্ত হৈছিল। এই ষড়যন্ত্রৰ ফলতে পাশ্চাত্য পণ্ডিতসকলে ইণ্ডো-য়ুৰোপীয় ভাষাৰ কল্পনা কৰিলে, যিটোক সংস্কৃতৰো মূল বুলি কোৱা হ'ল।

এই কাল্পনিক ভাষা-গোষ্ঠীৰ আধাৰতে সৃষ্টি হ'ল আৰ্য্য জাতিৰ আৰু আৰ্য্যসকলৰ বাহিৰৰ পৰা ভাৰত প্ৰৱেশৰ। আমি ভাবোঁ, ওপৰোক্ত বহুতো কাল্পনিক তথ্যৰ ওপৰত আঘাত হনা আমাৰ এই প্ৰবন্ধই যথেষ্ট সাহায্য কৰিব। পুৰাণ কাহিনী তথা ৰাম-কৃষ্ণ আদিক নিতান্ত কল্পনা বুলি ভৱাসকলৰ চকু নিশ্চয় এই প্ৰবন্ধই মুকলি কৰি দিব। লগতে কাল্পনিক ইণ্ডো-ইউৰোপীয় ভাষাৰ গুমৰ ফাঁকো কৰি দিব পাৰিব। এই প্ৰবন্ধত দেখিবলৈ পোৱা যাব আমেৰিকা আফ্ৰিকাৰ দৰে সংস্কৃত ভাষী ভাৰতীয় দৈত্যসকলেই পোনতে য়ুৰোপতো উপনিৱেশ স্থাপন কৰে আৰু সংস্কৃত ভাষাই য়ুৰোপীয় ভাষাসমূহৰ মূল।

## সমগ্ৰ পৃথিৱীত অসুৰৰ ৰাজত্ব

ইন্দ্ৰাদি দেৱতাসকলৰ পূৰ্বে সমগ্ৰ পৃথিৱীত দৈত্য-দানৱ-অসুৰৰ সাম্ৰাজ্য আছিল। কাঠক সংহিতা আৰু তৈত্তিৰীয় ব্ৰাহ্মণতো (৩/২/৯/৬) সেই কথা কোৱা হৈছে ঃ 'অসুৰাণাং ৱা ইয়ং পৃথিৱী আসীৎ।' বাল্মীকিয়েও লিখিছে ঃ

দিতিস্ত্বজনয়ৎ পুত্ৰান্ দৈত্যাংস্তাতু য়শস্বিনঃ।
তেষামিয়ং ৱসুমতী পুৰাসীৎ সৱনাৰ্ণৱা ঃ।।

—অৰণ্য কাণ্ঠ ঃ ৪/১৫

— কশ্যপ পত্নী দিতিয়ে যশস্বী দৈতাসকলক জন্ম দিলে। পুৰণি কালত বন, পৰ্বত আৰু সমুদ্ৰসহ সমগ্ৰ পৃথিৱীত অসুৰসকলৰ সাম্ৰাজ্য আছিল।

হিৰণ্যকশিপু আছিল, দৈত্যসকলৰ আদি সম্ৰাট। তেওঁৰ নাম অনুসাৰেই 'ক্ষীৰ সাগৰ'ক কশিপু সাগৰ (কাস্পিয়ান সাগৰ) বুলি কোৱা হৈছিল (শ্ৰীপুৰুষোত্তম নাগেশ ওকে কশ্যপ নামৰ পৰাহে কাস্পিয়ান সাগৰ নাম হোৱা বুলি কৈছে। তেওঁ হিৰণ্য কশিপুকো হিৰণ্য কাশ্যপ বুলিহে লিখিছে)। ই এই নামেৰে আজিও বিখ্যাত হৈ আছে। অদিতিৰ পুত্ৰসকলৰ ভিতৰত জ্যেষ্ঠ বৰুণৰ লগত অসুৰসকলৰ ঘনিষ্ঠ সম্বন্ধ আছিল। বৰুণ খুব সম্ভৱ হিৰণ্য কশিপুৰ প্ৰধান পুৰোহিত আছিল। বৰুণক 'অসুৰো মহৎ' বুলি কোৱা হৈছিল। পাৰ্চীসকলে সুদীৰ্ঘকাল ধৰি 'অহুৰ মজ্‌দা ('অসুৰো মহৎ') নামেৰে বৰুণক পূজা কৰিছিল।

হিৰণ্যক্ষই পৃথিৱীক দুভাগত বিভক্ত কৰে। বৰুণৰ সাম্ৰাজ্য আছিল, সমুদ্ৰ ভাগত। এইবাবেই সমুদ্ৰক বৰুণালয় আৰু বৰুণক 'য়াদসাং পতি' বুলি কোৱা হৈছিল। বৰুণৰ বংশধৰ ভৃগু, কৱি শুক্ৰ, ষণ্ড আৰু মৰ্কৰ অসুৰসকলৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। পৃথিৱীত দেৱাসুৰৰ দ্বাদশ মহাসংগ্ৰাম হোৱাৰ কথা পুৰাণৰ বহুঠাইত উল্লেখ আছে। শুক্ৰাচাৰ্য্য আদি অসুৰসকলৰ প্ৰধান পুৰোহিত আছিল।

অন্তিম (দ্বাদশ) দেৱাসুৰ সংগ্ৰামৰ বিজেতা আছিল নহুষভ্ৰাতা ৰজি। এই যুদ্ধত বামন বিষ্ণুৱে দেৱতাসকলৰ বাবে ভূমি ভিক্ষা কৰে। 'অসুৰাণাং ৱা ইয়ং পৃথিব্যাসীৎ তে দেৱা অশ্ৰুৱন দত্ত নোহস্যা ইতি।' (কাঠক সংহিতা ঃ ৩১।৪)। সেইসময়ত সমগ্ৰ পৃথিৱী (পৃথিৱীৰ প্ৰজাসকল) অসুৰৰ দ্বাৰা আক্ৰান্ত আছিল ঃ

বলি সংস্থেষু লোকেষু ত্ৰেতায়াং সপ্তমে যুগে।
দৈত্যৈস্ত্ৰিলোক্যাক্ৰান্তে তৃতীয়ো ৱামনোহভৱৎ।।

(বায়ুপুৰাণ)

বামনে বলিৰ ওচৰত ভূমি ভিক্ষা কৰোঁতে শুক্ৰাচাৰ্য্যই বাধা দিছিল, কিন্তু বলিয়ে সেই বাধা নামানিলে আৰু বামনে কৌশলেৰে সমগ্ৰ ভূমি অধিকাৰ কৰিলে। বলিৰ নেতৃত্বত অসুৰসকল আজিৰ পৰা ১৫ হেজাৰ বছৰ আগতে য়ুৰোপৰ ফালে পলাই গ'ল। (পুৰাণত পাতাল বুলি উল্লেখ আছে)। তাত তেওঁলোকে নিজৰ নিজৰ নামত উপনিৱেশ স্থাপন কৰিলে।

শুক্ৰাচাৰ্য্যৰ তিনিজন অসুৰ যাজক পুত্ৰ আছিল— ষণ্ড, মৰ্ক আৰু বৰুত্ৰী। যশুদানৱে স্কেন্দোনেৱিয়া, দানৱ মৰ্কই ডেন মাৰ্ক আৰু বৰুত্ৰীয়ে বেইৰুত দেশ স্থাপন কৰিলে। দৈত্য শব্দৰ অপভ্ৰংশ ডাচ্ (Dutch) জাৰ্মেনীৰ প্ৰাচীন নাম ডীট্চ্লেণ্ড। দানৱেন্দ্ৰ বল (বলাসুৰ)ৰ নামত বেলজিয়ম (বলদৈত্য জিয়ম দৈত্যশব্দৰ অপভ্ৰংশ), শ্বেতদানৱৰ পৰা স্বীডেন (চুইডেন) আৰু স্বিট্ জাৰলেণ্ড (চুইজাৰলেণ্ড)। স্বিট্ সংস্কৃত শ্বেত শব্দৰ অপভ্ৰংশ। কালকেয় দৈত্যৰ নামত কেল্ট। নিকুম্ভ দৈত্যৰ পৰা নীমিখ (অষ্ট্ৰিয়া) সাথ দৈত্যৰ নামত ফ্ৰান্সৰ ষাথ জাতি, দনায়ুৰ নামত হ'ল, য়ুৰোপৰ ডৈন্যুব (বা দানিয়ুব) নদী। দনুৰ ভনীয়েকৰ নাম আছিল দনায়ু। তেওঁ বৃত্ৰাসুৰক লালন-পালন কৰিছিল। দনুৰ সন্তান— সকলেই দানৱ। অসুৰৰ ৰাজ্য কাৰণে 'সীৰিয়া'ৰ নাম অসীৰিয়া মদ্ৰৰ নাম মীডিয়া। পণি অসুৰসকলে প্ৰতিষ্ঠা কৰিলে ফিনিশলেণ্ড (ফিনলেণ্ড)। দৈত্য শব্দৰ আৰু এটা অপভ্ৰংশ টীটন (টিটান) ইংৰাজ জাতিৰ পূৰ্বপুৰুষ। ডচ্ ডাটচ্, টীটন, জিয়ম, ডেন এই আটাইবোৰেই দৈত্যশব্দৰ অপভ্ৰংশ। য়ুৰোপ আৰু আফ্ৰিকাৰ ওপৰোক্ত দেশসমূহ আজিও দৈত্য দানৱৰ নাম ধাৰণ কৰি আছে।

## সপ্ত পাতালত অসুৰ নিৱাস

পাতাল বুলিলে সাধাৰণতে আমেৰিকাকে বুজোৱা হয়। ভিক্ষু চমনলালেও তেওঁৰ 'হিন্দু আমেৰিকা' গ্ৰন্থত তাকেই কৈছে। বলিক বামনে ছলনা কৰাৰ পিছত সুতল পুৰীলৈ যোৱাৰ বিশ্বাস প্ৰসিদ্ধ। কোনো কোনোৱে কয় যে দক্ষিণ আমেৰিকাৰ 'বলিৱিয়া' দেশেই বলিৰ সুতলপুৰী। ভাৰতবৰ্ষত শোণিতপুৰত ৰাজধানী পাতি দৈত্যসকলে ৰাজত্ব কৰিছিল, এই বিশ্বাসো প্ৰবল। তেজপুৰৰ 'এণ্টি পডিছ'ত বলিৱিয়া ৰাজ্যৰ অৱস্থিতিয়ে এনে বিশ্বাস আৰু শক্তিশালী কৰি তোলে।

ড° কুঁৱৰলাল ব্যাসশিষ্য আদিৰ দৰে গৱেষক পণ্ডিতসকলে অকল আমেৰিকাকে পাতাল বুলি ক'ব নোখোজে। তেওঁলোকৰ মতে প্ৰাচীন ভাৰতত সমুদ্ৰতটৱৰতী দেশসমূহক পাতাল বা ৰসাতল বুলি কোৱা হৈছিল। পয়স+তল শব্দৰ পৰা নিষ্পন্ন হৈছে পাতাল অৰ্থাৎ সমুদ্ৰতটৱৰ্তী জলাতক ভূমি। পানীক ৰস বুলিও কোৱা হয়। গতিকে ৰসাতল তাৰ পৰ্যায় (প্ৰতিশব্দ)। 'তল' শব্দ সাগৰীয় ভূভাগৰে সংজ্ঞা। পুৰাণৰ মতে এনেকুৱা 'তল' ৭খন-অতল, সুতল, বিতল, মহাতল, শ্ৰীতল (ৰসাতল) তলাতল আৰু পাতাল। এই দেশবোৰ আছিল, পশ্চিম এচিয়া আৰৱ, আফ্ৰিকাৰ সমুদ্ৰতটৱৰতী ভূভাগ, যিবোৰ ঠাইত ভাৰতৰ পৰা বহিষ্কৃত অসুৰসকলে উপনিবেশ স্থাপন কৰিছিল।

আৰৱসকলৰ এটা জাতিয়ে উত্তৰ মিশৰৰ 'তেল অমৰান' নামে ঠাইত বাস কৰিছিল। এই 'তেল' হৈছে 'তল শব্দৰ অপভ্ৰংশ। তুকিস্থানৰ আনাতোলিয়া আৰু ইজৰাইলৰ 'তেল আবিব'ৰ তেল শব্দও 'তলৰে' বিকৃতি'। 'তল' শব্দ আছিল, দেশ বা স্থানৰ প্ৰতিশব্দ। পঞ্জাৱী ভাষাত আজিও মাটিক 'থল্লে' বা 'তল্লে' বুলি কোৱা হয়।

পুৰাণত ৰাক্ষসেন্দ্ৰ সুমালীক 'গভস্তলৰ' অধিপতি বুলি কোৱা হৈছে। আজি আফ্ৰিকাৰ বিশাল দেশ সোমানীলেণ্ড, এই ৰাক্ষসেন্দ্ৰৰ নামেৰেই বিখ্যাত। ৰামায়ণৰ উত্তৰাকাণ্ডত বিষ্ণুৱে সুমালীক পৰাস্ত কৰাৰ কথা আছে। পৰাজিত সুমালী আদি ৰাক্ষসসকলে লংকাৰ পৰা পলায়ন কৰি পাতাল অৰ্থাৎ আফ্ৰিকাৰ গোমালীলেণ্ড আদি দেশত বাস কৰিছিলগৈ। আজি আফ্ৰিকাৰ বহুত দেশ নদী পৰ্বতৰ নাম যে সংস্কৃতৰ অপভ্ৰংশ তাত কাৰো দ্বিমত থাকিব নোৱাৰে। যেনে—

| | |
|---|---|
| কন্যা (কেনিয়া) | কন্যা (কুমাৰী) |
| অঙ্গুলা | অঙ্গ |
| বেঙ্গুলা | বঙ্গ |
| নাইল | নীল (নদী) |
| ইজিপ্ত | মিশৰ |
| মিশৰ | মিশ্ৰ (দেশ) |
| ত্ৰিনিনাদ | ত্ৰিদৈত্য |
| সুদানৱ | সুডান |
| ত্ৰিপোলী | ত্ৰিপুৰ |
| মালী | মালী |
| সোমালী | সুমালী ইত্যাদি |

ভৱিষ্য পুৰাণত আছে যে কাশ্যপ নামেৰে এজন ব্ৰাহ্মণে মিশৰ দেশবাসী ম্লেচ্ছসকলক জ্ঞান দিলে আৰু তেওঁলোকক ব্ৰাহ্মণ কৰিলে—

ব্যাসং কৃত্বা দদৌ জ্ঞানং মিশ্রদেশে মুনির্গতঃ।
সৰ্বান্ ম্লেচ্ছান্ মোহয়িত্বা কৃত্বাথতান্ দ্বিজন্মনঃ।।

গতিকে বুজা যায়, আফ্রিকাৰ মিশৰ আদি দেশত ভাৰতীয় সংস্কৃতিৰ সম্পূৰ্ণ প্ৰচাৰ আছিল।

পণ্ডিত ভগৱদ্দত্তৰ মতে আফ্রিকাৰ লীবিয়া দেশ 'প্ৰহ্লাদ' শব্দৰ অপভ্ৰংশ। বিতলত প্ৰহ্লাদৰ ৰাজ্য আছিল। গতিকে লীবিয়াই বিতল হোৱাটো সম্ভৱ। 'ময়' এজন অতি প্ৰাচীন দানৱ পুৰুষ বা এটা জাতি আছিল। পুৰাণত ময়দানৱক শুক্ৰাচাৰ্য্যৰ পুতেক বুলি কোৱা হৈছে। ময় জাতিৰ সভ্যতা মধ্য আমেৰিকাৰ মেক্সিকো আদিত পোৱা গৈছে। পুৰাণত ইয়াক তলাতল বুলি কোৱা হৈছে। ময়দানৱৰ পুত্ৰ বল দৈত্যৰ ৰাজ্য আছিল তলাতলত। সুৰ্য্যসিদ্ধান্তত উল্লেখ কৰা হৈছে যে সত্য যুগৰ শেষত ময়দানৱে শাল্মলি দ্বীপত ঘোৰ তপস্যা কৰে। তপস্যাত সন্তুষ্ট হৈ বিৱস্বানে (সূৰ্য্যই) তেওঁৰ আগত জ্যোতিষশাস্ত্ৰ বিবৃত কৰে। ময়ৰ ভনীয়েক সৰন্যুৰ বিৱাহ সম্পন্ন হয় বিৱস্বানৰ লগত।

কিছুমানে শাল্মলিদ্বীপক বৰ্তমানৰ ইৰাক বুলি কয় যাৰ শাসক আছিল 'শালমনসেৰ'। বৰ্তমান (আধুনিক গৱেষণা অনুসাৰে ময় সভ্যতাৰ কেন্দ্ৰ আছিল, মধ্য আমেৰিকাৰ মেক্সিকো আদি দেশত ময়জাতি জ্যোতিৰ্বিজ্ঞান আৰু স্থাপত্যকালত সকলোতকৈ আগবঢ়া আছিল। ময়দানৱকে বিশ্বকৰ্মা বুলি কোৱা হয়। তেওঁ বিশ্বত শ্ৰেষ্ঠ নগৰ আৰু ভৱনসমূহ নিৰ্মাণ কৰিছিল। মহাভাৰত কালতে যুধিষ্ঠিৰৰ সভা ইন্দ্ৰপ্ৰস্থ (দিল্লী) ময়দানৱেই নিৰ্মাণ কৰিছিল। ময়জাতি গৃহ নিৰ্মাণ কালত বিশ্ববিখ্যাত আছিল। ডেনিকেন আদিৰ মতে ময় জাতিয়ে কোনোবা অন্য গ্ৰহৰ পৰা আহি মেক্সিকোত বসতি স্থাপন কৰে, পৃথিৱীৰ মানুহে এনে নিৰ্মাণ কৰিবই নোৱাৰে। ডিনিকেনৰ অন্তৰিক্ষ সম্বন্ধী কল্পনাত কিমান সভ্যতা আছে জনা নাযায়, কিন্তু সূৰ্য্য সিদ্ধান্ত আৰু মহাভাৰত গ্ৰন্থত অসুৰসকলৰ জ্যোতিষ আৰু শিল্পকলা সম্বন্ধী উৎকৃষ্ট জ্ঞানৰ চিনাকি পোৱা যায়। ময় শিল্পীসকলে পৰ্বত ফটা আৰু সুৰঙ্গ নিৰ্মাণ কলা বিশেষভাৱে জানিছিল। তাৰ প্ৰমাণ ভাৰতীয় সাহিত্য আৰু প্ৰত্যক্ষভাৱে মেক্সিকো আৰু মিশৰৰ পিৰামিড আদিত দেখিবলৈ পোৱা যায়।

## ৰসাতলবাসী পণিসকল

ৰসাতলত পণিসকলে আৰু নিৱাত-কৱচ নামেৰে অসুৰসকলে নিবাস কৰিছিল—
ততোহি ধস্তাদ্‌সৰসাতলে দৈত্যাঃ দানৱা পনয়ো নাম
নিৱাত-কৱচাঃ কালেয়া হিৰণ্য পুৰবাসিনাঃ

(ভাগৱত পুৰাণ ৫/২৪/৩০)

মহাভাৰতত অৰ্জুনে হিৰণ্যপুৰবাসী নিবাত-কৱচ দানৱসকলক বধ কৰাৰ বিস্তৃত বিৱৰণ আছে। পণিসকলৰ ৰসাতলস্থ হিৰণ্যপুৰ সমুদ্ৰকুক্ষিত অৱস্থিত আছিল আৰু

অসুৰৰ সংখ্যা আছিল ৩ কোটি ঃ

নিৱাত-কৱচ নাম দানৱা মম শত্ৰৱঃ।
সমুদ্ৰকুক্ষি মাশ্ৰিত্য দুৰ্গে প্ৰতিৱসন্ত্যত।।
তিস্ৰঃ কোট্যঃ সমাখ্যাতাস্তুল্যৰূপবল প্ৰদাঃ।।
(মহাভাৰত ৩/১৬৮/৭১-৭২)

হিৰণ্যপুৰত পৌসেম, কালকেয় আৰু কালখণ্ড দানৱসকলে বাস কৰিছিল। ই আছিল আকাশস্থপুৰ।

এই হিৰণ্যপুৰ আছিল, প্ৰাচীন বেবিলনৰ নুপুৰ চহৰ। ই আছিল অসুৰসকলৰ বিখ্যাত নগৰ। ইয়াৰ ওচৰতে আছিল, অসুৰ সভ্যতাৰ অন্য এক বিখ্যাত কেন্দ্ৰ উৰ নগৰ। ইন্দ্ৰৰ সময়ত ইয়াত পনি নামেৰে অসুৰসকলে বাস কৰিছিল। তেওঁলোকে ইন্দ্ৰৰ গৰু চুৰি কৰি গুহা এটাত লুকাই থৈছিল। ইন্দ্ৰই সৰমা নামেৰে দেৱগুণী (গুপ্তচৰী) এগৰাকীক গৰু বিচাৰিবলৈ পঠাইছিল। এই আখ্যানটো ঋগ্‌বেদত পোৱা যায়। বেদমন্ত্ৰ আৰু বৃহদ্দেৱতা গ্ৰন্থত ৰসা (নদী)ৰ তীৰৱৰ্তী পণিসকলৰ উল্লেখ আছে—

অসুৰাঃ পণয়ো নাম ৰসাপাৰ নিৱাসিনঃ
গাস্তেহয়ন হ্যৰিন্দ্ৰস্য ন্যাগহঁশ্ব প্লযত্নতঃ
শতয়োজন বিস্তাৰা- মতৰত্তাম্ ৰসাং পুনঃ।
য়স্যাপাৰে পৰে তেষাং পুৰমাসীৎ সুদুৰ্জয়ম্।।
গদানুসাৰপদুত্যা ৰথেন হৰিবাহনঃ।
গত্বা জঘান স পনীন্ গাশ্চ তাঃ পুনৰাহৰৎ (বৃহন্দেৱতা অ ৮)

ৰসা নদীৰ নাম অনুসাৰেই এই দেশৰ নাম ৰসাতল হয়। পাৰ্চী ধৰ্মগ্ৰন্থ আৱস্তাত ৰংহা নদীৰ উল্লেখ আছে। আজি-কালি পশ্চিম এচিয়াত ইয়াক 'সীৰ' নদী বুলি কোৱা হয়। পৰৱৰ্তীকালত পণিসকল য়ুৰোপৰ ফালে গুচি যায় আৰু তাত তেওঁলোকে ফিনিশিয়া বা ফিনলেণ্ড স্থাপন কৰে।

## ম্লেচ্ছজাতিৰ উত্তৰত নিৱাস

বৈদিকগ্ৰন্থ আৰু ইতিহাস পুৰাণত উল্লেখ পোৱা যায় যে বহুত ক্ষত্ৰিয় (ভাৰতীয়) সময়ে সময়ে নানা কাৰণত উত্তৰ পূব আৰু পশ্চিম দিশলৈ যায় আৰু তাত দেশ স্থাপন কৰি শাসন কৰে। আদি কালত সকলো মানুহ আৰ্য (ভদ্ৰ, সজ্জন) আছিল। কালক্ৰমত মানুহৰ মাজত লাহে লাহে দস্যুতা আৰু অনাৰ্য্যত্ব বৃদ্ধি পাবলৈ ধৰিলে। ভাষা অশুদ্ধিৰ বাবে এওঁলোক ম্লেছ বুলি অভিহিত হ'বলৈ ধৰিলে। প্ৰাচীন ভাৰতীয় গ্ৰন্থসমূহত কোন কোন ক্ষত্ৰিয়জাতি ম্লেছত পৰিণত হয়, তাৰ উল্লেখ পোৱা যায়। পোন প্ৰথমে বৈদিক গ্ৰন্থসমূহৰ পৰা প্ৰমাণ উদ্ধৃতি কৰা হওক— (১) স ম্লেচ্ছস্তস্মান্ন

ব্ৰাহ্মণো ম্লেচ্ছেদ্। (২) অসুৰ্য্যা হ্যেষা বাক্। (৩) অসূৰ্যা ৰৈ সা ৱাগ্ অদেৱজষ্টা। (৪) ম্লেচ্ছো হৱা এষ য়দপশব্দ ইতি বিজ্ঞায়তে। (শত. ব্ৰা; ৩।২।১।২৪। (২) ঐত. ব্ৰা. ৬।৫ (৩) ভাৰ. গৃ.)। গতিকে পোনতে ভাষাৰ (অশুদ্ধ) উচ্চাৰণৰ বাবে জাতিবোৰ ম্লেছ হয়। কালক্ৰমত ধৰ্মাচৰণ চ্যুতিৰ বাবে ম্লেছ বুলি গন্য কৰা হ'ল।

ব্যুচ্ছেদাত্তস্য ধৰ্মস্য নিৰ্য্যায়োপপদ্যতে।

ততো ম্লেচ্ছা ভৱন্ত্যেতে নিৰ্ঘৃণা ধৰ্মৱৰ্জিতা।।

(মহা. অনু. ১৪৬।২৪)

মনুৱে ক্ৰিয়াক্লে আৰু শাস্ত্ৰ অৰ্দ্ধদৰ্শনৰ কাৰণে পৌণ্ড্ৰ, উড্ৰ, দ্ৰাৱিড়, কাম্বোজ, যৱন, শক, পাৰদ, পহ্লৱ, চীন, কিৰাত, দৰদ আৰু যশ-এই ক্ষত্ৰিয় জাতিসকলক ম্লেছ আৰু দস্যু বুলি কৈছে।

পাশ্চাত্য ভ্ৰান্তমতৰ দ্বাৰা প্ৰভাৱিত হৈ বহুত ভাৰতীয় লেখকেও 'ম্লেছ' আৰু 'অসুৰ' শব্দৰ বিদেশী মূল বিচৰাৰ প্ৰবৃত্তি লোৱা দেখা যায়। ড° কাশীপ্ৰসাদ জয়সৱাল আৰু শ্ৰীজয় চন্দ্ৰ বিদ্যালংকাৰে 'ম্লেচ্ছ' শব্দটো 'স্বামী' শব্দৰ ৰূপান্তৰ বুলি কৈছে, যিটোক হিব্ৰু (ইহুদী) ভাষাত মেলেচ বুলি কোৱা হয়। সংস্কৃতত তাক ম্লেছ কৰা হৈছে ইত্যাদি। ড° জয়সৱালে কয়, অসুৰ শব্দ আহিছে, অশসুৰ (অসীৰিয়া বাসী)ৰ পৰা আৰু ম্লেছ তেওঁলোকৰ ৰজাসকলৰ নাম।

লোকমান্য তিলকে অথৰ্ৱবেদৰ (৫।১৩) তৈমাত, আলগী, বিলিগী, উৰুসূলা আদি শব্দ কাল্‌ডীয়ান বুলি কৈছে। কিছুমান অন্য লেখকে ঋগ্‌বেদৰ তাৰ বাচক 'মনা' শব্দটোত কাল্‌ডীয়ান বুলিছে। ড° বসুদেৱশৰণ অগ্ৰৱালে পানিনিৰ অষ্টাধ্যায়ত ব্যৱহৃত কম্ব্বা, অৰ্ম, জাবাল, কাৰ্ষাপণ আৰু পুস্তক আদি শব্দ ইৰাণীমূলৰ বুলি কৈছে। এই ক্ষেত্ৰত ভাবি চোৱা উচিত উক্ত দেশবোৰ কিমান প্ৰাচীন! কাণ্ডীয় বা চাণ্ডীয় দেশ ভাৰতীয় চোলক্ষত্ৰিয় সকলে প্ৰতিষ্ঠা কৰে। বেবিলন বা বাবলৰ প্ৰকৃত নাম ববেৰুৱাৰ বিষয়ে ববেৰু জাতকত উল্লেখ আছে। শুদ্ধৰূপ আছিল ব্ৰভ্ৰ। চোল আৰু বভ্ৰ দুয়োটা ক্ষত্ৰিয় জাতি বিশ্বমিত্ৰ কৌশিকৰ বংশধৰ আছিল। আফ্ৰিকাৰ এটা প্ৰাচীন নাম কুশদ্বীপ। কুশ বা কৌশিক প্ৰাচীন ভাৰতীয় ক্ষত্ৰিয় জাতি আছিল। পুৰাণত শকসকল নৰিষ্যন্তৰ সন্তান (নৰিষ্যন্ত শকা ঃ পুত্ৰাঃ - হৰিবংশ ১।১০।২৮) আৰু যৱনসকল তুৰ্বসুৰ বংশধৰ (তুৱসোৰ্য্যৱনা ঃ স্মতাঃ-মহাভাৰ আদি পৰ্ৱ) বুলি কথিত হৈছে। গতিকে চোল, বভ্ৰু, শক, যৱন আদিৰ পূৰ্বপুৰুষসকল ভাৰতীয় আছিল আৰু আটায়ে শুদ্ধ সংস্কৃত ভাষা কৈছিল। তেওঁলোকে ভাৰতৰ বাহিৰৰ দেশবোৰত বাস কৰাৰ ফলত ক্ৰিয়াক্লে আৰু শাস্ত্ৰ অদৰ্শনৰ কাৰণে (সংজ্ঞাহীন অসংস্কৃত-অশুদ্ধ(?)) ভাষা ক'বলৈ আৰম্ভ কৰিলে। দেখা গ'ল, প্ৰকৃত ইতিহাস জ্ঞান হ'লে সংস্কৃতেই যে মূলভাষা সেইটো প্ৰমাণিত হয়। গতিকে ম্লেচ্ছজাতি আৰু ম্লেছভাষাসমূহৰ মূল আছিল ভাৰতবৰ্ষ।

# মিশৰৰ ইতিহাস মনুৰ পৰা

প্ৰাচীন মিশৰবাসীয়ে তেওঁলোকৰ বংশৰ আৰম্ভণি বৈৱস্বত মনুৰ পৰা বুলি গন্য কৰিছিল— 'The prints told Herodoties that there had been 34/generations in both king and high prints from Menus (মনু) to sethos and this he calculates at 11340 years. (The Ancient History of East by Philips smith. p. 59.) অৰ্থাৎ মনুৰ পৰা চেখোজ পৰ্যন্ত ৰজা আৰু পুৰোহিতসকলৰ ৩৪১ পুৰুষ আছিল আৰু তেওঁলোকৰ ১১,৩৪০ বছৰ অতীত হৈছে। ভাৰতীয় কালগণনা অনুসাৰে মনুৰ প্ৰায় এইটোৱেই সময়। পৰৱৰ্তীকালৰ বহুত মিশৰ নৃপতিৰ নাম ভাৰতীয় আছিল— তথা, ঔশিনৰ, শিৱি ইত্যাদি।

যযাতিৰ কনিষ্ঠপুত্ৰ অনুৰ বংশটো আনৱ বংশ বুলি গন্য হয়। এওঁলোকৰ বংশধৰসকলে কেকয়, শিৱি, মদ্ৰ, সৌৱীৰ আদিয়ে, পশ্চিম ভাৰতৰ উপৰিও য়ুৰোপ আৰু ফ্ৰিকাৰ বহুত দেশত ৰাজ্য প্ৰতিষ্ঠা কৰে। গ্ৰীচৰ ভেৰোনিয়ন আৰু আয়োনিয়ন (যৱন আনৱ) যথাক্ৰমে দ্ৰুহ্যু আৰু অনুৰ বংশধৰ আছিল। দ্ৰুহ্যুৰ বংশধৰ গান্ধাৰ আৰু কাম্বোজসকলে আফগানিস্থান আৰু ইৰাণত উপনিৱেশ স্থাপন কৰে। কাম্বোজ শব্দৰ ব্যুৎপত্তিৰ কাৰণ মহাভাৰতত পোৱা যায়। যযাতিয়ে নিজপুত্ৰ দ্ৰুহ্যুক অভিশাপ দি কৈছে—

তস্মাদ্ দ্ৰুহ্যো প্ৰিয়কামো
ন তে সম্পৎস্যতে কচিৎ।
অৰুজা ভোজ শব্দং তং
তত্ৰ পাপ্স্যতি সান্বয়ঃ।।
(মহাভাৰত ঃ ১।৮৪।২২)

যাম+ভোজ শব্দ লগ হৈ 'কাম্বোজ' হৈছে। তেওঁলোকৰ দ্ৰুহ্যুৰ বংশধৰ। ভাৰতৰ পৰা বহিষ্কৃত হৈ তেওঁলোকে দক্ষিণ ইৰাণত ৰাজ্য প্ৰতিষ্ঠা কৰে। তুৰ্বসু আৰু অনুৰ বংশধৰসকলেই যৱন হয়। মিশৰ দেশৰ ইতিহাসৰ বিষয়ে হেৰোডটাচে লিখা কথাৰ ওপৰত ভিত্তি কৰি পণ্ডিত ভগৱদ্দত্তই এটা অদ্ভুত আৰু আশ্চৰ্যজনক অনুসন্ধান কৰিছে, যিটোৱে ভাৰতীয় ইতিহাসৰ বিকৃতি দূৰ কৰে আৰু প্ৰাচীন মিশৰৰ লগত প্ৰাচীন ভাৰতৰ ঘনিষ্ঠ সম্বন্ধ স্থাপন কৰে। প্ৰাচীন গ্ৰীক ইতিহাসকাৰ হেৰেডটাচে দেৱতাসকলৰ তিনিটা শ্ৰেণীৰ উল্লেখ কৰিছে যিটো পাশ্চাত্য লেখকসকলে বুজিব নোৱাৰিলে, কিন্তু পণ্ডিত ভগবদ্দত্তই সেইবোৰৰ ৰহস্য উপলব্ধি কৰি লিখিছে যে পুৰাণত উল্লিখিত দৈত্য, দেৱ (দেৱতা), আৰু দানৱেই দেৱতাসকলৰ তিনিটা শ্ৰেণী আছিল। দৈত্যসকলক 'পূৰ্বদেৱ' বুলি কোৱা হৈছিল। এওঁলোক প্ৰথম শ্ৰেণীৰ দেৱতা আছিল। দ্বিতীয় শ্ৰেণীত আছিল, ইন্দ্ৰ আদি দ্বাদশ দেৱতা আৰু তৃতীয় শ্ৰেণীত বিপ্ৰচিত্তি, বৃত্ৰ আদি দানৱসকল আছিল। (দানৱসকল আছিল পশ্চাদ্দেৱ)। এই

দেৱতাসকলৰ ভিতৰত সৰ্বাধিক কনিষ্ঠ আছিল, বিষ্ণু (হৰকুলীজ-হ্ৰিকুলেশ) বান (পান) আৰু বৃত্ৰ (বেক্‌চাচ্)। (The greeks regards Hercules Bacchus and Pan as the youngest of gods (Heroduts p. 189).

মিশৰৰ পুৰোহিতসকলে হৰকুলীচৰ (বিষ্ণু) জন্মৰ পৰা অমোচিচৰ ৰাজত্বকাললৈ ১৭,০০০ হাজাৰ বছৰ অতিবাহিত হোৱা বুলি ধৰিছিল। অদিতিৰ পুত্ৰসকলেই বিখ্যাত দ্বাদশ আদিত্য (দেৱতা)। এওঁলোকৰ ভিতৰত ৮ জনক মুখ্য বুলি গন্য কৰা হৈছিল।

ড° ব্যাসশিষ্যই কৈছে 'মিশৰীয় কালগণনা বৈৱস্বত মনুৰ ক্ষেত্ৰত সম্পূৰ্ণ সত্যং কিন্তু বৃত্ত আৰু বিষ্ণুৰ ক্ষেত্ৰত ক্ৰুটিপূৰ্ণ দেখা যায়। যদি মিশৰীয় গণনা শুদ্ধ বুলি ধৰা হয় তেন্তে বিষ্ণুৰ সময় বৈবৰস্বত মনুৰ পৰা প্ৰায় ৬,০০০ বছৰ আগৰ বুলি ধৰিব লাগিব, যিটো প্ৰায় অসম্ভৱ। খুব সম্ভৱ হেৰোডটাচৰ পাঠত কিবা ক্ৰুটি আছে।

## বৰুণ আৰু যমৰ ৰাজ্য

আগতেই কৈ অহা হৈছে যে কশ্যপ আৰু অদিতিৰ জ্যেষ্ঠপুত্ৰ আছিল বৰুণ আদিত্য। এওঁ হিৰণ্য কশিপুৰ সমসাময়িক আছিল। দ্বিতীয় জন্মত ভৃগু, বশিষ্ঠ আদি সপ্তৰ্ষি এই বৰুণৰ পুত্ৰ আছিল। হিৰণ্যকশিপুৰ কন্যা দিব্যাৰ বিবাহ বৰুণৰ জ্যেষ্ঠপুত্ৰ কৰি ভৃগুৰ লগত হৈছিল। বৰুণৰ বংশ তালিকাত চকু ফুৰালে দেখা যাব যে দৈত্য-দানৱ (অসুৰ)সকলৰ লগত বৰুণৰ বংশধৰসকলৰ ঘনিষ্ঠ সম্বন্ধ আছিল, আনকি বৰুণৰ বংশতহে বিখ্যাত দানৱসকলৰ জন্ম হৈছিল—

বৰুণ - অসুৰ মহৎ-য়াদ (তাজ) অহুৰ মজ্‌দা

|

ভৃগু বশিষ্ঠ আদি সপ্তৰ্ষি

|

উশনা কাব্য- শুক্ৰাচাৰ্য্য

|

ত্বষ্টা বৰুত্ৰী ষণ্ড মৰ্ক

|

ত্ৰিশিৰা-বিশ্বৰূপ বৃত্ৰ-অহি অজিদাহক ময়দানৱ সৰণ্যূ

আগতে কৈ অহা হৈছে যে সপ্ত পাতালত দৈত্য-দানৱৰ ৰাজ্য আছিল। তৃতীয় পাতাল বিতলত প্ৰহ্লাদ অনুহ্লাদ তাৰক আৰু বিশ্বৰূপ ত্ৰিশিৰাৰ নগৰ আছিল। আফ্ৰিকাত অসুৰসকলৰ বিখ্যাত ত্ৰিপুৰ (ত্ৰিপোলী) নগৰৰ স্মৃতি এতিয়াও বিদ্যমান। নিবীয়া আছিল প্ৰহ্লাদৰ ৰাজ্য। (দানৱেন্দ্ৰ সুমালীৰ উপনিৱেশ শোমালীলেণ্ড আজিও আফ্ৰিকাত

এই নামেৰেই বিখ্যাত হৈ আছে। বেইৰুত নগৰ বৰত্ৰীৰ অপভ্ৰংশ। ইয়াত শুক্ৰ পুত্ৰ বৰুত্ৰীৰ ৰাজ্য আছিল। আৰৱ জাতি হৈছে বৰুণৰ বংশধৰ গন্ধৰ্ব। আৰৱ আৰু আফ্ৰিকাত অসুৰসকলৰ সাম্ৰাজ্য আছিল। পৰৱৰ্তীকালত আফ্ৰিকাৰ নিকটৱৰ্তী মৰিচাচ্ দ্বীপত মৰীচ ৰাক্ষসৰ ৰাজ্য আছিল। এইটো স্পষ্ট যে আফ্ৰিকাত সুমালী, ৰাৱণ আদিৰ উপনিৱেশ আছিল। ইৰাণত বৰুণৰ ৰাজধানী সুষা (চুচা) নগৰীৰ ভগ্নাৱশেষ আজিও বিদ্যমান। বৰুণক সাদসংপতি বা গন্ধৰ্বপতি বুলি কোৱা হৈছিল। (যদৰ অপভ্ৰংশ হৈছে তাজ— এইটো বৰুণৰ নাম), ইৰাণ, পশ্চিম এশিয়া, আৰৱ দেশসমূহ আৰু আফ্ৰিকাত সমুদ্ৰতীৰ ৱৰ্তী দেশসমূহত গন্ধৰ্ব (আৰৱ)সকলে ৰাজ্য প্ৰতিষ্ঠা কৰিছিল।

বৰুণৰ কেইবা শতাব্দী পিছত ইৰাণত বিৱস্বানৰ জ্যেষ্ঠ পুত্ৰ বৈৱস্বত যমৰ ৰাজ্য প্ৰতিষ্ঠা হয়। এওঁক পিতৃদেশৰ শাসক বুলি কোৱা হৈছিল। যি সময়ত বৈৱস্বত মনুৰ ভাৰতবৰ্ষ জলপ্লাৱন হয়, সেই সময়ত ইৰাণত হিমপ্ৰলয়ৰ (হিমযুগ) সৃষ্টি হৈছিল।

ভাৰতীয় গ্ৰন্থসমূহত যমৰ যথেষ্ট বৃত্তান্ত পোৱা যায়। ইয়াত কেৱল পাৰ্চী ধৰ্মগ্ৰন্থত উদ্ধৃতি দি প্ৰমাণ কৰা হ'ব যে বৈৱস্বত যম ইৰাণৰ সম্ৰাট আছিল— 'And Ahura Majda spake unto Yima saying o fair yima, son of Vivanghat, upon the Material world the total waters are going to fall... that small make snow Hakes fall thick (vendidal Fargaed II, 22 by Dermestrerer).

T was vivohvant first of mortals
to him was a son begotten
yim of fair flock all shining
...
while he reigned...!
Son of Vivhvant, great yim.'

এইবোৰৰ দ্বাৰা নিঃসন্দেহে প্ৰমাণিত হয় যে বিৱস্বান্ আৰু তেওঁৰ পুত্ৰ বৈৱস্বত যমৰ ৰাজ্য ইৰাণত আছিল।

ইৰাণী ধৰ্মগ্ৰন্থ আৰু পৰম্পৰা অনুসাৰে অহুৰ মজ্দা (বৰুণৰ) চতুৰ্থ পুৰুষত অজিদাহৰু (বৃত্ৰ- অহিদানৰ) জন্ম হৈছিল। যমক অহিদানৱৰ পূৰ্বকালীন বুলি গন্য কৰা হৈছিল। পাৰ্চী ধৰ্মগ্ৰন্থ অনুসাৰে বৃত্ৰৰ জ্যেষ্ঠভ্ৰাতা বিশ্বৰূপ (ত্ৰিশীৰ্ষা ষড়ক্ষ)ৰ নাম 'বিৱৰণ' আছিল ঃ

"He the serpent slew Dahaka
Triple zawed and Triple headed
Six eyed, thousand powered in Mischief
(All Inidi Oriental conf. MADRAS 1941, p 45)

এই কথাৰ লগত শতপথ ব্ৰাহ্মণৰ বিৱৰণৰ সম্পূৰ্ণ মিল আছে ঃ

তুষ্টুই ৰৈ পুত্ৰঃ ত্ৰিশীৰ্ষা ষড়ঙ্গ আস।

তস্য ত্ৰীন্যেৱ মুখানি (শত. ব্ৰা. ১।৬।৩'১).

ভাৰতীয় ইন্দ্ৰ যমৰ শিষ্য আছিল। এই ইন্দ্ৰই বৃত্ৰ আৰু তেওঁৰ জ্যেষ্ঠভ্ৰাতা বিশ্বৰূপক বধ কৰিছিল। বৃত্ত (অহিদানৱ-অজিদাহুক)ক বধ কৰাৰ বাবে তেওঁ মহেন্দ্ৰ উপাধি লাভ কৰিছিল।

ইৰাণী গ্ৰন্থসমূহত বৰুণ, ভৃগু, শুক্ৰাচাৰ্য্য আৰু তেওঁৰ পুত্ৰ ষণ্ড, মৰ্ক তথা দানৱেন্দ্ৰ বৃষপৰ্ৱাৰ উল্লেখ পোৱা যায়। তাত তেওঁলোকৰ নাম হৈছে, মহুক (মষ্ট), ষণ্ড, উসা (উশনা- শুক্ৰ), অফসৰিয়াৰ (বৃষপৰ্ৱা), ফৰ্না (বৰুণ), বগ (ভৃগু) ইত্যাদি।

দেৱযুগতেই অসুৰসকলে আৰু তেওঁলোকৰ পুৰোহিতসকল ইৰাণ হৈ য়ুৰোপীয় দেশ ডেনমাৰ্ক (দানৱমৰ্ক), স্বীডন (শ্বেতদানৱ) আদিলৈ যায়। কিছু সংখ্যকে উত্তৰ আফ্ৰিকা আৰু মেইৰুত (বৰুত্ৰী) নিবীয়া নেপনন আদিত ৰাজ্য স্থাপন কৰে।

ওপৰোক্ত বিৱৰণৰ পৰা সম্পূৰ্ণৰূপে প্ৰমাণিত হয় যে অসুৰ (দৈত্য-দানৱ)ৰ মূল তেওঁলোকৰ ভাষা (য়ুৰোপীয়- অসুৰ ভাষা)ৰ মূল ভাৰতেই আছিল। পুৰাণত এই তথ্যৰ সম্পূৰ্ণ সমৰ্থন পোৱা যায়। আনকি অৱেস্তা-বৰ্ণিত ত্বষ্টাৰ বংশধৰসকলৰ আৰ্য্যব্ৰজৰ (আৰ্য্যাৱৰ্ত-Aryana Vaejo-আৰ্য্যানাবেজো) পৰা পলায়নৰ প্ৰমাণিত হয় যে ইৰাণীসকলে কেনেকৈ দেৱতাসকলৰ ভয়ত ১৬ খন দেশত অনাই-বনাই ঘূৰি ফুৰে। তেওঁলোকৰ আদি বাসস্থান আছিল আৰ্য্যব্ৰজ (আৰ্য্যাৱৰ্ত-আৰ্য্যবীজো)ঃ

'I Ahura Majda created as the first best reign, Airyana vaejo of the good creatures. Then Angra Mainyu the destroyer formed in opposition to yet a great serpent and water or snow, the creation of Daevas. (Vedidaid 3 4)'

ইয়াৰ পৰা তেওঁলোক ক্ৰমান্বয়ে এই ১৬খন দেশলৈ গৈছিল— আৰ্য্যনৱীজো, সুগ্ধ, মৌজ, বখ্ধী, নৈশ, হৰোয়ু, বৈকৰত, অৰ্ৱ, ৱেহুকন, হৰহৰৈতি, ৰংঘ, চখ বৰণ আৰু হপ্তহিন্দু।

গতিকে প্ৰাচীন ইৰাণীসকলৰ ভাৰতমূলত্ব স্বতঃসিদ্ধ। ইৰাক (মেচপোটিমিয়া) ৰ বাঘাজকোই নামৰ স্থানত পোৱা মৃৎ পত্ৰিকাত ৰজা মত্তিৱজে (মিত্ৰৱহ?) বৈদিক দেৱতা মিত্ৰ বৰুণ, ইন্দ্ৰ আৰু নাসত্যৰ আহ্বান কৰিছে. এই অনুসন্ধান সম্পৰ্কত পাশ্চাত্যসকলে যি সিদ্ধান্ত লৈছে, সি সম্পূৰ্ণ ভ্ৰান্ত। তেওঁলোকে উলিওৱা সময় (খৃঃ পূঃ ১৪০০) সন্দেহজনক। কাৰণ, ইন্দ্ৰাদি দেৱতাৰ পূজা ভাৰতবৰ্ষতেই মহাভাৰত কালৰ আগতেই প্ৰায় সমাপ্ত হৈছিল। মহাভাৰতৰ সময় হৈছে বিক্ৰমপূৰ্ব ৩১০২ চন। গতিকে উক্ত 'মুদ্ৰা'বোৰ অন্ততঃ পক্ষে মহাভাৰত যুগৰ আগৰ হ'ব লাগিব।

# সুমেৰীয় সভ্যতাৰ মূলো ভাৰতীয়

মেচপোটেমিয়াত প্ৰাচীনতম সভ্যতা আছিল, সুমেৰ সভ্যতা। এই সভ্যতা ইমান উচ্চখাপৰ আছিল যে কিছুমান বৈজ্ঞানিকে ইয়াৰ সম্বন্ধ কোনোবা অন্য গ্ৰহৰ-আন্তৰিক্ষবাসী দেৱতাসকলৰ লগত স্থাপন কৰিব খোজে— প্ৰাচীন সুমেৰুৰ ইতিহাসে এইটো কয় যে প্ৰাচীন সুমেৰবাসীসকল (যি অন্য সংস্কৃতিৰ পূৰ্বপুৰুষ আছিল) এনে লোকসকলৰ বংশধৰ আছিল, যিসকল মানুহ আছিল আৰু তেওঁলোক অন্য গ্ৰহৰ পৰা আহিছিল। ('ধৰ্মযুগ', দিনাংক ১৪.১০.১৯৮০ত 'ইণ্টেলিজেণ্ট লাইফ্ ইন্ ইউনিৱাৰ্চ' গ্ৰন্থৰ পৰা উদ্ধৃত)। এই তথাকথিত প্ৰাচীনতম সভ্যতাৰ বহুত ৰজাই সংস্কৃত নাম ধাৰণ কৰিছিল।

শৰগৰ (Sharagar) সগৰ

মন (Mon) মনু

ইস্‌সাকু (Issaku) ইক্ষ্বাকু

শৰহগন (Sharahgun) সহস্ৰাৰ্জুন

এইদৰে দশৰথ আদি নামো সুমেৰুত বিখ্যাত। (এগৰাকী মিত্তানী ৰজাৰ নাম আছিল, 'দস্ৰত'। নিঃসন্দেহে ই দশৰথ শব্দৰ অপভ্ৰংশ)। গতিকে দেখা গ'ল, ভাৰত সুমেৰীয় সভ্যতাৰো মূল আছিল আৰু তেওঁলোকৰ ভাষাত সংস্কৃতৰে ম্লেচ্ছ (বিকৃত ৰূপ) আছিল। ডাঃ ব্যাসসিষ্যই লিখিছে যে 'অক্কাদ' শব্দও ইক্ষ্বাকু শব্দৰ অপভ্ৰংশ হ'ব পাৰে।

ৱাডেল আদি বহুত পাশ্চাত্য লেখকে সুমেৰু আৰু ভাৰতৰ ভাষা-সাদৃশ্যৰ বহুত উদাহৰণ প্ৰচাৰ কৰিছে। তাৰে কেইটামান শব্দৰ উদাহৰণ তলত দিয়া হ'ল।

| সুৰেমীয় নাম | ভাৰতীয় নাম |
|---|---|
| পুৰুকজী | পুৰুকুৎস |
| উসম্নিন্না | বৰুণ |
| মেম্‌সানিপাদ | মহানিপাত |
| এললু | ইল্বল |
| বিল্বল | বাতাপি |
| উৰ | ঔৰ্ব্ব |
| শূৰিপাক | শূৰ্পাৰক |
| বেল | বলি |
| মুহী | মহী |
| মাৰীক | মাৰীচ |
| মাৰ্ত্তীক | মৃডীক (ৰুদ্ৰ) |

| | |
|---|---|
| নৰমাখিন্ | নৃসিংহ |
| সিন | সিনীৱালী |
| এললম | ঐল |
| আয়োনিজ | মনু বা আদিত্য? |
| নিপুৰ | হিৰণ্যপুৰ |

দেৱসদৃশ্য আৰু ভাষা সাদৃশ্যৰ বাবে ওপৰোক্ত উদাহৰণেই যথেষ্ট।

# সাগৰ-পাৰৰ প্ৰতিচ্ছবি
# ক্ষুদ্ৰ ভাৰত মৰিচাচ

মৰিচাচ হ'ল এখন মৰুস্থান— য'ত এদিন 'ডোডো' বুলি এবিধ চৰাইৰ বাহিৰে একোৱেই নাছিল; কিন্তু আজি সি ফলে-ফুলে জাতিষ্কাৰ, শস্য-শ্যামলা, নদন-বদন। ১৬৯৮ খ্ৰীষ্টাব্দত এই সংস্থানৰ পোন প্ৰথমে ওলন্দাজসকলে উপনিবেশ স্থাপন কৰে। তাৰ পিছত তেওঁলোকে ভাবিলে যে মৰিচাচ উৰ্ব্বৰ হোৱাৰ কোনো আশাই নাই, তেতিয়া তেওঁলোকে মৰিচাচ ত্যাগ কৰে আৰু ১৭১৫ চনত ফৰাচীসকলে তাৰ শাসনভাৰ গ্ৰহণ কৰে। তেওঁলোকে বুজিলে যে ইয়াত এখন কৃষি সমৃদ্ধ দেশ হোৱাৰ সম্ভাৱনা আছে। গতিকে পৰিশ্ৰমী ভাৰতীয়সকলক আনি তেওঁলোকে কামত লগালে। ফৰাচীসকলে ১৮১০ চনলৈ মৰিচাচ শাসন কৰে। ভাৰতীয় সৈন্যসকলৰ সাহায্যত ব্ৰিটিছে এই দ্বীপ দখল কৰে। তাৰ পিছত তেওঁলোকে ভাৰতীয় শ্ৰমিক আনি এই দ্বীপটোক চহকী কৰা কাম হাতত লয়।

## ভাৰতীয়ৰ আগমন

ভাৰতীয়সকলৰ মৰিচাচলৈ আগমন আৰম্ভ হয় ১৮৩৪ চনত। পাঁচ বছৰৰ চুক্তিত তেওঁলোকক মৰিচাচলৈ নিয়া হয়। কিন্তু চুক্তিৰ পিচতো যাতে তেওঁলোক ভাৰতলৈ আহিব নোৱাৰে তাৰ বাবে সকলো পথ বন্ধ কৰি দিয়া হয়। কাম কৰি থকাৰ সময়তো ভাৰতীয় শ্ৰমিকসকলৰ ওপৰত অমানুষিক নিৰ্যাতন কৰিছিল। তাৰ সাক্ষ্য প্ৰমাণ স্বৰূপে ১৮৪২ চনৰ 'লা মৰিচিয়ান' কাকতত পোৱা যায়; কুলিসকলে অসম্ভৱ নিৰ্য্যাতন সহ্য কৰিব লাগিছিল। তেওঁলোকৰ বহুতেই ইয়াৰ ফলত মৰা পৰিল আৰু বহুতেই আত্মহত্যা কৰি ৰক্ষা পৰিল।

দ্বীপটোত নীতিগত বাধা থকা সত্ত্বেও তেওঁলোকক ৰবিবাৰেও কাম কৰিবলৈ বাধ্য কৰা হৈছিল। অনুপস্থিত থাকিলে দুদিনৰ বেতন কাটিছিল।

## আৰ্য্য সমাজ আন্দোলনৰ শুভফল

১৯১০ চনত ডাক্তৰ মগনলাল-মনিলালে দক্ষিণ আফ্রিকাত মহাত্মা গান্ধীৰ লগত মৰিচাচৰ সমস্যাবোৰৰ কথা জনায়। গান্ধীজীৰ অনুৰোধত তেওঁ সেইবোৰ ভাৰতীয় জাতীয় কংগ্ৰেছৰ আগত দাঙি ধৰে।

১৯১১ চনত সনাতন পন্থী ডাঃ মণিলালে আৰ্য্য সমাজ আন্দোলন গঢ়ি তোলে। এই আন্দোলনৰ মূল লক্ষ্য আছিল হিন্দী প্ৰচাৰ। এই আন্দোলনৰ ফলতেই হিন্দু ছোৱালীবিলাকে লিখা-পঢ়া আৰম্ভ কৰিলে সামাজিক আৰু সাংস্কৃতিক অনুষ্ঠানত যোগদান কৰিবলৈ ধৰিলে।

সম্প্ৰতি গোটেই দ্বীপজুৰি আৰ্য্য সমাজৰ বহুত শাখা আছে মৰিচাচ দ্বীপত। প্ৰত্যেক শাখাতেই হিন্দী শিকোৱা হয়। ইয়াত আৰ্য্য সমাজ আৰু গোৰা সনাতন পন্থীসকল এনেভাৱে মিলি গৈছে যে পাৰ্থক্যই বিচাৰি উলিওৱা কঠিন। উক্ত সম্প্ৰদায়ৰ মাজত বিয়াবাৰুও হয়।

মৰিচাচবাসীয়ে ডাঃ মনিলালক কোনো দিনেই পাহৰিব নোৱাৰে। তাৰ প্ৰমাণ স্বৰূপে তেওঁলোকে পোৰ্ট লুইচৰ কোম্পানীৰ বাগানত এটি মূৰ্ত্তিও প্ৰতিষ্ঠা কৰিছে।

ডাঃ মনিলালৰ আগেয়ে অহা এগৰাকী মহামান্য পুৰুষে মৰিচাচত বহুতো সংস্কাৰ মূলক কাম কৰিছিল। তেওঁ হৈছে এডলফ্দ্য প্লিভিৎজ। মৰিচাচত উচ্চাৰিত বিভিন্ন ভাষাৰ ভিতৰত হিন্দীয়েই তাত সৰ্ব্বাধিক জনপ্ৰিয়। 'হিন্দীভৱনে' তাত হিন্দী প্ৰচাৰ কৰাৰ ফলত শ-শ 'পৰিচয়' আৰু 'প্ৰথমা' চাৰ্টিফিকেটধাৰী লোক ওলাইছে। হিন্দী লেখক, কৰি আৰু সাংবাদিক আছে। ১৯৪২ চনত আৰু ১৯৬৩ চনত হাত দুখন হিন্দী সাহিত্য সভাও অনুষ্ঠিত হৈ গৈছে। হিন্দী বাতৰি কাকতো আছে চাৰিখন। ইয়াৰ উপৰিও প্ৰাথমিক বিদ্যালয়সমূহত হিন্দীৰ লগত অন্যান্য ভাৰতীয় ভাষাও শিকোৱা হয়। কেইবছৰমান আগতে মৰিচাচৰ হিন্দী লেখকসকলৰ এটা সংগঠনো গঠিত হৈছে।

## ভাৰতীয়তন্ত্ৰৰ প্ৰতিচ্ছবি

মৰিচাচৰ হিন্দুসকলে তাত সমাৰোহেৰে পালন কৰে মকৰ সংক্ৰান্তি, মহা শিৱৰাত্ৰি, ফাকুৱা, দেৱালী আৰু গঙ্গাস্থান আদি উৎসৱ। মকৰ সংক্ৰান্তি আৰু গঙ্গাস্থানত সাগৰ-পাৰত স্নানাৰ্থীৰ ভিৰে এক মনোমোহা দৃশ্যৰ সৃষ্টি কৰে। এনে উপলক্ষ্যত যিদিনা অধ্যাপক বিষ্ণুদয়ালৰ বক্তৃতা থাকে, সেইদিনা সমুদ্ৰৰ পাৰত সৃষ্টি হয় এক জন-সমুদ্ৰৰ। ভাৰতৰ স্বাধীনতা উৎসৱো তেওঁলোকে আগ্ৰহেৰে সৈতে পালন কৰে।

মৰিচাচত ভাৰতীয় চাৰু-কলাই যি মানদণ্ডত উপনীত হৈছে, তেনেকুৱা আৰু ভাৰতৰ বাহিৰৰ কোনো দেশত হৈছে নে নাই সন্দেহ। উৎসৱাদিৰ আৰম্ভণিতে খোল, কৰ তালসহ ৰামায়ণৰ পৰা প্ৰাৰ্থনা সঙ্গীত গোৱা হয় আৰু বিয়া আদি বিশেষ

অনুষ্ঠানত সাধাৰণ তিৰোতাসকলে নাচে আৰু ভোজপুৰী গীত গায়। মৰিচাচত ভাৰতীয় নাটক ১৯৪১ চনৰ পৰা ১৯৪৬ চনলৈ অতি জনপ্ৰিয় আছিল; কিন্তু যিবোৰ চিনেমা হলত তেওঁলোকৰ এই নাটকবোৰ দেখুৱাইছিল তাৰ মাচুল অত্যন্ত বেছি কৰি দিয়াত বাধ্য হৈ থিয়েটাৰ বন্ধ কৰি দিবলগীয়া হ'ল।

গোটেই দ্বীপত বহুতো 'চখৰ গায়ক' আছে। তেওঁলোকে বিয়া আদি উৎসৱত নিজৰ প্ৰতিভাৰ বিকাশ সাধন কৰে। ৰবীন্দ্ৰ জয়ন্তী পালিত হোৱাৰ সুযোগত এই দ্বীপত ভাৰতীয় উচ্চাঙ্গ সঙ্গীতে নিজৰ স্থান উলিয়াই লৈছে। ১৯৬৪ চনত শ্ৰীনন্দকিশোৰ আৰু শ্ৰীমতী কমল কীৰ্তিয়ে স্থাপন কৰা ভাৰতীয় গীত-নৃত্যৰ বিদ্যালয়ৰ মাধ্যমত গোটেই দেশত গীত-নৃত্যৰ প্ৰচাৰ হ'বলৈ ধৰিছে।

## ভাৰতীয় সংস্কৃতিৰ পদধ্বনি

মৰিচাচবাসী ভাৰতীয়ৰ দ্বাৰা প্ৰভাৱিত হৈ ফৰাচী লেখক ধানাদীৰ স্য চেণ্টপিয়েৰে 'পল আৰু ভামিনি' আৰু 'ভাৰতীয় পঁজাঘৰ' বুলি দুখন পুথি ৰচনা কৰে। প্ৰথমখনে ৰবী ঠাকুৰৰ ওপৰত আৰু দ্বিতীয়খনে গান্ধীজীৰ ওপৰত বিশেষ প্ৰভাৱ পেলাবলৈ সক্ষম হৈছিল। এতিয়া তাত বহুতো পুস্তকালয় খোলা হৈছে। ভাৰতীয় বাতৰি কাকতো তালৈ যায়। ৰবীন্দ্ৰ সাহিত্য মৰিচাচত অতি জনপ্ৰিয়।

কুৰি শতিকাৰ আৰম্ভণিতে হিন্দুসকলক ধৰ্ম্মান্তৰ কৰাৰ ভীষণ চক্ৰান্ত চলিছিল। ধৰ্মান্তৰিত নহ'লে হিন্দুৱে চাকৰি পোৱাও টান হৈছিল। এতিয়া ধৰ্মান্তৰ বন্ধ হৈছে।

১৯৩৯ চনত শিক্ষা সমাপ্ত কৰি অধ্যাপক বিষুণ দয়ালে দেশলৈ উভতি আহি অক্লান্তভাৱে হিন্দু ধৰ্মৰ ওপৰত বক্তৃতা দি গৈছে। পোনতে তেওঁ এই ধাৰ্মিক কাৰ্য্যৰ বাবে জেলো খাটিবলগীয়া হৈছিল। তেওঁ অহাৰ আগতে মৰিচাচত হিন্দু আছিল শতকৰা ৪৯ জন। পিচত ৫১ জন, শেষত শতকৰা ৬০ জন। হিন্দুৱেই সংখ্যা গৰিষ্ঠ, গতিকে খেতিয়কৰ পৰা প্ৰধানমন্ত্ৰীলৈ সকলোৱেই হিন্দু। ব্ৰিটিছ উপনিৱেশত হিন্দু প্ৰধানমন্ত্ৰী একপ্ৰকাৰ আচৰিত কথাই।

মৰিচাচত ঠায়ে ঠায়ে আছে মন্দিৰ আৰু মছজিদ। মহাশিৱৰাত্ৰি উৎসৱত হিন্দু সাজ-পাৰৰ প্ৰদৰ্শন বিশেষভাৱে চকুত পৰে।

অতি সামান্যলোকো পূন্য গ্ৰন্থ ৰামায়ণ মহাভাৰতৰ লগত পৰিচিত। মৰিচাচলৈ যোৱা ভাৰতীয়সকলে সদায় ভাৰতত থকা বুলি বোধ কৰিছিল। ইউৰোপীয় সংস্কৃতিৰ মাজত থাকিও যে মৰিচাচবাসীয়ে হিন্দু সংস্কৃতি অক্ষুণ্ণৰাখি চলি আহিছে, সেইটো সঁচাকৈয়ে গৌৰৱৰ কথা আৰু এটা কথা মনলৈ আহে— ভাৰতৰ পৰা বহুদূৰত ভাৰত মহাসাগৰৰ পাৰত মাদাগাস্কাৰৰ ওচৰত অতি ক্ষুদ্ৰ মৰিচাচ দ্বীপ। (আয়তন মাত্ৰ ৭২০ বৰ্গ মাইল। ১৯৬৫ চনৰ হিচাপত জনসংখ্যা ৭,২০,০০০জন। হিন্দু ৪,২০,০০০, মুছলমান ১,১০,০০০, ফৰাচী ২৫,০০০, চীনা ৪০,০০০ আৰু ক্ৰিওল

১,২৫,০০০। ক্রিওল আমাৰ এংলো ইণ্ডিয়ানৰ দৰে। ফৰাচী আৰু নিগ্ৰো মহিলাৰ সংমিশ্ৰণত উদ্ভৱ হোৱা।) তথাপি এইদেশৰ আত্মাভিমানীলোকে পৰাধীন অৱস্থাত থাকিও স্বধৰ্ম্মৰ কাৰণে যুঁজি কাৰাদণ্ড ভোগ কৰিবলৈকো কুণ্ঠিত নহয়। আৰু বিশালদেশ ভাৰতবৰ্ষত লোকে স্বাধীন হৈও স্বধৰ্ম্ম ৰক্ষাৰ কাৰ্য্যক সাম্প্ৰদায়িক বুলি নাক কোচায়।

## চেনীৰ দ্বীপ মৰিচাচ

৩০০ বছৰ আগেয়ে ওলান্দাজসকলে ইয়াত বসতি স্থাপন কৰে। তেওঁলোকেই ডাচ্ ৰাজকুমাৰ মৰিচাচৰ নামেৰে এই দ্বীপৰ নামকৰণ কৰে। কুঁহিয়াৰ খেতিৰ কাৰণে এই দ্বীপ বিখ্যাত। আগতে ভাৰতলৈকো ইয়াৰপৰা চেনি আহিছিল। ইয়াক চেনিৰ দ্বীপ বুলিও কোৱা হয়। ইয়াৰ শতকৰা ৮৯ ভাগ চেনিয়েই বিদেশলৈ ৰপ্তানি হয়। ইংলণ্ডলৈকেই যায় শতকৰা ৮১ ভাগ।

## মৰিচাচত ৰাজনীতি

মৰিচাচ সংসদত ইণ্ডিপেণ্ডেণ্টৰ পাৰ্টিয়েই সংখ্যাগৰিষ্ঠ। শ্ৰীৰামগোলাম এই দলৰ নেতা। তেৱেঁই মৰিচাচত প্ৰথম প্ৰধানমন্ত্ৰী। দ্বিতীয় প্ৰধান দল কন্‌জাৰ ভেটিঙ পাৰ্টি। ১৯৬৮ চনত ১২ মাৰ্চৰ দিনা ১৫৭ বছৰীয়া ইংৰাজ শাসনৰ যুঁৱলি দলিয়াই মৰিচাচে স্বাধীনতা লাভ কৰে। স্বাধীনতাৰ আগত আৰু পাচত প্ৰধানমন্ত্ৰী শ্ৰীৰামগোলাম ভাৰতবৰ্ষলৈ আহিছিল।

মৰিচাচৰ বৰ্ণনাৰ পৰাই দেখা যায় ভাষা-কৃষ্টি, সভ্যতা, সংস্কৃতি আদি সকলো ফালৰ পৰাই ই ভাৰতৰ পৰা একেবাৰে অভিন্ন। গতিকে ঐতিহাসিকসকলে ইয়াক আখ্যা দিছে 'সাগৰ-পাৰৰ ক্ষুদ্ৰ ভাৰত' বুলি।*

## মৰিচাচ নামৰ কিম্বদন্তি—

মৃত্যুৰ সময়ত মাৰিচে শ্ৰীৰাম চন্দ্ৰৰ ওচৰত বৰ প্ৰাৰ্থনা কৰিলে, 'প্ৰভু মই যেন চিৰকাল আপোনাৰ নাম শুনি থাকিবলৈ পাওঁ।'

শ্ৰীৰামচন্দ্ৰই মাৰীচৰ শৰদেহ স্পৰ্শ কৰাত সি পৰিণত হ'ল এটা উজ্জ্বল মুক্তাত। তেওঁ সেই মুক্তাটো অতি জোৰেৰে দক্ষিণফালে দলিয়াই দিলে। সেয়েই হ'ল মৰিচাচ দ্বীপ।

মৰিচাচৰ হিন্দুসকলৰ মাজত এই লোক-কথা আজিও প্ৰচলিত। কিন্তু বহুযুগ ধৰি মৰিচাচৰ আত্মাই ৰামনাম শুনিবলৈ নাপালে। বহুযুগৰ পিচত ভাৰতীয়সকলে তালৈ যোৱাত ৰামায়ণো লগত লৈ গ'ল।

# য়ুৰোপৰ ৰুচ, ব্ৰিটেন আৰু ফ্ৰান্সত ভাৰতীয় সংস্কৃতিৰ অক্ষয় স্বাক্ষৰ

আমি ইয়াৰ আগৰ এটা প্ৰৱন্ধত ভাৰতীয় দৈত্যসকলে য়ুৰোপত উপনিৱেশ স্থাপন কৰাৰ কথা লিখিছিলোঁ। আজিৰ এই প্ৰবন্ধত পুনৰ য়ুৰোপৰ কিছু অঞ্চলত এতিয়াও বৰ্তি থকা ভাৰতীয় আৰ্য্য সংস্কৃতিৰ সুস্পষ্ট স্বাক্ষৰৰ বিষয়ে আলোচনা কৰিবলৈ ওলাইছোঁ।

## য়ুক্ৰেনৰ খনন কাৰ্য্য

আজিৰ পৰা ১২ বছৰমান আগতে য়ুক্ৰেনত এটা খনন কাৰ্য্যৰ ফলত কিছুমান চিত্ৰ-অংকিত শিল পোৱা গৈছিল। ৰুচ পণ্ডিতসকলে পোনতে এই শিলবোৰ খ্ৰীষ্টপূৰ্ব চাৰিহাজাৰ বছৰৰ আগৰ বুলি কৈছিল। তাৰ পিছত ক'লে, ঋগ্‌বেদতহে এই চিত্ৰবোৰৰ ব্যাখ্যা পোৱা যাব পাৰে। গতিকে দেখা গ'ল, আজিৰ পৰা ৬ হেজাৰ বছৰ আগতে ৰাচিয়াৰ এই প্ৰদেশখনত আৰ্য্যসকলৰ বসতি আছিল।

## ফ্ৰান্স-ব্ৰিটেইনত আৰ্য্য শাসক

শ্ৰীজমনা দাস অখতৰে তেওঁৰ এটা প্ৰবন্ধত লিখিছে— আজিৰ পৰা প্ৰায় ৪ হাজাৰ বছৰ আগতে সমগ্ৰ ইউৰোপত এনেকুৱা মানুহ পোৱা গৈছিল, যিসকলে মৃতদেহ দাহ কৰিছিল। তদুপৰি আৰ্যসকলৰ এটা জাতিয়ে গোয়, ডেনমাৰ্ক, নৰৱে আৰু চুইডেনৰ দক্ষিণ ভাগত বসতি কৰিছিল। এওঁলোকে পিছত হ'লেও জাৰ্মেনী আৰু ফ্ৰান্সত বসবাস কৰিবলৈ আৰম্ভ কৰে। জাৰ্মানী আৰু ফ্ৰান্সত 'কেল্‌ট'সকলে বাস কৰিছিল। এই কেল্‌ট'সকল এচিয়া (ভাৰত)ৰ পৰা তালৈ গৈছিল।

খ্ৰীষ্টিয় প্ৰথম শতাব্দীত ৰোমে ব্ৰিটেন অধিকাৰ কৰে। সেই সময়ত ফ্ৰান্স আৰু ব্ৰিটেনত আৰ্য্যসকলে শাসন কৰিছিল। ব্ৰিটেইনৰ আৰ্য্য মহাৰাণী 'বৌদ্ধীশা'ই সাহসেৰে থিয় দি আক্ৰমণত বাধা দিছিল। ৰথৰ ওপৰত উঠি যুদ্ধ কৰা এই মহাৰাণীগৰাকীক

আজিও ব্ৰিটেনৰ নেত্ৰী বুলি গণ্য কৰা হয়। ৰোমৰ শাসক আৰু তাৰ ৰাজ্য পালে নিজৰ সোঁৱৰণত লিখিছে যে ব্ৰিটেন জাৰ্মেনী আৰু ফ্ৰান্সৰ অধিবাসীসকলে পুনঃৰ্জন্মত বিশ্বাস কৰিছিল। তেওঁলোকৰ মতে যদি যুদ্ধত কোনোবা মৰে, তেন্তে সি স্বৰ্গত স্থান লাভ কৰে। এই বিশ্বাস থকাৰ বাবে তেওঁলোকে বীৰত্ব-সহকাৰে যুদ্ধ কৰিছিল। কোৱা বাহুল্য, তেওঁলোকে ভগৱান শ্ৰীকৃষ্ণৰ গীতাৰ বাণীত বিশ্বাস কৰিছিলঃ

'হতো ৱা প্ৰাপ্স্যসি স্বৰ্গঃ'
জিত্বা ৱা ভোক্ষ্যনে মহীম্।'

## জাৰ্মেনীৰ ক্ষত্ৰিয় বংশ

ৰোমৰ ৰাজ্যপাল টেষ্টুচে' তেওঁৰ গ্ৰন্থ জাৰ্মেনিয়াত লিখিছে যে জাৰ্মানসকলৰ এটা বংশ ক্ষত্ৰিয়। এওঁলোকৰ কোনো সদস্যই যেতিয়ালৈকে কোনোবা শত্ৰুক হত্যা কৰি তাৰ মূৰটো কাটি নানে তেতিয়ালৈকে তেওঁৰ বিয়া নহয়। এই গ্ৰন্থতে লিখা আছে যে তেওঁলোকে নিজক 'তৰিস্তো'ৰ সন্তান বুলি কয়। তেওঁলোকৰ প্ৰাচীন গীতত লিখা থকা মতে পৃথিৱীত জন্ম গ্ৰহণ কৰা তৰিস্তোৰ এজন পুতেকৰ নাম আছিল 'মনুস্'। তেওঁৰ তিনিজন পুত্ৰ আছিল, তেওঁলোক পিছত গোটেই পৃথিৱীত বিয়পি পৰে। মন কৰিলে বুজা যায় যে এই 'তৰিস্তো' প্ৰকৃততে ঋগ্‌বেদোক্ত 'তবিস্ত্ৰ' আৰু 'মনুস' হৈছে মনু। (উল্লেখযোগ্য যে জাৰ্মান ভাষাত মানুহকো মনুষ বুলি কোৱা হয়)।

## ইউৰোপৰ প্ৰাচীন আৰ্য্যদেৱতা

ব্ৰিবয়ান ব্ৰচণ্টন ব্ৰিটেইনৰ বিখ্যাত পণ্ডিত। ১৯৫৫ চনত 'থেমচ্ এণ্ড হগুচনে', লণ্ডনে তেওঁৰ 'উত্তৰৰ দেৱতা' (Gods of the North) প্ৰকাশ কৰে। এই গ্ৰন্থত তেওঁ লিখিছে যে প্ৰাচীন কালত যি যি ঠাইত আৰ্য্যসকলে বসতি কৰিছিল তেওঁলোকে বিশেষদেৱতাক পূজা কৰিছিল। ভাৰতৰ আৰ্য্যসকলে 'দিৱস্ পিতা' দিৱস পতি'ৰ পূজা কৰিছিল। এইটো ইন্দ্ৰৰ বৈদিক নাম। বাল্টিক দেশবোৰ ('লিট্‌ৱিয়া, এস্তোনিয়া, আৰু লিট্‌ৱানিয়া বা লিথুৱানিয়া)ত এওঁক 'দিৱ' বুলি কোৱা হৈছিল। ৰোমত 'জিয় পিতৰ্' (জুপিটৰ) 'সোয়' সঞ্জল 'তিৱজ্' আৰু ফিনিশসকলে বুলিছিল 'তৈৱস্'। প্ৰাচীন উত্তৰ ইউৰোপত, বিকৃত হৈ হৈ অভিহিত হৈছিল, তাইৰ বুলি। এই দেৱতা গৰাকীক আকাশৰ ৰক্ষক, তেজস্বী আৰু যুদ্ধত বিজয় দাতা বুলি গন্য কৰা হৈছিল।

## ইদা আৰু ঋগ্‌বেদ

প্ৰাচীন নৰৱেৰ ধৰ্মীয় গ্ৰন্থৰ নাম, 'ইদা'। এইখন 'স্তাৰী' নামৰ পণ্ডিত এগৰাকীয়ে সম্পাদনা কৰিছিল। তাত সংসাৰৰ উৎপত্তিৰ বিৱৰণ দি এটা সুত্ৰত (স্তাৰী) লিখা হৈছে। প্ৰাচীন (অনাদি) কালত একো নাছিল। নাছিল বালি, নাছিল সাগৰ। নাছিল পৃথিৱী, নাছিল আকাশ। এডাল বনো নাছিল। এই সম্পৰ্কীয় ঋগ্‌বেদৰ এটা মন্ত্ৰ অতি

গুৰুত্বপূৰ্ণ ঃ

নায়দামীত্বো সদাসীত্তদানীং
নাসীদ্ৰসো নৌ ব্যোমা পৰো য়ৎ।
কিমাৱৰীৱঃ কুহ্ন কস্য শৰ্মন্
অন্তঃ কিমাসীদ্বনং গভীৰম্

এই মন্ত্ৰত আৰু অধিক স্পষ্টভাৱে কোৱা হৈছে যে সেইসময়ত একো নাছিল, 'একো নাছিল', একো নাছিল। বায়ু নামেৰে কোনো বস্তু নাছিল। আকাশ আৰু তাৰ সিপাৰে একো নাছিল।

নৰৱেৰ অগ্নি দেৱতাৰ উল্লেখ বহুতো বাৰ পোৱা যায় ঃ- শুভ্ৰ বৰণৰ দেৱতা গৰাকী অতি পৰাক্ৰমী, আৰু পৱিত্ৰ। তেওঁৰ দাঁত সোণেৰে বন্ধোৱা। ঋগ্‌বেদৰ দুটা মন্ত্ৰ (৪,১,৭ আৰু ৭) তো অগ্নি দেৱতাক যুৱক, বলৱান্ আৰু সোণৰ দাঁত যুক্ত বুলি কোৱা হৈছে। নৰৱেৰ অগ্নি দেৱতাক বৰফৰ দৰে চেঁচা সমুদ্ৰৰ পৰা উদ্ভৱ বুলি কোৱা হৈছে। ঋগ্‌বেদ (২-৩৫-৪)তো অগ্নিক 'আপম্ নিয়ত' অৰ্থাৎ পানীৰ পৰা জন্ম হোৱা বুলি কোৱা হৈছে। এই মন্ত্ৰত কোৱা হৈছে যে যি অগ্নি দেৱতাক কাঠেৰে আহুতি দিয়া হোৱা নাই, সি সমুদ্ৰত ক্ষুব্ধ হৈ আছে।

## পূব ইউৰোপত অগ্নিপূজা

পূব ইউৰোপ অৰ্থাৎ য়ুগোশ্লাৱিয়া, ৰুমানিয়া, বুলগেৰিয়া, চোকোশ্লোৱেকিয়া, পোলেণ্ড, বাল্টিক সাগৰৰ ৰুচ প্ৰদেশ, লিট্‌বিয়া, এস্তোনিয়া, লিখুৱানিয়া আৰু ৰুচ দেশ শ্লাৱ জাতীয় আৰ্যসকলৰ বাসস্থান। এওঁলোকৰ ভাষা আৰ্য্যভাষা। এই অধিবাসীসকলক কালক্ৰমত বলপূৰ্বক খ্ৰীষ্টান কৰা হয়। খ্ৰীষ্টান হোৱাৰ আগতে তেওঁলোকৰ মন্দিৰত ইন্দ্ৰদেৱতাক পূজা কৰা হৈছিল। বেদত ইন্দ্ৰ-দেৱতাৰ এটা নাম হৈছে, 'পৰ্জন্য' ইয়াৰ অৰ্থ মেঘ। বেদমন্ত্ৰসমূহত ইন্দ্ৰৰ হাতত বজ্ৰথকা বুলি কোৱা হৈছে। এয়া হৈছে, বজ্ৰ, মেঘৰ সাজনি আৰু বিজুলীৰ চিক্‌মিকনিয়ে পিছত বৰষুণ দিয়ে। বৈদিক ঋষিয়ে ইন্দ্ৰ আৰু তেওঁৰ বজ্ৰৰ বিৱৰণ দি লিখিছে যে, ইন্দ্ৰই বজ্ৰৰ দ্বাৰা ৰাক্ষসসকলক হত্যা কৰে। আৰু বৰষুণ দিয়ে। এই বজ্ৰ পিছত বৈদিক কালত সৈন্য বাহিনীৰ এবিধ শাস্ত্ৰত পৰিণত হয়। ইৰাণী আৰ্য্যসকলে ইয়াৰ নাম ৰাখিলে গুৰ্জ (Guri) যিটো আজিকালি পালোৱানসকলে ব্যৱহাৰ কৰে।

ৰাচিয়াৰ বাল্টিক প্ৰদেশত ১৩শ শতাব্দীপৰ্য্যন্ত পৰকুন, পৰকুনস্ আৰু পৰুত নামেৰে ইন্দ্ৰৰ পূজা কৰা হৈছিল। অনাবৃষ্টিৰ দিনত বৰষুণৰ বাবে তেওঁক আহ্বান কৰা হৈছিল। আমি যাক ইন্দ্ৰধনু (ৰামধেনু) বুলি কওঁ, তাক পূব ইউৰোপত 'পৰকুন ৰিখস্তে' অৰ্থাৎ ইন্দ্ৰৰ লাঠী বা ধনু বুলিয়েই কোৱা হৈছিল। মানুহৰ এইটো বিশ্বাস আছিল যে দেৱতাই এই ধনুৰ দ্বাৰা প্ৰাণীসকলক হত্যা কৰে। ৰাচিয়াৰ আলেকজেন্দ্ৰিয়া অঞ্চলত এই দেৱতাৰ নাম 'পোৰন' লোয়োগ্ৰাডত 'পোৰুস্তে', বুলগেৰিয়াৰ লোকগীতত 'পেৰুসোণ'। ৱাছিংটনৰ পৰা প্ৰকাশিত পত্ৰিকা জাৰ্ণেল অব্ ইণ্ডো-ইউৰোপীয়ান

ষ্টাডিজৰ ১৮৭১ চনৰ প্ৰথম সংখ্যাত এই বিষয়ৰ বিখ্যাত পণ্ডিত শ্ৰীমতী মাৰ্জা গিম্বতাৰে এই বিষয়ে অতি সুন্দৰভাৱে আলোকপাত কৰিছে। তেওঁলোকে লিখিছে, যে পূব ইউৰোপৰ মানুহবিলাকে উপৰিউক্ত নামেৰেই ইন্দ্ৰ দেৱতাৰ পূজা কৰিছিল।

## ৰুদ্ৰ পূজক প্ৰাচীন ৰুচ

পোলেণ্ডত পণ্ডিত প্ৰফেচাৰ জি. আলগজীনস্কীয়ে ১৯৪৯ চনত শ্লোৱানিক মাইথলজী শিৰোনামৰে লিখা এটা প্ৰবন্ধত লিখিছে যে পূব ইউৰোপত প্ৰাচীন বৈদিক দেৱতা ৰুদ্ৰৰ পূজা পৰকৰ পীৰন আদি নামেৰে কৰা হৈছিল। ৰুচভাষাত ইয়াৰ নাম পাইৰুত। আৰু এই নামেৰে সমগ্ৰ ৰাচিয়াত তেওঁৰ পূজা কৰা হৈছিল। পাইৰুত আছিল, যুদ্ধৰ দেৱতা। ৰাচিয়াৰ ইতিহাসত স্পষ্টভাৱে লিখা আছে যে ৰুদ্ৰ আৰু পাইৰুদ্ৰৰ মাজত ঘনিষ্ঠ সম্বন্ধ আছিল। যেতিয়া কিৱ (যুক্ৰেন)ৰ শাসক স্তীতোশ্লাৱ আৰু গ্ৰীচৰ শাসকসকলৰ মাজত যুদ্ধ শেষ হৈছিল তেতিয়া ৰুধিত এই দেৱতাক আহ্বান কৰি শপত খোৱা হৈছিল যে ভৱিষ্যতে তেওঁলোকে পৰস্পৰে যুদ্ধ নকৰে।

## তুৰ্কিস্থান ইৰাকৰ আৰ্য্যাশাসক

এই সম্পৰ্কীয় এটা কৌতুহলোদ্দীপক ঘটনা হৈছে— খ্ৰীষ্টজন্মৰ ১৪০০ বছৰ আগতে তুৰ্কিস্থান আৰু ইৰাকৰ ৰজাৰ মাজত যি সন্ধি হৈছিল, তাত স্পষ্টভাৱে ইন্দ্ৰ, বৰুণ মিত্ৰ আৰু অশ্বিনীকুমাৰদ্বয়ৰ নাম লৈ পৰস্পৰে যুদ্ধ নকৰাৰ শপত গ্ৰহণ কৰিছিল। (এই সম্পৰ্কে লেখকে অনুসন্ধানত লিখা এটা প্ৰবন্ধতো উল্লেখ কৰিছিল)। আজিও তাত স্বামী-স্ত্ৰীৰ মাজত বিবাদ বন্ধন স্থায়ী কৰি ৰাখিবলৈ এই দেৱতাসকলৰ নাম লৈ শপত গ্ৰহণ কৰা হয়।

যুক্ৰেনৰ ইতিহাসত লিখা আছে যে কিৱৰ শাসকে এটা পাহাৰ শিখৰলৈ গৈ ইন্দ্ৰ দেৱতাৰ মূৰ্তি পূজা কৰিছিল। প্ৰাচীনকালত 'শ্লাৱ' নৃপতিসকলে যুদ্ধভূমিলৈ যোৱাৰ আগতে ইন্দ্ৰদেৱতাৰ মূৰ্তিৰ আগত অস্ত্ৰ-শস্ত্ৰ থৈ ইন্দ্ৰদেৱতাৰ পূজা কৰিছিল।

ষষ্ঠ শতাব্দীৰ গ্ৰীক ইতিহাসপ্ৰণেতা 'প্ৰাক্‌কাপিয়াসে' তেওঁৰ গ্ৰন্থত লিখিছে যে এই দেৱতাগৰাকী সমগ্ৰ বিশ্বৰ দেৱতা আৰু তেওঁৰ হাতত বজ্ৰ থাকে বুলি শ্লাৱজাতিৰ মানুহবিলাকে বিশ্বাস কৰে। খ্ৰীষ্টান পাদ্ৰী নাস্তুৰে (Nastoor) লিখিছে যে ওল্‌গাৰ ৰাজকুমাৰীয়ে যুদ্ধ ক্ষেত্ৰলৈ যোৱাৰ আগতে এইদেৱতাৰ মূৰ্তি পূজা কৰিছিল। কালক্ৰমত পূৱ-ইউৰোপৰ মানুহ-বিলাকে খ্ৰীষ্টানধৰ্ম গ্ৰহণ কৰিলে। পাদ্ৰী আৰু শাসকসকলে ইন্দ্ৰ আৰু অন্যদেৱতাৰ মন্দিৰসমূহ ভাঙি পেলালে। হ'লেও পেৰুই বা পৰকুণৰ নাম এতিয়াও লোৱা হয়। বহুত লোক-কথাত তেওঁ এগৰাকী মহানবীৰৰ শ্ৰেণীভুক্ত হৈ আছে। তেওঁৰ যি মূৰ্তি প্ৰাচীন কালত নিৰ্মাণ কৰা হৈছিল, আজিৰ বীৰসকলৰো তেওঁলোকৰ লগত সাদৃশ্য থকা চিত্ৰ অংকন কৰা হয়। তেওঁলোকৰ হাতত জোৰ লোৱা আৰু ডেউকা থকা ঘোঁৰাত আৰোহণ কৰা দেখুওৱা হয়।

# বিশ্ব ইতিহাসৰ বিলুপ্ত অধ্যায় প্ৰাচীন ভোগৌলিক বিশ্ব মানচিত্ৰৰ সকলো নাম সংস্কৃতৰে আছিল

অতি সহজাতে সকলো মানুহে অনুমান কৰি লয় যে ইতিহাসত যিবোৰ জানিবলগীয়া কথা আছে, সেইবোৰ আগৰ পৰাই বিদিত। এই অনুমান কোনো বিশেষ তথ্যৰ ওপৰত আধাৰিত নহয়। যিদৰে ৰামায়ণ, ভৌতিক আদি বিষয়ত সম্পূৰ্ণ সুযোগ আছে, সেইদৰেই ইতিহাসতো অজ্ঞাত কথাবোৰৰ তথ্য বিচাৰি উলিওৱা সম্পূৰ্ণ সুযোগ আছে— বহুত কিবাকিবি জানিবলৈ বাকী আছে।

## ইতিহাসৰ খালী ঠাই

প্ৰাচীন ইতিহাসত এখন বৰ ডাঙৰ খালী ঠাই পৰি আছে, যাৰ সম্বন্ধ প্ৰাচীন ভাৰতীয় (হিন্দু) সাম্ৰাজ্যৰ লগত বিদ্যমান। আধুনিক ঐতিহাসিক পাঠসমূহত এনে কোনো উল্লেখ পোৱা নাযায় যে কোনো সময়ত এখন বিশ্বব্যাপী হিন্দু সাম্ৰাজ্য বিদ্যমান আছিল। তথাপি এনে কিছুমান সূত্ৰ পোৱা গৈছে, যিবোৰৰ সহায়ত সেই সাম্ৰাজ্যৰ কথাৰ দীঘ-বাণী পুনৰ পাতিব পৰা যায়, যিবোৰ জনস্মৃতিৰ পৰা সম্পূৰ্ণভাৱে বিস্মৃত কৰি দিয়া হৈছে। পোন প্ৰথমে আমি এইটো মনত ৰখা উচিত যে হিন্দু ধৰ্মগ্ৰন্থ, মহাকাব্য, আৰু লোক সাহিত্য ভাৰতীয় সম্ৰাট, যুৱৰাজ আৰু তেওঁলোকৰ বংশধৰসকলে কৰা দিগ্‌বিজয়বোৰৰ বাৰম্বাৰ প্ৰসঙ্গ আৰু অসংখ্য উদাহৰণ পোৱা যায়। সন্দিগ্ধ ব্যক্তিসকলে নিশ্চয় এনেকুৱা সন্দৰ্ভবোৰৰ কাল্পনিক উগ্ৰবাদৰ মনেগঢ়া উহবোৰ বুলি উপহাস কৰিব। কিন্তু এইটো একো উপহাসৰ কথা নহয়। কিন্তু এনেকুৱা কল্পিত অতি সূক্ষ্ম আৰু কেৱল পৌৰাণিক সন্দৰ্ভত সেইসময়ত অতি গুৰুত্বপূৰ্ণ হৈ পৰে যেতিয়া ব্যক্তিয়ে প্ৰাচীন ভৌগলিক নামবোৰ সংস্কৃত ভাষাত হোৱাৰ বাবে সেই সন্দৰ্ভবোৰ পুষ্ট কৰা সাক্ষ্য লাভ কৰে। যিহেতুকে প্ৰাচীন হিন্দুসকলৰ ভাষা সংস্কৃত

আছিল, যেতিয়া তেওঁলোক গোটেই বিশ্বত বিয়পি পৰে, তেতিয়া তেওঁলোকে সমুদ্র পৰ্বত, নদ-নদী আৰু বিভিন্ন দেশৰ নাম সংস্কৃত ভাষাত থলে।

## কৃন্বন্তো বিস্বমাৰ্য্যম্

প্ৰাচীন হিন্দুসকলৰ সমগ্ৰ বিশ্বত বিয়পি পৰাৰ সামৰ্থ আৰু সম্যক দৃষ্টি বিদ্যমান আছিল। এই কথাৰ প্ৰমাণ বৈদিক ধৰ্মদেশ কৃন্বন্তো বিশ্বমাৰ্য্যম্ অৰ্থাৎ বিশ্বত আৰ্য্য কৰাৰ লগত মিলে। আমি ইয়াত এই কথাৰ ওপৰত অধিক গুৰুত্ব দিব খোজো যে আৰ্য্য কোনো জাতিবোধক শব্দ নহয়। সমসাময়িক বিশ্বক এই বিশ্বাস ভ্ৰান্ত কৰা হৈছে যে আৰ্য্য এটা জাতি আছিল। 'আৰ্য্য' শব্দ হিন্দু অথবা বৈদিক জীৱন-পদ্ধতিৰ দ্যোতক, যি বিশ্বৰ মানৱতাবাদী সিদ্ধান্তৰ ওপৰত আধাৰিত আছিল যে আমি সকলো দিব্য অংশৰ পৰা উৎপন্ন হৈছিলো আৰু সেই দিব্য অংশত বিলীন হোৱাটো আমাৰ জীৱনৰ লক্ষ্য হোৱা উচিত। হিন্দু ধৰ্মৰ মূল সিদ্ধান্ত হৈছে আমাৰ জীৱনৰ সেই উচ্চাদৰ্শৰ অনুৰূপে গঢ়ি উঠিব লাগে। সেই লক্ষ্যৰ প্ৰাপ্তিৰ বাবে প্ৰাচীন হিন্দুসকলে প্ৰাচীন হিন্দুৱে এক আচাৰ-পদ্ধতি নিৰ্মাণ কৰিছিল য'ত মানসিক আৰু শাৰীৰিক শুদ্ধতাৰ জীৱন তথা কৰ্ত্তব্য পালন আৰু সমাজ-সেৱাৰ সংহিতাৰ নিময় আকাঙ্খিত আছিল। 'আৰ্য্য' আৰু 'আৰ্য্যত্ব' ধ্বনিত হোৱা এয়ে হৈছে জীৱন পদ্ধতি।

## নিজৰ ভাষা অনুসাৰে নাম

বিশ্বৰ বিশাল জনসংখ্যাৰ এটা অতি ডাঙৰ ভাগে নিজক 'আৰ্য্য' বুলি কোৱাটো প্ৰাচীন হিন্দুসমলে যে নিজৰ জীৱন সিদ্ধান্ত কৃন্বন্তো বিশ্বমাৰ্য্যম্ পালন কৰাত সম্পূৰ্ণভাৱে সফল হৈছিল, তাৰেই এটা ডাঙৰ গুৰুত্বপূৰ্ণ আৰু বিশেষ প্ৰমাণ।

বিশ্ব সাম্ৰাজ্য স্থাপিত কৰা যিকোনো দিশে বিভিন্ন প্ৰদেশ, সমুদ্ৰ আদিৰ নাম নিজৰ ৰুচি অনুসাৰেই থয়। যিহেতুকে ভাৰতীয় দেশৰ নাম সিন্ধুস্থান আছিল এইবাবে তেওঁলোকে দেশ-দেশান্তৰৰ নাম সেই পদ্ধতিৰে বেলুচিস্থান, তুৰ্কস্থান, অৰ্ৱস্থান আদি থবলৈ আৰম্ভ কৰি দিলে। গতিকে প্ৰাচীন বিশ্বমানচিত্ৰত ভাৰতীয়সকলে দিয়া নাইবা ভাৰতে পোৱা নাম প্ৰচলিত আছিল। ভাৰতীয়সকলে বিশাল সাম্ৰাজ্য উপভোগ কৰাৰ এইটো এটা অতি গুৰুত্বপূৰ্ণ প্ৰমাণ যদিও সেই সাম্ৰাজ্যৰ উল্লেখ আজিৰ প্ৰচলিত ইতিহাস গ্ৰন্থবোৰত সকলো প্ৰকাৰে বিলুপ্ত কৰি দিয়া হৈছে।

## বিশ্বৰ সৰ্বাধিক শক্তিশালী ৰাষ্ট্ৰ

আহক, আমি ইণ্ডোচীন, ইণ্ডোনেশিয়া আৰু ৱেষ্ট ইণ্ডিজ আদি শব্দৰ বিষয়ে আলোচনা কৰোঁ। ইষ্ট ইণ্ডিজ আমাৰ এই যুগতে সমগ্ৰ বিশ্ব মানচিত্ৰত প্ৰসাৰিত আছিল। এই শব্দই, যেতিয়া ভাৰত আৰু ভাৰতীয়সকলে বিশ্বৰ নেতৃত্ব কৰিছিল, সেই যুগৰ প্ৰতি ইংগিত কৰে। সেই প্ৰাচীন অতীত কালত ভাৰত বিশ্বৰ সৰ্বাধিক

শক্তিশালী ৰাষ্ট্ৰ আছিল, যিয়ে বিশালতম ভূ-ভাগ নিয়ন্ত্ৰণ, অধিকাৰ কৰিছিল। ইয়াৰ আগতে কোনো ৰাষ্ট্ৰশক্তিয়ে ইমান ভু-ভাগ নিজৰ অধিকাৰৰ অন্তৰ্গত কৰা নাছিল। এই কাৰণেই যিকোনো মানুহৰ জিভাত ভাৰত আৰু ভাৰতীয় (ইণ্ডিয়া আৰু ইণ্ডিয়ান) শব্দ লাগি থাকিছিল। তথা প্ৰত্যেক ভূমি নাইবা জনসমুদায়ৰ ভাৰতক দৃষ্টিত ৰাখিয়েই কৰা হৈছিল।

এয়ে আছিল বিশ্ব-ব্যাপী সম্মোহন যিয়ে কলম্বছক সেই মহান (ভাৰত) দেশৰ সন্ধান কৰিবলৈ প্ৰেৰণা দিছিল আৰু আমেৰিকাৰ আদিম নিবাসীসকলক ভূলক্ৰমে ইণ্ডিয়ান (ভাৰতীয়) সংজ্ঞা দিছিল। (১)

'ইণ্ডিয়ান' আৰু ইণ্ডিয়ানা পোলিছ' শব্দ তুলনাত্মক ৰূপে আধুনিক হ'লেও সেই প্ৰশংসনীয় ভাৱৰ পৰাই বুৎপন্ন, যিটো সমগ্ৰ বিশ্বই সেই মহান ভাৰতীয় সাম্ৰাজ্যৰ প্ৰতি ৰাখিছিল, যাৰ স্মৃতি সেই সাম্ৰাজ্য অদৃশ্য হৈ যোৱা সত্ত্বেও কেইবাশতাব্দী পৰ্যন্ত অক্ষুণ্ণ ৰূপত ৰৈ আছিল।

## সমুদ্ৰৰ ওপৰত আধিপত্য

বিলুপ্ত আৰু বিস্মৃত ইতিহাসৰ পুনৰ ৰচনাত 'ইণ্ডিয়ান অ'চেন' (হিন্দু মহাসাগৰ) শব্দৰ আধিপত্য গুৰুত্ব আছে। বিশ্ব মানচিত্ৰত চকু ফুৰালে স্পষ্টভাৱে জনা যায় যে হিন্দু মহাসাগৰৰ লগত লিপিট খাই থকা ইণ্ডিয়া (হিন্দ বা ভাৰত) তুলনাত্মক ৰূপত অত্যন্ত ক্ষুদ্ৰ দেশ। হিন্দু মহাসাগৰৰ লগতে লগা আৰব উপদ্বীপ পৃথিৱীৰ অন্য এটা ডাঙৰ ভাগ। তথাপি সেই মহাসাগৰৰ নাম ভাৰত (হিন্দ ইণ্ডিয়া) নামৰ অনুকৰণৰ কিয় ৰখা হ'ব? স্পষ্ট কাৰণ এইটোৱে যে প্ৰাচীন বিগত কালত ভাৰতীয় নৌ সেনাই সেই সমুদ্ৰৰ ওপৰত (তথা অন্য বহুত সাগৰৰ ওপৰত) সৰ্ব্বোচ্চ আধিপত্য কৰিছিল। অন্য কোনো এনেকুৱা শক্তি নাছিল। যিয়ে উভয় আমেৰিকাৰ পৰা অষ্ট্ৰেলিয়া পৰ্য্যন্ত ভাৰতৰ শক্তিশালী নৌ সেনাৰ লগত ফেৰ মাৰিব পাৰিছিল। সংক্ষেপে তেতিয়া ভাৰত সাগৰ সমূহৰ অধিপতি আছিল। এনে আছিল সেই অতুলনীয় প্ৰভুত্ব, অনন্য, অদ্বিতীয় সাম্ৰাজ্য, যাৰ বাবে সাগৰৰ নাম ভাৰতৰ লগত সংযুক্ত কৰি দিয়া হ'ল। কিয়নো ভাৰতৰ জাহাজে সেই সাগৰৰ বুকু ভেদ কৰি সমগ্ৰ বিশ্বলৈ গৈছিল।

## মধ্য ধাৰাই মেডিটেৰেনিয়ান

'মেডিটেৰেনিয়ান' শব্দও সংস্কৃত, যি সেই দিনবোৰলৈ মনত পেলাই দিয়ে, যেতিয়া সংস্কৃত ভাষী ভাৰতীয় ক্ষত্ৰিয় (হিন্দুযোদ্ধা)সকলে সেই সমুদ্ৰৰ চাৰিওফালে নিৰ্মিত বন্দৰবোৰৰ ওপৰত আধিপত্য কৰিছিল।

'মেডিটেৰেনিয়ান' শব্দত সংস্কৃত মূলক ব্যুৎপত্তি এইদৰে স্পষ্ট কৰিব পাৰি সংস্কৃতৰ 'ধৰা তল' শব্দ ইংৰাজীৰ টেৰেষ্টিয়েল শব্দলৈ সলনি হয়। এইদৰে সংস্কৃতৰ 'মধ্য শব্দ য়ুৰোপীয় ভাষাবোৰত মেডি অপভ্ৰংশ ৰূপ ধাৰণ কৰে। গতিকে য়ুৰোপীয়

'টৰা' হৈছে সংস্কৃতৰ 'ধৰা' শব্দ। আৰু 'মেডি হৈছে সংস্কৃতৰ 'মধ্য ধৰাতল' অৰ্থাৎ পৃথিৱীৰ ভূ-খণ্ডসমূহৰ কেন্দ্ৰত সমুদ্ৰ বুলি ৰাখিছিল। ইংৰাজী মেডিটেৰেনিয়াম শব্দৰ প্ৰকৃততে এইটোৱে অৰ্থ। সেই সাগৰখনৰ সেই পৰ্য্যন্ত নাম দিয়া হোৱা নাছিল। বিপৰ্যন্ত সংস্কৃত ভাষী হিন্দুসকলে সেই সাগৰৰ সকলো অংশত আৰু তাৰ সকলো বন্দৰত নিজৰ অধিকাৰ সাব্যস্ত কৰা নাছিল।

'ৰক্ত-সাগৰ' (ৰেড চী) নাম এই বাবেই হৈছে যে প্ৰাচীন হিন্দুসকলে তাৰ এই নাম থৈছিল। আমি ৰামায়ণত ইয়াৰ উল্লেখ 'লোহিত সাগৰ' ৰূপে সেই সময়ত পাওঁ, যেতিয়া ভগৱান শ্ৰীৰামৰ দূতসকলে অপহৃত সীতাক বিচাৰি উলিয়াবলৈ চাৰিওদিশে গৈছিল। 'লোহিত'ৰ অৰ্থ 'ৰক্ত'— ৰঙা। এইদৰে 'ৰেডী চী নামটো এটা প্ৰাচীনসংস্কৃত নামৰ ইংৰাজী অনুবাদ মাত্ৰ।

এইদৰে হোৱাইট্ চী (শ্বেত সাগৰ) নামো প্ৰাচীন হিন্দুসকলে স্থিৰ কৰা 'ক্ষীৰ সাগৰ নামৰ যন্ত্ৰবৎ অনুবাদ। ইতিহাসত এনেকুৱা হয় যে সাম্ৰাজ্য নিৰ্মাতাসকলৰ দ্বাৰা প্ৰযুক্ত নাম স্থানীয় ভাষাবোৰত অনুদিত ৰূপতে অক্ষুণ্ণ হৈ থাকে, স্থানীয় জনভাষাত প্ৰচলিত হৈ থাকে।

যি সম্প্ৰদায়ে, বিশ্বৰ ওপৰত শাসন কৰে প্ৰায়ে বিভিন্ন বিজিত দেশবোৰৰ নাম নিজৰ দেশৰ নামবোৰৰ পদ্ধতি মতেই দিয়াৰ চেষ্টা কৰে। উদাহৰণ স্বৰূপে যেতিয়া ইংলেণ্ড বিশ্বৰ প্ৰভাৱশালী ৰাজনৈতিক শক্তিত পৰিণত হ'ল তেতিয়া বসুটোলেণ্ড আৰু বখানালেণ্ড আদি নাম জনপ্ৰিয় হৈ উঠিল। এইদৰে সমগ্ৰ বিশ্বৰ ওপৰত যেতিয়া হিন্দুসকলৰ শাসন চলিছিল তেতিয়াও যিহেতুকে তেওঁলোকৰ দেশৰ নাম সিন্ধুস্থান (অপভ্ৰংশ ৰূপত হিন্দুস্থান)।

দুখন আফ্ৰিকীয় দেশ মালী আৰু সুমালী ৰামায়ণত বৰ্ণিত দৈত্য সম্প্ৰদায়ৰ দুজন নায়কৰ নামৰ পৰা ব্যুৎপন্ন।

সীতা গোঁসানীৰ বিশ্বব্যাপী অনুসন্ধানৰ সময়ত ৰামায়ণত সুন্দজলডম্বৰু মধ্যৰো উল্লেখ পোৱা যায়। সুমেৰিয়ন্‌ছ শব্দ সুমেৰুৰ পৰা ব্যুৎপন্ন, যাৰ অৰ্থ হৈছে, স্বৰ্ণিম পৰ্ব্বত আৰু যাক হিন্দু ধৰ্মগ্ৰন্থসমূহত বাৰে বাৰে উল্লেখ পোৱা যায়। আল্-টাই শব্দ সংস্কৃত 'সুমেৰু' শব্দৰ স্থানীয় ভাষাগত ৰূপান্তৰ।

আগৰ অধ্যায়ত স্পষ্ট কৰি দেখুওৱা হৈছে যে, ইংলেণ্ড শব্দও সংস্কৃত শব্দ 'আংলস্থান'ৰ পৰাই উদ্ভুত।

স্কেন্দোনেৱিয়া শব্দ যোদ্ধাসকলৰ ভূমি বুজোৱা সংস্কৃতভাষাৰ 'স্কন্দ নাৰ্ভ' শব্দৰ অপভ্ৰংশ ৰূপ। (য়ুৰোপৰ এখন দেশ) স্কেন্দোনেৱিয়াৰ ৱিকিংছ্‌সকল তেওঁলোকৰ যোদ্ধাসম গুণৰ কাৰণে বিখ্যাত আছিল।

## দৈত্যস্থান দুৎস্‌লেণ্ড জাৰ্মেনী

জাৰ্মানসকলে দেশক তেওঁলোকৰ দ্যুৎস্‌লেণ্ড বুলি কয়। এই নামটো দৈত্যস্থানৰ পৰা ব্যুৎপন্ন; দৈত্যসকল আছিল, সংস্কৃতভাষী প্ৰাচীন হিন্দু সম্প্ৰদায়। হিন্দু পুৰাণ (পৌৰাণিকতা) অনুসৰি তেওঁলোকৰ জন্ম 'দিতি' নামৰ এগৰাকী মহিলাৰ পৰা হোৱা বাবেই তেওঁলোকক দৈত্য বুলি কোৱা হৈছিল।

'ডচ্ (ডাচ্) শব্দও 'দৈত্য' শব্দৰেই অপভ্ৰংশ ৰূপ। ইয়াৰ দৃষ্টান্ত ভাৰতৰ উত্তৰ প্ৰদেশত অৱস্থিত 'বহৰাইচ' নামৰ নগৰৰ পৰা দাঙি ধৰিব পাৰি। 'বৃহৎ আদিত্য' শব্দ লোকভাষাত বহৰাইচ্— এই অপভ্ৰংশৰূপ ধাৰণ কৰিছে। সেইদৰে দৈত্য শব্দয়ো প্ৰচলিত শব্দ 'ডচ'ৰ মূল শব্দ আছিল।

## কাস্‌পিয়ান চি— কশ্যপ সাগৰ

'কাস্‌পিয়ান চি' (কশ্যপ সাগৰ) নামটো দৈত্য সম্প্ৰদায়ৰ পূৰ্বপুৰুষ বিখ্যাত ঋষি কাশ্যপৰ পৰা ব্যুৎপন্ন। কশ্যপ আৰু তেওঁৰ বংশধৰ দৈত্যসকলৰ উল্লেখ ভাৰতীয় (হিন্দু) পৌৰাণিক গ্ৰন্থসমূহত প্ৰধানৰূপে পোৱা যায়।

'দানৱ' (দানিয়ুব) নদীৰ নামো সংস্কৃত শব্দ 'দানৱ'ৰ পৰা ব্যুৎপন্ন। যিদৰে সংস্কৃতৰ 'ৱচন' শব্দ অসাৱধনতা বশতঃ 'বচন' হৈ পৰে সেই সংস্কৃতৰ 'দানৱ' শব্দও 'দানব' হৈ পৰে। যিহেতুকে 'দানৱ' উপনাম- 'দানৱ' শব্দ হিন্দু ধৰ্ম গ্ৰন্থসমূহত 'দৈত্য সম্প্ৰদায়ৰ পৰ্যায়বাচীৰূপে ব্যৱহৃত হয়, গতিকে দৈত্য উপানাম— দানৱ উপনাম দানৱসকলৰ ভূমিৰে 'দানৱ' বুলি অভিহিত হ'ল।

এইদৰে মিশ্ৰ দেশৰ 'নাইল' নামটোও বিশ্বব্যাপী হিন্দু সাম্ৰাজ্যৰ দিনবোৰত সংস্কৃত অন্বেষক, গৱেষকসকলে দিছিল। সংস্কৃতত 'নীল শব্দৰ অৰ্থ 'নীলা'। পিছত শ-শ বছৰ পাৰ হৈ যোৱাৰ পিছত যেতিয়া সংস্কৃত শব্দৰ অৰ্থ বিকৃত হ'ল, মানুহে 'নীলা' এই ইংৰাজী বিশেষণ যুক্ত কৰিলে আৰু সেই নদীটোক 'ব্লু নাইল (নীলা নীল' নদী) বুলি ক'বলৈ আৰম্ভ কৰিলে। মূল সংস্কৃত নাম 'নীলেই যে নীলা জলধাৰাৰ দ্যোতক, তেওঁলোকৰ সেই অনুভূতি লোপ পালে।

## মুছলিম শাসকৰ হিন্দু উপাধি

১৯৭০ চনৰ আগষ্ট সেপ্তেম্বৰৰ ওচৰা-ওচৰি সময়ত প্ৰেছট্ৰাষ্ট অৱ ইণ্ডিয়াই 'ব্ৰুণী'ৰ এটা বন্দৰৰ নাম স্বৰ্গীয় (মুছলিম) শাসকৰ উপাধি (পদৱী)ৰ স্মৃতিত দিয়া বুলি এটা বাতৰি দিছিল। আমাৰ এই যুগতো প্ৰাচীন হিন্দু সংস্কৃত শব্দসমূহক, যিবোৰ সমগ্ৰ বিশ্বত প্ৰচলিত কিদৰে ভুলকৈ বুজা হৈছে, আৰু সেইবোৰৰ ভুল ব্যাখ্যা কৰা হৈছে, ই সেইকথাৰ অন্য এক উদাহৰণ। সংস্কৃতৰ শ্ৰীভগৱান্ শব্দৰ অৰ্থ হৈছে, 'সৰ্বশক্তিমান প্ৰভু। এইদৰে সেইটোব্ৰুণীৰ হিন্দু শাসকৰ উপাধি আছিল। পিছত,

যেতিয়া আৰৱসকলে সেই ভু-খণ্ডৰ ওপৰত আক্ৰমণ কৰিলে আৰু ৰজাৰ পৰা বিখাৰী পৰ্যন্ত সকলোকে ভীষণ ক্ৰূৰতাৰে ইছলাম ধৰ্মত দিক্ষীত কৰিলে তথাপি সেই সম্ৰাটে মুছলমান ধৰ্ম গ্ৰহণ কৰা সত্ত্বেও নিজৰ পবিত্ৰ হিন্দু উপাধি শিৰোধাৰ্য্য কৰি ৰাখিলে। বছৰৰ পৰা বছৰ ধৰি সেই সংস্কৃত শব্দবোৰ বিকৃত হ'বলৈ ধৰিলে, আগতে কৈ অহাৰ দৰে। এই সকলোবোৰ হোৱা সত্ত্বেও শ-শ বছৰ উত্থান-পতন আৰু বলপূৰ্বক ধৰ্ম পৰিৱৰ্তনৰ নিষ্ঠুৰ আঘাততো 'শেৰী ভগৱান' শব্দটো অক্ষুণ্ণ হৈ থকাটোৱে প্ৰাচীন বিশ্বৰ সমগ্ৰ ভাগত সুদৃঢ়ৰূপে প্ৰতিষ্ঠিত হিন্দু পৰম্পৰাৰ সেই গভীৰ শিপাৰ কথাকে প্ৰমাণিত কৰে।

যুগোশ্লাৱিয়া আৰু চেকোশ্লাৱেকিয়া আদিত বসবাস কৰা শ্লাৱসকলো প্ৰাচীন হিন্দু সংস্কৃত পৰম্পৰাৰে আছিল। প্ৰাচীন শ্লাৱসকলে ইন্দ্ৰ, বৰুণ, যম আৰু সূৰ্য্য (হৰিদশ্ব) আজি হিন্দু দেৱতাৰ পূজা কৰা কথাই এই তথ্যৰ প্ৰত্যক্ষ প্ৰমাণ। চেকোশ্লোৱে কিয়াৰ ৰাজধানী প্ৰেগ (প্ৰাগ্) হৈছে সংস্কৃত নামৰ এটা খণ্ড।

যুৰোপৰ অন্য এখন দেশ-লাটবিৱিয়াৰ ৰাজধানীৰ নামো সংস্কৃত ভাষাৰে। লাটবিৱিয়াৰ ৰাজধানী হৈছে ঋগ্- যি স্পষ্টভাৱেই সংস্কৃত মূলৰ, যেনে ঋগ্বেদত।

আমি এইদৰে সংস্কৃত ভাষাৰ অসংখ্য স্থান বাচক নাম উদ্ধৃত কৰিব পাৰোঁ। এই ঠাইবোৰ সমগ্ৰ বিশ্বজুৰি আছে যেনে— (বুদ্ধ বিহৰাষ্ট্ৰ অপভ্ৰংশ ই ৰূপ) বুখাৰা উজবেকিস্থানত, ৰামশৰ (অৰ্থাৎ ভগৱান ৰামৰ সৰোবৰ) তুৰ্কিস্থানত, নিশাপুৰ ইৰাণত, নৰবিহাৰ (নৱ বিহাৰ) ইৰাকত, (যজ্ঞাগ্নি মখৰ পৰা) মক্কা অৰৱত, নগৰ-হাৰ আফগানিস্থানত আৰু ৰামথা (অৰ্থাৎ ৰামস্থান ৰামৰ নিৱাসস্থান) জৰ্ডানত। এই সকলোবোৰ প্ৰাচীন অতীত কালত এক বিশাল হিন্দু সাম্ৰাজ্যৰ অস্তিত্ব প্ৰমাণিত কৰে।

## ৰাশিয়াত গ্ৰাড সংস্কৃতৰ গ্ৰাম

ৰাশিয়াত ভাৰতৰ 'নন্দীগ্ৰাম আৰু 'সেৱাগ্ৰাম'ৰ দৰে 'ষ্টেলিন গ্ৰাড' আৰু 'লেলিন গ্ৰাৰ্ড' নাম আছে। ৰুশ প্ৰত্যয় 'গ্ৰাড' প্ৰাচীন সংস্কৃত 'গ্ৰাম'ৰ অপভ্ৰংশ ৰূপ। সোৱিয়েত সংঘৰ এটা ভাগ চাইবেৰিয়া, যাক স্থানীয় লোকসকলে 'শিবিৰ' বুলি উচ্চাৰণ কৰে, বিশুদ্ধ সংস্কৃত শব্দ যি এক নিৱেশৰ দ্যোতক। এই নামটো সেই অস্থায়ী আৱাসবোৰৰ পৰা ব্যুৎপন্ন যিবোৰ ভাৰতীয় প্ৰচাৰকসকলৰ দ্বাৰা বৈদিক সংস্কৃতিৰ প্ৰচাৰৰ কাৰণে সেই অনুদৰ অঞ্চলত নিৰ্মাণ কৰা হৈছিল। প্ৰাচীন বিশ্ব মানচিত্ৰৰ বিস্তৃত অধ্যয়নে সংস্কৃতভাষী হিন্দুসকলে যে চাইবেৰিয়াকো নিজৰ উপনিবেশ কৰি লৈছিল এই কথাই সেইটো প্ৰমাণ কৰে।

এইদৰে বিশ্ব মানচিত্ৰৰ বিস্তৃত অধ্যয়নে এক প্ৰাচীন হিন্দু সাম্ৰাজ্যৰ প্ৰবল প্ৰমাণ দাঙি ধৰে। এই আচৰিত ভৌগোলিক আৰু স্থান নাম বাচক সাক্ষ্যবোৰক কেৱল

প্ৰচলিত ইতিহাস বিষয়ৰ পুথিবোৰত এক প্ৰাচীন বিশ্বব্যাপি সাম্ৰাজ্যৰ কোনো উল্লেখ কৰা হোৱা নাই বাবেই উপেক্ষা আৰু তিৰস্কাৰ কৰিব নোৱাৰি। যদি কিবা কাৰণবশতঃ সেই সাম্ৰাজ্যৰ অভিলেখসমূহ বিনষ্ট হৈ গৈছে, তেন্তে সেইবোৰৰ পুনৰ্ৰচনা সেইসকলো সাক্ষ্যৰ দ্বাৰা কৰিব লাগিব, যিবোৰৰ ভিতৰত ভৌগোলিক আৰু স্থান নামবাচক নাম এটা সূত্ৰহে।

# বিশ্বৰ বিভিন্ন ভাষাত সংস্কৃত ভাষাৰ শব্দ (ইউৰোপ খণ্ড)

সংস্কৃত, পাৰ্চী তথা অন্যান্য ইউৰোপীয় ভাষা-সমূহৰ মিল দেখি ভাষাবিজ্ঞানীসকলে এই ভাষা-গোষ্ঠীক ইণ্ডো-ইউৰোপীয় নাম দিছে আৰু তাক দুটা ভাগত বিভক্ত কৰিছে (১) শতম্ আৰু (২) কেণ্টম্। শতম্ গোষ্ঠীত ধৰিছে সংস্কৃত, ৰুশ আৰু পাৰ্চী ভাষা। কেণ্টম্ গোষ্ঠীত গ্ৰীক, লেটিন আৰু জাৰ্মান। এই ভাষাসমূহৰ সাদৃশ্য দেখিয়েই 'আৰ্যসকল' পোনতে একেলগে আছিল, ভাৰতীয় আৰ্য্যসকল ভাৰতৰ বাহিৰৰ পৰা আহিছে, ইত্যাদি সূত্ৰ আৱিষ্কৃত হৈছে।

প্ৰকৃততে আৰ্য্যসকল একে ঠাইতে থকাৰ বাবে ভাষাসমূহৰ এই মিল বা সাদৃশ্য সম্ভৱ হোৱা নাই। ভাৰতীয় 'আৰ্য্যসকলে' গোটেই পৃথিৱী অজ্ঞান অন্ধকাৰত ডুব গৈ থকা অৱস্থাত ইউৰোপ আৰু প্ৰায় সমগ্ৰ বিশ্বত নিজৰ ভাষা, সাহিত্য, কৃষ্টি, সংস্কৃতি, সভ্যতা প্ৰচাৰ কৰাৰ ফলতহে এই মিল সম্ভৱ হৈছে। বিশ্বৰ ভাষা, সাহিত্য, কৃষ্টি, সংস্কৃতি আৰু ইতিহাস প্ৰকৃষ্ট-ৰূপে পৰ্যালোচনা কৰিলেই এই কথা স্পষ্টভাৱে ধৰা পৰে। আমাৰ এই প্ৰচেষ্টাৰ উদ্দেশ্য, বিশ্বৰ বিভিন্ন ভাষা যে সংস্কৃত ভাষাৰ ওচৰত ঋণী আৰু তাৰে কিছুমান যে সংস্কৃত ভাষাৰ অপভ্ৰংশ সেইটো দেখুওৱা। যিহওক, আমি এতিয়া বিষয়বস্তুত প্ৰৱেশ কৰাৰ আগতে এইটো কৈ থোৱা উচিত হ'ব যে প্ৰবন্ধটোত ইংৰাজী 'V' আখৰৰ উচ্চাৰণ 'ৱি' বুলিহে লিখা হ'ব আৰু প্ৰায়বোৰ ক্ষেত্ৰতে সংস্কৃতৰ লগত মিল দেখুৱাবলৈ শ, ষ, স-ক চ বা ছ নকৰি মূল-ৰূপতে ৰখা হ'ব।

## সোৱিয়েত ৰাশিয়া

আন্তৰ্ৰাষ্ট্ৰীয় খ্যাতিসম্পন্ন মহাপণ্ডিত ৰাহুল সাংকৃত্যায়নে লিখিছে, আজিৰ জীৱিত ভাষাসমূহৰ ভিতৰত ব্যাকৰণৰ দৃষ্টিৰে সংস্কৃতৰ সকলোতকৈ ওচৰৰ ভাষা হৈছে ৰুশ ভাষা। গতিকে ৰুশ ছাত্ৰ-ছাত্ৰীসকলৰ সংস্কৃত ভাষা শিকাত যথেষ্ট সুবিধা হয়।

তেওঁলোকৰ ব্ৰাত (ভ্ৰাতা), মাত (মাতা) আদি শব্দ সংস্কৃততো আছে। (১) ৰুশ ভাষাত ওপৰে ওপৰে চকু ফুৰালেও তলৰ সংস্কৃত শব্দবোৰ চকুত পৰে— দম (দম-ঘৰ), নেবো (নভঃ), সাখাৰ (শৰ্কৰা), সেস্ত্ৰা (স্বসা), নাশ্ (নঃ) ৱাশ্ (ৱঃ), দ্বা-দ্বে (দ্বি), ত্ৰি (ত্ৰি), চেতেইৰে (চত্বাৰি), শেস্ত্ (ষট্) দোচিয়াৎ (দশ), দ্বেস্তি (দ্বিশত), চেতেইৰেস্তা (চতুঃশত)। ৰুশ ভাষাত স্তি, স্তা আৰু শত শব্দই স্তো অৰ্থাৎ শত বুজায়। (২) পুৰুষোত্তম নাগেশ ওকে তেওঁৰ গ্ৰন্থত উল্লেখ কৰিছে— সোৱিয়েত ৰুশ নামটো শ্বেত ৰুশ নামৰ পৰা ব্যুৎপন্ন হৈছে। কাস্পিয়ান সাগৰৰ নাম ঋষি কশ্যপৰ পৰা হৈছে। ১৭৯২ খৃষ্টাব্দত জাপানত নিযুক্ত এজন ৰুশ বাণিজ্য আয়ুক্তৰ নাম আছিল লক্ষ্মণ। ধোঁৱা আৰু জুই ৰুশ ভাষাত ধূম আৰু অগ্নি। ৰুশভাষাৰ শ্বেতালানা শব্দটো সংস্কৃতৰ স্বেতাননা। সমৰ-কন্দ হৈছে সমৰখণ্ড। সেই নগৰত তৈমুৰ লঙৰ সমাধি বুলি অভিহিত স্থাপত্য কলাত যিটো উদিত সূৰ্য্যৰ ওপৰেদি জাপ মৰা এটা সিংহৰ প্ৰতিমূৰ্তি আছে তাক সুৰ-সাৰ্দুল বুলি কোৱা হয়। প্ৰকৃততে ই আছিল এটা ভাৰতীয় ৰাজপ্ৰাসাদ। সুৰ= সূৰ্য্য, শাদূল= শাৰ্দুল। (৩)

সাইবেৰিয়াক স্থানীয় লোকে 'শিবিৰ' বুলিয়েই কয়। ভাৰতীয় প্ৰচাৰকসকলে বৈদিক সংস্কৃতি প্ৰচাৰৰ কাৰণে সেই অনুৰ্বৰ অঞ্চলত শিৱিৰ নিৰ্মাণ কৰিছিল (শ্ৰী ওক)। ৰুশ ভাষাতো সাইবেৰিয়াৰ পৰিৱৰ্তে 'শিবিৰ' শব্দহে পোৱা যায়। (৪) শিৱিৰ দেশত (ইংৰাজীত ভুলকৈ সাইবেৰিয়া বুলি কোৱা হয়) সাম্যবাদ প্ৰচাৰৰ ৫০।৬০ বছৰৰ সুদীৰ্ঘকাল পাৰ হৈ যোৱা সত্ত্বেও তাৰ মানুহে এতিয়াও 'গাঙ্গিন্ ওস্' (গঙ্গাজল) বিচাৰে। কেইবাশ বছৰৰ পিছত ডঃ ৰঘুবীৰে তালৈ গঙ্গাজল পঠাইছিল।(৫) লিথুয়ানিয়াৰ নদীবোৰৰ নাম হৈছে— তাপ্তী, নেমুনা (যমুনা), স্ৰৱতি (সৰস্বতী) আৰু নৰ্বুদে (নৰ্মদা)। জনগোষ্ঠী কুৰু, পুৰু, যাদৱ আৰু সুদৱ। দেৱতাসকলৰ নাম-ইন্দ্ৰ, বৰুণ, পুৰকন্য (পৰ্জন্য)। (৬)

## গ্ৰীচদেশ

গ্ৰীকভাষাৰ 'থিওডোৰ' শব্দটো সংস্কৃতৰ পৰা ব্যুৎপন্ন। থিওস্=দেৱতা বা ঈশ্বৰ, ডোৰ=দ্বাৰ। গতিকে থিওডোৰ শব্দৰ অৰ্থ দেৱদ্বাৰ অৰ্থাৎ মন্দিৰৰ দুৱাৰ। শ্ৰৱণ্য নক্ষত্ৰৰ বৈদিক নাম শ্ৰীণা। গ্ৰীক্ ভাষাত সীৰীনা। অন্যান্য শব্দবোৰ হ'ল— কৈস্যোপীয়া (কাশ্যপীয়), প্লীআডস্ (প্লীহাদি), আৰ্কতুৰস্ (অৰ্কতৰু)। কিছুমান গ্ৰীক্ শব্দ মূল ভাৰতীয় ধাৰণাৰ শাব্দিক অনুবাদ। যেনে— পশুপতিৰ অৰ্থবোধক শব্দ বুটেস্। ওফি-উকস্ হ'ল সৰ্পধাৰী। সংস্কৃত শব্দ ফণীধৰৰ শাব্দিক অনুবাদ। (৭) শিৱৰ নাম ত্ৰাম্বকেশ। গ্ৰীকত শেষৰ শব্দাংশ লৈ বোলা হয় বক্কশ। শিৱৰ আন এটা নাম প্ৰমথেশ। সি হৈছে গ্ৰীকসকলৰ প্ৰমিথিউস্। সেইদৰে জুনুস্ (গণেশ), আন্না পেৰ্নিয়া (অন্নপূৰ্ণা)। (৮) জাতীয় অধ্যাপক সুনীতি কুমাৰ চট্টোপাধ্যায়ে তেওঁৰ গ্ৰন্থত তলত

দিয়া শব্দবোৰ উল্লেখ কৰিছে— কাস্‌সিতেৰস্ (সং-কস্তৰী-টিন), মস্‌খস্ (মুষ্ক-কস্তুৰী, মৃগনাভি), মালাব্ৰাথন (তমালপত্ৰ), কাৰুঅ'ফোলন (কটুকফল, প্ৰাকৃত— কড়অফল), ব্ৰাখ্‌মানেস্ (ব্ৰাহ্মণ) ইত্যাদি।(৯)

## ৰোম আৰু ইটালী

ৰোম শব্দটো ৰাম শব্দৰ পৰা ব্যুৎপন্ন। ইয়াক ইটালীত ৰোম্ বুলি নকৈ ৰোম (ROMA) বুলি কোৱা হয়। ৰোমত ৰাৱণৰ নামত থকা নগৰখনৰ নাম আছিল ৰেৱেন্না। ৰোমৰ 'ৱেটিকান চিটী' আছিল 'ধৰ্মৱাটিকা'। ধৰ্ম শব্দ লুপ্ত হৈ ৱাটিকা, তাৰ পৰা ৱেটিকান হৈছে।(১০)

## জাৰ্ম্মেনী

জৰ্মন বা জাৰ্মান শব্দ শৰ্মন্ শব্দৰ অপভ্ৰংশ। হিন্দুসকলৰ আদি পুৰুষ মনু, জাৰ্মানসকলৰ মনুষ্। (১১) সংজ্ঞা আৰু কাৰকসমূহৰ ৰূপান্তৰ জাৰ্মান ভাষাত সম্পূৰ্ণৰূপে সংস্কৃতৰ অনুগামী। সংস্কৃতৰ নক্তম্ শব্দ এই ভাষাত নোক্তৰূপে ব্যৱহাৰ হয়। ইংৰাজীত ই নাইট্। (১২) শৰ্কৰা জাৰ্মান ভাষাত (Zucur)। সেইদৰে আৰবিক-শক্‌কৰ, লেটিন— সাকাৰম্ (Sacharum), ফ্ৰেন্স— (সাকিয়াৰ (Sucere) ই আৰু ইংৰাজীত সুগাৰ। (১৩)

## ফ্ৰান্স

ফ্ৰেন্স ভাষাত সন্ধি নাইবা ব্যঞ্জন ধ্বনিসমূহৰ পৰস্পৰ মিলন সংস্কৃত ভাষাৰ আৰ্হিত কৰা হয়। এই ভাষাৰ ৰোই, ৰেণী, ডুআ, নাগা আৰু জানু শব্দ সংস্কৃতৰ ৰাজা, ৰাণী, দেৱ, নাগ (সৰ্প) আৰু জানু শব্দ।(১৪)

## স্কেন্দিনেৱিয়া

স্কেন্দিনেৱিয়ান শব্দৰ অৰ্থ ক্ষত্ৰিয় জাতি। (স্কেন্দিনেৱিয়া সংস্কৃতৰ স্কন্দনাভি। অৰ্থ যোদ্ধা-সকলৰ ভূমি। শ্ৰীওক, ২৯৯ পৃষ্ঠা)। সেই দেশৰ অধিবাসী কাউণ্ট বোৰ্ণ-ষ্টাৰ্ণে কয় যে হিন্দুসকলৰ ৱেদ শব্দৰ পৰা তেওঁলোকৰ প্ৰাচীন ধৰ্মগ্ৰন্থ 'এড্ডাৰ' নামকৰণ হৈছে। (১৫) ৱিদ্ ধাতুৰ পৰা ৱেদ শব্দ নিষ্পন্ন হৈছে। ইংৰাজীত এই বেদাৰ্থক জ্ঞানক বিট্ (wit- to know) আৰু লেটিনত ৱিডেও (Video–to see) এই পৰিভাষিক শব্দৰ দ্বাৰা প্ৰকাশ কৰা হয়। (১৬)

## আয়াৰলেণ্ড

আয়াৰলেণ্ড আৰ্য্যভূমি। আয়াৰ্ আৰ্য্য। (আৰ্য়ান ইৰাণ, আয়াৰ্ একাৰ্থক)। তেওঁলোকে এইটো বিশ্বাস কৰে যে তেওঁলোক মূল উৎসৰ পৰা ইৰাণ হৈ আয়াৰলেণ্ডলৈ গৈছে। যেতিয়া ভাৰত আৰু ইৰাণ একেখন দেশ হৈ আছিল, তেতিয়াই

তেওঁলোক আয়াৰলেণ্ডলৈ গৈছিল। আয়াৰলেণ্ডৰ চৰকাৰী নাম এৰিন (Erin)। তেওঁলোকৰ পৱিত্ৰ বৃক্ষ ওক। উত্তৰ ভাৰতত দৰখ্, পাচীত দৰখ্ত। দাৰ বা দাৰু শব্দৰ অৰ্থ প্ৰাচী আৰু সংস্কৃতত বৃক্ষ। যেনে— দেৱদাৰ বা দেৱদাৰু। পাচীসকলৰ দৰে আয়াৰসকলো আগ্নিপূজক। আইৰিশ উপাখ্যানত সৰ্পপূজা, শ্ৰীকৃষ্ণৰ কালীয় দমনৰ কথা পোৱা যায়। তাৰ সৰ্পনৃত্যৰ, ভাৰত আৰু প্ৰাচ্যদেশৰ লগত অতি সাদৃশ্য আছে। ভাৰতৰ দৰে আয়াৰ্লেণ্ডতো গৰুক পৱিত্ৰ জ্ঞান কৰা হয়। (১৭) পেৰীৰ মতেও আয়াৰলেণ্ডৰ মানুহবিলাক ভাৰতৰ পৰা আহিছিল। আজিও গেলিক ভাষাত দুই-এটা সংস্কৃত শব্দ পোৱা যায়। তাৰে এটা হ'ল ঈশ্বৰ। (১৮)

## ইংলণ্ড

দ্বিতীয় বিশ্বযুদ্ধৰ পিছত ইংলণ্ডত খননকাৰ্য্য চলাওঁতে এটা ডাঙৰ ঘৰৰ তলত পোত খাই থকা 'মিত্ৰ' দেৱতাৰ মূৰ্তি পোৱা গৈছিল। গ্ৰীক আৰু ৰোমৰ মাজেৰে ইংলণ্ডত হিন্দু সংস্কৃতিয়ে প্ৰৱেশ কৰিছিল। এই কথা ইংৰাজী ভাষাত থকা বহুত সংস্কৃত ধাতু আৰু শব্দই প্ৰমাণ কৰে। যেনে— পদ শব্দৰ পৰা বাইপদ (দ্বিপদ), পেডেষ্টেল (স্তম্ভপাদ), পেডেষ্ট্ৰিয়ান (পদচৰ), দন্ত শব্দৰ পৰা ডেণ্টিষ্ট, ডেণ্টিষ্ট্ৰী, ডেণ্টেল; মৃ ধাতুৰ পৰা মৰ্চ্যুৰি, মৰ্গ, মৰ্টেল, ইম্মৰ্টেল আদি শব্দৰ সৃষ্টি হৈছে। ইংৰাজীৰ মেন (Man) শব্দ মনস্ শব্দৰ পৰা ব্যুৎপন্ন। গতিকে যেন শব্দৰ অৰ্থ মননশীল জীৱ (প্ৰাণী)। (১৯)

কোম্পানী শব্দৰ বিষয়ে ডঃ দেৱপ্ৰসাদ সহায়ে লিখিছে, বৈদিক যুগত পাণিসকলে (Phonecians) এই দিশত (বহিৰ্বিশ্বত সংস্কৃতি প্ৰচাৰ) বহুত কাম কৰিছিল। কম্পানী (কোম্পানী) শব্দ সম্-পণি শব্দৰ পৰাই সৃষ্টি হৈছে। (২০)

এটা বিশেষ মন কৰিবলগীয়া কথা এয়ে যে লণ্ডনৰ চেণ্ট পলৰ প্ৰধান গীৰ্জাৰ কেন্দ্ৰীয় বেদীৰ তোৰণত আজিও সংস্কৃত ওঁ (OMNESS) লিখা আছে (The Sanskrit 'OMNESS' chant still services in bold capital letters, on the central chapel arch of St. Paul's Cathedral in London. (২১)

ওঁ শব্দৰ বিষয়ে শ্ৰীগ, মো পাটিলে লিখিছে, 'ওঁ খ্ৰীষ্টান আৰু ইছলাম গ্ৰন্থত 'আমেন' (বা আমীন) ৰূপে বিদ্যমান।' (২২)

বিদেশী ভাষাসমূহৰ ভিতৰত আমি একমাত্ৰ ইংৰাজী ভাষাটোৰ লগতহে বিশেষভাৱে পৰিচিত। এইভাষাৰ শব্দ-কোষত ওপৰে ওপৰে চকু ফুৰালেও প্ৰচুৰ সংস্কৃত শব্দ চকুত পৰিব। স্থানাভাৱত ইয়াত সেইবোৰ সন্নিৱিষ্ট কৰিব পৰা নহ'ল। এই লেখকৰ 'বিদেশী ভাষাত সংস্কৃত শব্দ' গ্ৰন্থত আৰু 'ইংৰাজী ভাষাত সংস্কৃত শব্দ' প্ৰবন্ধত এই সম্পৰ্কে বহলাই আলোচনা কৰাৰ থল ৰখা হৈছে। কেলেণ্ডাৰ শব্দটো কালান্তৰ শব্দৰ পৰা, আৱাৰ (Hour) হোৱাৰ পৰা আৰু জানুৱাৰী মাহৰ নামটো

জানুস্ (গণেশ) দেৱতাৰ নামৰ পৰা ব্যুৎপন্ন। সেপ্তেম্বৰ, নৱেম্বৰ, ডিসেম্বৰ শব্দ সংস্কৃতৰ সপ্তম, নৱম আৰু দশম শব্দযোগত সৃষ্টি হৈছে। (২৩)

ওপৰৰ পৰ্যালোচনাৰ পৰা শতাব্দীৰ বিস্ময় আমেৰিকাৰ বিখ্যাত চিন্তাবিদ্ আৰু দাৰ্শনিক উইল ডুৰাণ্টে (আমি এই প্ৰবন্ধ যুগুতাই থাকোঁতেই ৭।১১।৮১ তাৰিখে মৃত্যু হয়) "Sanskrit the mother of all Europe's languages" বুলি কোৱা কথাষাৰৰ সত্যতা উপলব্ধি কৰিব পাৰি।

## শাসন-সংস্কৃতিৰ প্ৰতিষ্ঠাপক

হিন্দুসকলে প্ৰাচীনকালত গোটেই পৃথিৱীত হিন্দু সংস্কৃতি আৰু সুসভ্য শাসন প্ৰতিষ্ঠা কৰিছিল। তাৰ স্মৃতি এতিয়াও ইউৰোপত জীৱন্ত হৈ আছে। কশ্যপ ঋষিৰ নামত কাস্পিয়ান সাগৰ হৈছে, আগষ্ট, আগষ্টাস্ অগস্ত্য ঋষিৰ পৰা। প্ৰাচীন ইটালীৰ এট্ৰুৰিয়াত, এট্ৰাস্কান সভ্যতা প্ৰতিষ্ঠা কৰিছিল অত্ৰি ঋষিয়ে। গল দেশৰ নাম গালৱ ঋষিৰ পৰা হৈছে।(২৪) মেডিটেৰিয়ান সংস্কৃত শব্দ। মেডি মধ্য বা কেন্দ্ৰ আৰু টেৰা হ'ল ধৰা। ধৰা অৰ্থাৎ পৃথিৱীৰ মাজভাগত হোৱাৰ কাৰণে মধ্য ধৰা। গ্ৰীণলেণ্ডত সম্বন্ধীয় লোকক 'সম্বন্ধী' বুলিয়েই কোৱা হয়। লাত্ৱী ভাষা পাণিনিৰ ব্যাকৰণৰ আধাৰত প্ৰতিষ্ঠিত। তাৰ ৰাজধানী 'ঋগ্'—ঋগ্ বেদ শব্দৰ মূলধাতু। (২৫)

## অন্যান্য সংস্কৃত-মূলক শব্দ

সংস্কৃত 'দম' (ঘৰ) শব্দ গ্ৰীকত ডমোস্, লেটিনত 'দমুস্, প্ৰাচীন শ্লাৱ ভাষাত ডমু (ৰুশ ভাষাত দম। ইংৰাজী ভাষাত হ'ম; কিন্তু ঘৰচীয়া ডমেষ্টিক); অগ্নি লেটিনত ইগ্নিস্, লিথুয়ানিত অগ্নিস্; অশ্ব গ্ৰীকত ইককোস্, লেটিনত ইকোস্, গথিক— ঐহৱ্ (aihav), লিথুয়ানিয়া— অস্জ্ব (aszwa); দশ গ্ৰীকত ডেকা, লেটিনত ডেকাম্ গথিকত তৈহুম্।(২৬)

সংস্কৃত ভাষাত 'অৰ্' শব্দৰ অৰ্থ নাঙল। লেটিন আৰু ইটালীয়ত ই আৰেবী, শ্লাৱ ভাষাত আৰ্তি, গ্ৰীকত অৰোট্ৰ'ন আৰু ইংৰাজীত এৰেবোল। (২৭)

গো শব্দটো পাৰ্চীত গাৱ, ইংৰাজীত কাউ আৰু জাৰ্মান ভাষাত কুহ্ (Kuh)। শ্লাৱিকত গৰুৰ পালক গোয়াদো (Govyyado), সাৱিয়াত গোৱেদৰ (govedor) বোলা হয়। এই ভাষাত গো-মাংসক বোলা হয় গোয়াদিনা (govyadina); গৰখীয়া-গোসপদিন (gospodin) গোষ্পদীয়), ৰজাক বোলা হয় গোস্পডাৰ (gospoder)। সংস্কৃতৰ 'গোত্ৰ' শব্দও এই গো শব্দৰ পৰাই নিষ্পন্ন হৈছে। (২৮) বিধৱাক জাৰ্মান ভাষাত ৱিটৱী, ইংৰাজীত 'ৱিড' (window), ৰুশ ভাষাত ৱিডোৱা, লেটিনত ৱিডুৱা বোলা হয়। দেৱৰক ৰুশ ভাষাত দেৱৰ আৰু গ্ৰীকত দেয়ৰ বুলি কোৱা হয়।(২৯) আদিম ভাৰতীয়সকলে স্বৰ্গলোকৰ শ্ৰেষ্ঠ দেৱতা গৰাকীক দ্যোস্, গ্ৰীকে ঝিউস্, ইটালীয়ে জু (পিটৰ), জাৰ্মানে ঝিও আৰু নৰ্স্‌মেনে 'টাই' বুলি অভিহিত কৰিছিল।(৩০)

ভাৰতীয় মিত্ৰ, ভগ, সৰস্বতী আৰু সোমযজ্ঞ তথা ইটালীয় মিথ্ৰ, বঘা বা বগা, হৰকৈতী আৰু হাওমা বা হোমযজ্ঞ একে। (৩১)

সংস্কৃতৰ পিতা বা পিতৃ শব্দ পাৰ্চীত পিদৰ, গ্ৰীক আৰু লেটিনত পেটৰ, ইংৰাজীত ফাদাৰ। 'পা' ধাতুৰ পৰা নিষ্পন্ন পিতৃ শব্দৰ অৰ্থ জন্মদাতা নহৈ পালোঁতা, খুৱাওঁতা তথা ৰক্ষাকৰ্তাহে হৈছে। তেনেকৈ মাতৃ শব্দ পাৰ্চীত মাদৰ, গ্ৰীকত মীটৰ, লেটিনত মাটৰ, ৰুশ ভাষাত মাত, জাৰ্মানত মেটৰ আৰু ইংৰাজীত মাডাৰ হৈছে। মা ধাতুৰ পৰা নিষ্পন্ন মাতৃ শব্দৰ অৰ্থ হৈছে সৃষ্টি কৰা বা জোখা। গতিকে মাতৃৰ অৰ্থ হ'ল জন্মদাত্ৰী আৰু ল'ৰা-ছোৱালীৰ খাদ্যৰ বাবে যিয়ে খাদ্য বস্তু আদিও জুখি দিয়ে। (৩২) সংস্কৃতৰ কাৰ্পাস্ শব্দ হিব্ৰুত কাপাস্, গ্ৰীক আৰু লেটিনত কাৰ্পাসস্ বা কাৰ্বাসস্। (৩৩)

## উপসংহাৰ

প্ৰবন্ধটোৰ শেষত তথাকথিত ইণ্ডো-ইউৰোপীয় ভাষা-গোষ্ঠীৰ শতম্ আৰু কেন্টম্ শাখাৰ আলোচনা সম্পূৰ্ণ কৰিবলৈ ইৰাণ তথা পাৰ্চী ভাষাৰ বিষয়েও কিঞ্চিৎ উল্লেখ কৰা হ'ল—

ইৰাণৰ বহুত নগৰৰ নাম সংস্কৃত। বিশ্ববিখ্যাত পাৰ্চী কবি ওমৰ খৈয়ামৰ জন্মস্থানৰ নাম নিশাপুৰ। (৩৪) হিন্দুসকলৰ দৰে পাৰ্চী-সকলৰো ৩৩ জন দেৱতা আছে। আন্দ্ৰ (ইন্দ্ৰ), ওগ্নি (অগ্নি), বেৰেথ (বৃত্ৰ), হাওম (সোম), অহুৰ (অসুৰ) ইত্যাদি।(৩৫) পুৰুষসুক্তত আছেঃ

তস্মাদ্ য়জ্ঞাৎ সৰ্বহুতঋচঃ সামানি জজ্ঞিৰে।

ছন্দাংসি জজ্ঞিৰে তস্মাদ্ য়জুস্তস্মাদজায়ত।।

ছন্দঃ শব্দই ইয়াত অথৰ্ৱবেদ বুজাইছে। পাৰ্চী ধৰ্মৰ মুখ্য সাহিত্য জেন্দাবস্তা ছন্দাৱস্থাৰ (ছন্দঃ+অৱস্থা অৰ্থাৎ অথৰ্ৱবেদৰ) ৰূপান্তৰ বা অপভ্ৰংশ (৩৬)। মেক্সমূলাৰে 'বপ'ৰ (Bopp) উদ্ধৃতি দি কৈছে ব্যাকৰণ আৰু শব্দ-কোষৰ দৃষ্টিৰে অন্যান্য ইণ্ডো-ইউৰোপীয় ভাষাবোৰতকৈ জেন্দ ভাষা সংস্কৃতিৰ বেছি ওচৰ। বহুতো জেন্দ শব্দ তাৰ কেৱল আখৰ সলনি কৰিয়েই সংস্কৃতলৈ হুবহু অনুবাদ কৰিব পাৰি (Zend in its Grammar and Dictionery is nearer to Sanskrit than any other Indo-European languages; Many Zend words can be retranslated into Sanskrit simply by changing the Zend letters into their corresponding forms in Sanskrit)। (৩৭)

একেবাৰে শেষত ইৰাণৰ গাতে লগা ইৰাকৰ এটা কথা উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ। ইছলামপন্থী হোৱাৰ আগতে ইৰাকত হিন্দু ধৰ্ম, হিন্দু শাসন আৰু সংস্কৃত ভাষাৰ প্ৰভাৱ আছিল। ১৯৭৮ চনত ইৰাকৰ ডাক-বিভাগে তেওঁলোকৰ

বসন্ত উৎসৱ উপলক্ষে ১৫, ২০ আৰু ২৫ পইচাৰ ডাকটিকট উলিয়াইছিল। তাৰে তিনিওটাৰ ওপৰত আছে ময়ূৰ পুচ্ছাধাৰী মুৰলীধৰ শ্ৰীকৃষ্ণৰ ছবি। অন্য এটা টিকটত আছে শ্ৰীকৃষ্ণৰ অষ্টকোণী মন্দিৰ আৰু তাৰ স্তম্ভ-বলয়ৰ মাজেদি প্ৰদক্ষিণ মাৰ্গ। আনহাতে ইৰাকৰ ৰাজধানী বাগদাদ নামটো ভগৱদ্-নগৰৰ পৰা (নগৰ শব্দ লুপ্ত হৈ) হৈছে। তাত ভগৱদ গীতা পঠিত হৈছিল আৰু মহাদেৱ, শ্ৰীকৃষ্ণ, হনুমান আদি দেৱ-দেৱীৰ মন্দিৰ আছিল। ইৰাকত পূৰ্বে অগ্নিহোত্ৰী হিন্দু আৰু অগ্নিমন্দিৰ আছিল।(৩৮)

ওঁ শম। কৃন্বন্তো বিশ্বম্ আয়্যম্।

## প্ৰসঙ্গ-মালিকা

(১) ৰাহুল সাংকৃত্যায়ন ঃ ৰুশ মেঁ পচ্চীস মাস, ৭৩ পৃ, (২) নীনা পাতাপোৱা ঃ লাৰ্নিং ৰাশিয়ান, (৩) শ্ৰীপুৰুষোত্তম নাগেশ ওক ঃ ভাৰতীয় ইতিহাস কী ভয়ংকৰ ভুলে, ৩০০।৩০১ পৃ. (৪) নীনা পাতাপোৱা ঃ লানিং ৰাশিয়ান, ১৬৮ পৃ, (৫) ডঃ লোকেশ চন্দ্ৰ ঃ আচাৰ্য্য ৰঘুবীৰ আৰু বৃহত্তৰ ভাৰত ত্ৰৈমাসিক 'শ্ৰেয়' (এপ্ৰিল, ১৯৭৯), ৮।৯ পৃ. (৬) শ্ৰীশিশিৰ কুমাৰ মিত্ৰ ঃ ভিছন অব্ ইণ্ডিয়া, ১৬৪ পৃ. (৭) শ্ৰীপুৰুষোত্তম নাগেশ ওক ঃ ভাৰতীয় ইতিহাস কী ভয়ংকৰ ভুলে, ২৯৪।২৯৫ পৃ. (৮) শ্ৰী ওক ঃ ৱান এনচিয়েণ্ট ইউৰোপ হিন্দু, মাহেকীয়া 'মিৰৰ' (ফেব্ৰুৱাৰী, ১৯৭৯) ১৯ পৃ. (১১) শ্ৰীকৃষ্ণ-প্ৰসন্ন ভট্টাচাৰ্য সম্পাদিত ঃ নানা প্ৰসঙ্গে, ৯৮।৯৯ পৃ. (১২) শ্ৰীওক ঃ ভাৰতীয় ইতিহাস কী ভয়ংকৰ ভুলে, ২৯৫ পৃঃ (১৩) চমনলাল ঃ ইণ্ডিয়া মাডাৰ অব্ আচ্ অল্, ৩০ পৃঃ, (১৪) শ্ৰীওক ঃ পূৰ্বোক্ত গ্ৰন্থ, ২৯৫ পৃ. (১৫) শ্ৰীকৃষ্ণপ্ৰসন্ন ভট্টাচাৰ্য, পূৰ্বোক্ত গ্ৰন্থ ৯৯ পৃ. (১৬) বাচস্পতি গেৰোলা ঃ সংস্কৃত সাহিত্য কা ইতিহাস, ৪১ পৃঃ, (১৭) চমনলাল ঃ পূৰ্বোক্ত গ্ৰন্থ, ১২৫-১২৭ পৃঃ (১৮) 'বদজন' ঃ দুই চেপ্তেম্বৰ, ১০২-১০৩ পৃঃ, (১৯) শ্ৰীওক ঃ পূৰ্বোক্ত গ্ৰন্থ, ২৯২-২৯৩ পৃঃ (২০) ডঃ দেৱপ্ৰসাদ সহায় ঃ ভাৰত কা নয়া ইতিহাস, ৪১ পৃঃ (২১) শ্ৰীওক ঃ ৱাজ এন্‌চিয়েণ্ট ইউৰোপ হিন্দু, 'মিৰৰ' (ফেব্ৰুৱাৰী, ১৯৭৯), ১৯ পৃঃ, (২২) শ্ৰীগ, মো, পাটিল ঃ প্ৰণৱ ৰহস্য, বিশ্ব হিন্দু পৰিষদৰ স্মৃতিগ্ৰন্থ (১৯৭৯), ৯ পৃঃ, (২৩) শ্ৰীওক ঃ 'মিৰৰ' (ফেব্ৰুৱাৰী, ১৯৭৯), ২১ পৃঃ (২৪) পূৰ্বোক্ত আলোচনী, ২১ পৃঃ, (২৫) ভাৰতীয় ইতিহাস কী ভয়ংকৰ ভুলে, ৩২২ পৃঃ, (২৬) ডঃ ৱি. ৰাঘৱন ঃ সংস্কৃত লিটাৰেচাৰ, ৩ পৃঃ, (২৭) পৰমানন্দ পেটেল ঃ উত্তৰী ধ্ৰুৱ সে গঙ্গা, ১৫ পৃঃ, (২৮) পূৰ্বোক্ত গ্ৰন্থ, ১৬ পৃঃ (২৯) পূৰ্বোক্ত গ্ৰন্থ, ১৭ পৃঃ, (৩০) হৰকান্ত দাস ঃ জ্ঞানৰ শলিতা, ৬৫ পৃঃ, (৩১) পূৰ্বোক্ত গ্ৰন্থ, ৬৬ পৃঃ, (৩২) পৰমানন্দ পেটেল ঃ পূৰ্বোক্ত গ্ৰন্থ, ১৫ পৃঃ, (৩৩) চমনলাল ঃ পূৰ্বোক্ত গ্ৰন্থ, ৩০ পৃঃ, (৩৪) ভাৰতীয় ইতিহাস কী ভয়ংকৰ ভুলে, ২৮৬ পৃঃ (৩৫) উক্ত গ্ৰন্থ ২৯১ পৃঃ, (৩৬) আচাৰ্য্য গোপালপ্ৰসাদ কৌশিক ঃ অথৰ্ববেদ (১ম খণ্ড)ৰ ভূমিকা ১০ পৃঃ, (৩৭) গঙ্গাপ্ৰসাদ ঃ ডি ফাউণ্টেন হেড্ অব্ ৰিলিজিঅ'ন, ৯৪ পৃঃ, (৩৮) শ্ৰীওক ঃ 'ইৰাক মধীল কৃষ্ণ পৰম্পৰা', মাৰাঠী দৈনিক 'তৰুণ ভাৰত' (১১ নৱেম্বৰ, ১৯৭৯)।

# সোৱিয়েত ৰাশিয়াত ভাৰতীয় সংস্কৃতি আৰু সংস্কৃত ভাষা

এই প্ৰৱন্ধটো শ্ৰীপুৰুষোত্তম নাগেশ ওকৰ 'ভাৰতীয় ইতিহাসৰ ভয়ংকৰ ভুল' (Some blanders in historical recharch of India) গ্ৰন্থ, ডঃ লোকেশ্ চন্দ্ৰৰ প্ৰয়াত আচাৰ্য্য ৰঘুবীৰ আৰু বৃহত্তৰ ভাৰত প্ৰবন্ধ তথা মহাপণ্ডিত ৰাহুল সংস্কৃত্যায়নৰ 'ৰাশিয়াত পচিশ মাহ' নামৰ গ্ৰন্থৰ সহায় লৈ বিশেষভাৱে যুগুত কৰা হৈছে। সংস্কৃত শব্দৰ লগত মিল দেখুৱাবলৈ প্ৰায় ঠাইতে স, ষ, শৰ ঠাইত চ বা ছ প্ৰয়োগ নকৰি মূল ৰূপতে ৰখা হৈছে। যেনে- সোৱিয়েত ৰাশিয়া। এইখিনিতে আৰু এটা কথা উনুকিয়াবলৈ ওলালোঁ। ইংৰাজীৰ 'v' আখৰটোৰ উচ্চাৰণ প্ৰকৃততে 'ৱি'হে 'ভি' নহয়। আগৰ অসমীয়া মানুহেও 'ৱি'হে উচ্চাৰণ কৰিছিল। এতিয়াও দুই এটা শব্দত কৰা হয় যেনে গৱৰ্ণমেণ্ট (Government)। আজিকালি বৰ দুখ-লগাকৈ অসমীয়া ভাষাত 'v' আখৰটো প্ৰয়োগ কৰা হয়। সেয়েহে ৱেংকটক ভেংকট, ৱৰ্মাক ভৰ্মা বুলি উচ্চাৰণ কৰোঁ আৰু লিখোঁ। সকলোতকৈ দুখৰ কথা— বিষ্ণু ৰাভা (Bishnu Rabha)কো আমি বিষ্ণু ৰাৱা (Bishnu Rava) বুলি লিখোঁ। এই বিষয়ে ভৱিষ্যতে এটা বেলেগ প্ৰৱন্ধ লিখিম। যি হওঁক, এই প্ৰৱন্ধত সেয়ে চোভিয়েত নিলিখি সোৱিয়েত লিখা হৈছে।

## কশ্যপৰ পৰা কাস্পিয়ান

সোভিয়েত নামটো শ্বেত ৰুশ নামৰ পৰা বুৎপন্ন হৈছে। কাস্পিয়ান সাগৰৰ মূল নাম ঋষি কাশ্যপৰ পৰা উদ্ভুত। পুৰুষোত্তম নাগেশ ওকে লিখিছে, এই ঋষিজনা বৈদিক অন্বেষক (গৱেষক) আছিল, যিয়ে এই অঞ্চলটোক নিজৰ উপনিৱেশ কৰি লৈছিল তেওঁৰ বংশধৰসকলক দৈত্য আৰু কাশ্যপ বুলি কোৱা হৈছিল। গ্ৰীক ইতিহাসকাৰসকলে উল্লেখ কৰা প্ৰাচীন হিৰকেনিয়াৰ প্ৰাচীন ৰাজধানী আছিল কাস্পিয়ান অঞ্চলত। হিৰকেনিয়াত শাসন কৰা এজন কাশ্যপৰ নাম ভাৰতীয় পুৰাণত 'হিৰণ্য

কশ্যপ' (হিৰণ্যকশিপু) বুলি উল্লেখ কৰা হৈছে। ওকৰ মতে হিৰকেনিয়া সাম্রাজ্য কাস্পিয়ান সাগৰৰ পৰা অন্ততঃ ভাৰতীয় উপ-মহাদ্বীপৰ উত্তৰ-পশ্চিম সীমান্তলৈ (শোণিতপুৰত যে বলি-বানৰ ৰাজধানী আছিল সেইটোৰ ওপৰত বিশেষভাৱে গৱেষণা হোৱা উচিত) বিস্তৃত আছিল।

## বাকুৰ অগ্নি মন্দিৰ

১৭৯২ খৃষ্টাব্দত জাপানত নিযুক্ত এজন ৰুশী বানিজ্য-আযুক্তৰ নাম আছিল লক্ষ্মণ। ধোঁৱা আৰু জুইক ৰুচ ভাষাত আজিও মূল সংস্কৃত ৰূপত ধুম আৰু অগ্নি বুলিয়েই কোৱা হয়। কিয়নো সমগ্র ভাৰত খণ্ড অর্থাৎ এশিয়া ইউৰোপ মহা-দ্বীপত বৈদিক অগ্নিপূজা প্রচলিত আছিল। সেই হাজাৰ হাজাৰ অগ্নিপূজক আৰু সাংস্কৃতিক কেন্দ্রসমূহৰ ভিতৰত এটা কেন্দ্র বাকুত এতিয়াও আছে। এই অগ্নি মন্দিৰসমূহৰ শৃংখলা পঞ্জাৱৰ জ্বালামুখী বাকুৰ অগ্নিমন্দিৰ আৰু বাগদাদৰ পৰা মক্কালৈ থকা অগ্নিমন্দিৰসমূহত লক্ষ্য কৰিব পাৰি। মক্কা হ'ল সংস্কৃতৰ 'মখ শব্দ' ইয়াৰ অর্থ যজ্ঞাগ্নি 'এই পবিত্র অগ্নি দেৱতাৰ চাৰিওফালে সাতবাৰ পৰিক্রমা কৰাৰ নিয়ম এতিয়াও আছে। কাবা দেৱালয় অগ্নি পূজা আৰু ৩৬০ টা হিন্দু মূর্ত্তিৰ পূজা কক্ষ।

বাকু (আজাৰ বাইজান ৰাজ্যত)ৰ অগ্নি মন্দিৰত অতি সূক্ষ্ম অভিলেখ বিদ্যমান। মন্দিৰৰ চোৱা চিতাৰ বাবে স্থানীয় ভাৰতীয় বেপাৰীসকলে চান্দা সংগ্রহ কৰিছিল। ভাৰতত মুছলমান ৰাজত্বৰ অন্তিম দিনত পঞ্জাৱৰ কেইগৰাকীমান ধর্মানুৰাগীয়েও এই অগ্নি মন্দিৰৰ প্রাচীৰত গুৰুমুখীত অভিলেখ উৎকীর্ণ কৰিছে।

## সমাধি নহয় ৰাজপ্রাসাদ

ৰুশভাষাৰ স্ত্রীবাচক শব্দ স্বেতালনা শ্বেতাননা শব্দৰ অপভ্রংশ। সমৰকন্দ হ'ল সমৰখণ্ড। সেই নগৰত যিটোক তৈমূৰলঙৰ সমাধি বুলি কোৱা হয়, তাত এটা স্থাপত্য কলাৰ নিদর্শন আছে। উদিত সূর্য্যৰ ওপৰত জাপ মৰা সিংহ এটা দেখুওৱা হৈছে। ইয়াক সুৰ-মাদুল বুলি কোৱা হয়। ইয়াৰ দ্বাৰা এইটোৱে প্রমাণ হয় যে আজি যাক মুছলিম সমাধি বুলি কোৱা হয়, সি নিশ্চয় এদিন ভাৰতীয়সকলৰ প্রাচীন ৰাজপ্রাসাদ আছিল। কিয়নো সূৰ হ'ল সংস্কৃতত সূর্য্য আৰু সাদুল অর্থাৎ নিংহ।

## আংগিস্কী দাৎসান

সোৱিয়েত সংঘৰ এটা ভাগ সাইবেৰীয়া। তাক স্থানীয় লোকে শিৱিৰ বুলি উচ্চাৰণ কৰে। ইংৰাজীত ভুলকৈ সাইবেৰিয়া বুলি কোৱা হয়। ভাৰতীয় প্রচাৰসকলে বৈদিক সংস্কৃতি প্রচাৰ কৰিবলৈ গৈ যি অস্থায়ী শিৱিৰ পাতিছিল ই তাৰেই নিদর্শন। ডঃ লোকেশ চন্দ্রই তেওঁৰ 'প্রয়াত আচার্য্য ৰঘুবীৰ আৰু বৃহত্তৰ ভাৰত প্রবন্ধত লিখিছে—

প্ৰাচীনকালত ইয়াক আংগিস্কী নদীৰ পাৰতে আংগিস্কী দাৎসান নামেৰে এখন মন্দিৰ বিশ্ববিদ্যালয় স্থাপিত হৈছিল। তাৰ অধীনত দৰ্শন, তন্ত্ৰ, আয়ুৰ্বেদ আৰু জ্যোতিষৰ চাৰিখন মহাবিদ্যালয় আছিল। যি সন্মান আজি ইংৰাজী জগতত অক্সফোৰ্ডৰ, সেই সন্মান এদিন আছিল আংগিস্কী দাৎসানৰ। ই আছিল শিৱিৰদেশৰ নালন্দা বিশ্ববিদ্যালয়। ইয়াৰ পাঠ্যক্ৰম প্ৰাচীন নালন্দাৰ আৰ্হিৰে চলিছিল। শিৱিৰদেশৰ মন্দিৰ বিশ্ববিদ্যালয় সমূহত নিজা মুদ্ৰণালয় আছিল। সেইবোৰত কাঠৰ ফলকৰ দ্বাৰা বিভিন্ন গ্ৰন্থ ছপা কৰা হৈছিল। এই সকলো সাহিত্য সংস্কৃতিৰ পৰা কু'য়াৎ ভাষালৈ অনুবাদ কৰা আছিল, নাইবা তাৰ সাধনাৰে অনুপ্ৰাণীত আছিল তাৰ ভাৱৰ লগত একীভূত আছিল।

আচাৰ্য্য ৰঘুবীৰে পোন-প্ৰথম এই দুৰ্গম স্থানসমূহৰ পৰা পাণ্ডুলিপি সংগ্ৰহ কৰে, যিবোৰে আজি সৰস্বতী বিহাৰ সুশোভিত কৰিছে। এই পাণ্ডুলিপিবোৰৰ ভিতৰত আছে— পানিনিৰ ব্যাকৰণ, কালিদাসৰ মেঘদূত, সংস্কৃত মন্ত্ৰৰ সমুচ্চয়, আয়ুৰ্ব্বেদৰ অমৃত অষ্ঠাঙঘহৃদয় আদি হেজাৰ হেজাৰ গ্ৰন্থ— যিবোৰ সংস্কৃতৰ পৰা বুৰ্য়াৎ ভাষালৈ অনুবাদ কৰা।

## গাঙ্গিন ওস গঙ্গাজল

এইবোৰ ঠাই সাম্যবাদে স্পৰ্শ কৰা সত্ত্বেও আস্থাৰ অভাৱ হোৱা নাই। শিৱিৰদেশলৈ কেইবাশতাব্দীৰ পিচত আচাৰ্য্য ৰঘুবীৰে গাঙ্গিন ওস অৰ্থাৎ গঙ্গাজল পঠাইছিল। সেই পৰম্পৰা অক্ষুণ্ণ ৰাখি তেওঁৰ সুপুত্ৰ ডঃ লোকেশ চন্দ্ৰই পূৱ শিৱিৰ দেশৰ ৰাজধানী উলানুদৌল গঙ্গাজল পঠাইছিল, যি শিৱিৰ দেশৰ বহুত পৰিয়ালৰ মাজত বিতৰণ কৰা হৈছিল।

## ভাৰতীয় আয়ুৰ্বেদ

শিৱিৰদেশৰ বিজ্ঞান পৰিষদত আজিকালি প্ৰাচীন আয়ুৰ্বেদৰ শিক্ষা দিয়া হয়। আয়ুৰ্বেদৰ ওপৰত লোক ভেষজ (folk medicine)ৰ নামত গৱেষণা কৰা হয়। শিৱিৰ পাণ্ডুলিপি সমূহত আয়ুৰ্বেদৰ যি জ্ঞান-ভাণ্ডাৰ সংৰক্ষিত হৈ আছে, তাৰ সমৃদ্ধি অনুমানৰ বাহিৰত। সচিত্ৰ নিঘণ্টুও আছে, সেইবোৰত গছৰ শিপা শাৰীৰিক গঠন আৰু শল্যোপকৰণ (Surgical instruments) চিত্ৰিত কৰা হৈছে।

এই দেশত ভাৰতীয় আয়ুৰ্বেদৰ প্ৰচলন ১৯৪০ চনলৈ আছিল আৰু তাৰ কবিৰাজে ৰাশিয়াৰ প্ৰধান নগৰ লেলিন নগৰী আৰু মস্কোতো চিকিৎসা কৰিছিল। এজন বিখ্যাত কবিৰাজ আছিল আয়েক। এওঁৰ নামতো সংস্কৃত 'পদ্‌ম' 'বাদ্‌ম'ৰ অপভ্ৰংশৰূপ, তাৰ পিচত ৰুশী প্ৰত্যয় য়েফ্ লগোৱা হৈছে! এওঁ লেনিন নগৰীত তেওঁৰ সফল চিকিৎসাৰ কাৰণে বিখ্যাত আছিল। এওঁৰ ৰোগীসকলৰ ভিতৰত আছিল আগশাৰীৰ সাম্যবাদী নেতা বুখ্যাৰ আৰু ৰুকোফ্, লেখক আলেক্সই টলষ্টয় আদি। কেইবাবাৰো ষ্টেলিনৰ চিকিৎসা কৰিবলৈকো গৈছিল। জনস্বাস্থ্য অধ্যক্ষ (People commission of

Health) কাৰ্মিস্কিয়ে তেওঁৰ জ্ঞানৰ বাবে বিশেষ সমাদৰ লাভ কৰিছিল আৰু তেওঁ বাদ্ মায়েফৰ কাৰণে লেনিননগৰীৰ সৈনিক চিকিৎসা বিহাৰ (Military Medical Academy)ত বিশেষ বিভাগ খুলিছিল। পিছত ষ্টেলিনৰ মহাশুদ্ধি (Great Purge)ত এই বিভাগো ধ্বংস কৰা হ'ল।

## নতুন চেতনাৰ প্ৰতীক্ষাত

শিৱিৰ দেশৰ প্ৰচণ্ড শীতত মন্দিৰ সমূহৰ ভিতৰত সংস্কৃতৰ 'ধাৰণী' মন্ত্ৰৰ অনুচ্চাৰিত গুঞ্জন আৰু বাহিৰত চালত ওলমি থকা— শীতৰ বতাহত বাজি উঠা শ-শ, সৰু সৰু ঘণ্টা নৰৰত্নৰ দ্বাৰা লিখা গ্ৰন্থ, বৰফৰ পৰা ৰক্ষা কৰিবলৈ কাঠৰ কোঠালিত কেঁচুৱাৰ দৰে পালন কৰা বোধিবৃক্ষ, শ্ৰীবৎস অঙ্কিত বস্ত্ৰেৰে ঢকা মেজ, অগৰু আৰু চন্দন কাঠেৰে সজা বিৰাট ঘণ্টা (যিটো আজি বজোৱা নহয়), অপূজিত মূৰ্ত্তিসমূহ আজিও নীৰৱ অৱস্থাত দেখা যায়। সকলোৱে যেন নতুন যুগৰ চেতনালৈ প্ৰতীক্ষা কৰি আছে।

## সংস্কৃতৰ ওচৰ ভাষা

মহাপণ্ডিত ৰাহুল সংস্কৃত্যায়নে তেওঁৰ 'ৰাশিয়াত পচিশ মাহ' গ্ৰন্থত লিখিছে, আজিৰ জীৱিত ভাষাসমূহৰ ভিতৰত ব্যাকৰণৰ দৃষ্টিৰে সংস্কৃতৰ লগত সকলোতকৈ ওচৰ হ'ল ৰুশ ভাষা, এইবাবে ৰুশ ছাত্ৰ-ছাত্ৰীৰ বাবে সংস্কৃত পঢ়াত যথেষ্ট সুবিধা আছে। যেতিয়া ছাত্ৰই পোনতে দেখে যে তেওঁলোকৰ ভাষাৰ চশ (পিয়লা), ব্ৰাত (ভ্ৰাতা), মাত (মাতা) আদি শব্দ সংস্কৃততো আছে, তেতিয়া তেওঁলোকৰ আশ্চৰ্য্য আৰু কৌতূহল হৈছিল' (৭৩ পৃষ্ঠা। উল্লেখযোগ্য যে ৰাহুলজীয়ে লেলিনগ্ৰাড বিশ্ববিদ্যালয়ত সংস্কৃতৰ অধ্যাপনা কৰিছিল।

## এক অভিনৱ আকৰ্ষণ

বিভিন্ন বিষয় অনুসাৰে ৰুশ বিশ্ববিদ্যালয়তো বেলেগ বেলেগ বিভাগ (ফেকাল্টি, ৰুশভাষাত— ফাকুলতাত) আছে তাৰ ভিতৰত এটা ফেকাল্টি প্ৰাচ্যবিদ্যা সমূহ। এই ফেকাল্টিত মিছৰৰ পৰা জাপান পৰ্য্যান্ত ভাষা, সাহিত্য ইতিহাস আদি পঢ়োৱাৰ ব্যৱস্থা আছে। সংস্কৃত্যায়নৰ মতে ৰুশ পণ্ডিতসকলে পোন-প্ৰথমে তিব্বতী সাহিত্যৰ মাধ্যমত ভাৰতৰ লগত পৰিচিত। ষোড়শ শতিকাতে ৰুশ ৰাজ্য বাঢ়ি বাঢ়ি সাইবেৰিয়াৰ ভিতৰ সোমালগৈ ১৭।১৮ শতিকাত ৰুশসকলৰ বৌদ্ধধৰ্মী মঙ্গোলসকলৰ লগত পৰিচয় হ'ল। তেওঁলোকৰ (মঙ্গোলসকলৰ) ধাৰ্মিক গ্ৰন্থসমূহ প্ৰায়ে তিব্বতী ভাষাৰ লগত ৰুশ পণ্ডিতসকলৰ পৰিচয় হ'ল আৰু পিচত তেওঁলোকে জানিব পাৰিলে যে, তিব্বতী ভাষাৰ বিশাল সাহিত্যৰ সকলোতকৈ ডাঙৰ অংশটো সংস্কৃতৰ পৰা অনুবাদ হৈ আহিছে। এতিয়া তেওঁলোকৰ মনোযোগ সংস্কৃতৰ প্ৰতি আকৃষ্ট হ'ল। ওঠৰশ শতিকাৰ

শেষত পশ্চিম ইউৰোপৰ পণ্ডিতসকলে গম পালে যে, ভাৰতৰ এটা প্ৰাচীন ভাষা সংস্কৃত যিটো সেই বংশৰ ভাষা যাৰ বংশধৰ আজি কালিৰ ইউৰোপীয় লোকসকল। বাঁপ আৰু অন্যান্য ভাষাতত্ত্ববিদসকলে গৱেষণাৰ দ্বাৰা অসন্দিগ্ধ ৰূপে প্ৰমাণ কৰিলে যে সংস্কৃত আৰু ভাৰতৰ অন্যান্য সংস্কৃত বংশী আধুনিক ভাষাসমূহৰ মূলস্ৰোত সেইটোৱে যিটো গ্ৰীক, লেটিন আৰু আধুনিক ইউৰোপীয় ভাষাসমূহৰ মূল স্ৰোত। এইখিনিতে এটা কথা কোৱা উচিত হ'ব আজি পৰ্য্যন্ত এইটোকে কোৱা হৈ অহা হৈছে যে আৰ্যসকল আদিতে একেলগে আছিল, পিচত তেওঁলোক ইফালে সিফালে যায়। যিহেতুকে তেওঁলোকে আদিতে একে ঠাইতে আছিল, সেয়ে তেওঁলোকৰ ভাষাসমূহৰ মাজতো সাদৃশ্য বৰ্তমান। এই মত অনুসৰণ কৰিয়েই ভাৰতীয় আৰ্য্যসকলকো বাহিৰৰ পৰা অহা বুলি কোৱা হয়; কিন্তু এই মত সম্পূৰ্ণ ভুল। ভাৰতীয় আৰ্য্যসকল কৰো পৰা অহা নহয় তেওঁলোক ভাৰতৰেই। আৰু আৰ্য্যও কোনো জাতিবাচক শব্দ নহয়। আৰ্য্য মানে সভ্য ভদ্ৰ, সুসংস্কৃত। ভাৰতবৰ্ষই অতিজ্ঞত প্ৰায় গোটেই পৃথিৱীলৈ ধৰ্ম্মোপদেশক প্ৰচাৰক আৰু পথ প্ৰদৰ্শক পঠাইছিল। তেওঁলোকে গোটেই পৃথিৱী আশ্ৰম তথা বিহাৰেৰে পৰিপূৰ্ণ কৰি পেলাইছিল। গোটেই পৃথিৱীত বৈদিক সংস্কৃতিৰ প্ৰচাৰ কৰিছিল। এদিন সংস্কৃত বিশ্বভাষা আছিল। সেয়েহে আমি পৃথিৱীৰ প্ৰায়বোৰ ভাষাতে সংস্কৃত শব্দসমূহ দেখিবলৈ পাওঁ। তাকে দেখি একশ্ৰেণী গৱেষকৰ মনত চিন্তাৰ উদয় হ'ল যে আৰ্য্যসকল একেলগে আছিল— ইত্যাদি। ৰাহুল সংস্কৃত্যায়ণে ৰুশ পণ্ডিতসকলৰ সংস্কৃত ভাষাৰ প্ৰতি ধ্যান আকৃষ্ট হোৱাৰ যি কথা লিখিছে, সি নিঃসন্দেহে দ্বিতীয় পৰ্বৰ কথা। তাৰ বহু হাজাৰ বছৰ আগতে ভাৰতীয় বৈদিক ঋষিসকলে ৰুশ আৰু শিৱিৰ দেশত ভাৰতৰ ভাষা সাহিত্য ধৰ্ম-সংস্কৃতিৰ প্ৰচাৰ কৰিছিল। সেই বিষয়ে ইতিপূৰ্বে কৰা আলোচনাতেই স্পষ্ট হৈছে। সংস্কৃত্যায়নে কেৱল আধুনিক কালৰ কথাহে আলোচনা কৰিছে। এই আৱিষ্কাৰৰ ফলত ইউৰোপত হৈ-চৈ লাগিল তাৰ বিশ্ববিদ্যালয়সমূহে সংস্কৃত পঢ়োৱাৰ ব্যৱস্থা কৰিবলৈ ধৰিলে।

যেতিয়া ৰুশসকলে এই কথা জানিলে, তেওঁলোকেও বিশ্ববিদ্যালয়সমূহত সংস্কৃতৰ পঠন-পাঠনৰ ব্যৱস্থা কৰিবলৈ ইচ্ছা কৰিলে। সেই সময়ত লেলিনগ্ৰাডৰ নাম আছিল পিটাৰবুৰ্গ আৰু সি আছিল ৰাশিয়াৰ ৰাজধানী। তিব্বতী আৰু মঙ্গোল ভাষাৰ লগত ৰুশসকলৰ বহুত আগৰপৰাই পৰিচয় আছিল আৰু তেওঁলোকৰ সাহিত্যৰ মাধ্যমত বৌদ্ধ ধৰ্মৰ লগত পৰিচিত হৈ বৌদ্ধধৰ্মত গ্ৰন্থও ৰচনা কৰিছিল। তেওঁলোকে এইটোও জানিলে যে বৌদ্ধধৰ্ম ভাৰতৰ পৰা আহিছে আৰু তাৰ প্ৰাচীন সাহিত্য আছে সংস্কৃতত।

## অথানিউন নিকিতিন

পোনপ্রথমে ত্বেশ (আজিৰ কলিনিন) নগৰ নিবাসী অথানিউন নিকিতিন ইৰাণ হৈ ইতিহাস সমুদ্র নামৰে দিব (কাথিয়াবাড়)ত উপনীত হৈ ১৪৬৬ খৃষ্টাব্দত 'বিদৰ' (বাহমনী ৰাজধানী) পালে আৰু তাত ছমাহ থাকিল। নিকিতিনে তেওঁৰ ভ্রমণৰ ওপৰত এখন পুথিও লিখিলে, কিন্তু তেওঁ ভাষা তত্ত্বজ্ঞ নোহোৱা বাবে ভাষাৰ বিষয়ে বেছি জনাব নোৱাৰিলে।

## সোণৰ মোহৰ বিচাৰি

গেৰাচিম লেবেদোফ নামেৰে এজন ৰুশ গায়ক ১৮শ শতিকাৰ শেষত লণ্ডনৰ ৰুশ দূতাবাসৰ চাকৰি লৈ যায়।

তেওঁ ইংৰাজসকলৰ পৰা গম পালে যে ভাৰতবৰ্ষত পেগোডাৰ গছ আছে। তাক অলপমান লৰাই দিলেই সোণৰ মোহৰবোৰ সৰি পৰে। অন্যান্য বহুতো ইংৰাজ যুৱকৰ লগত গেৰাচিমো ইষ্ট ইণ্ডিয়া কোম্পানীৰ কেৰাণী হৈ ১৭৮৫ খ্ৰীষ্টাব্দ ফোর্ট উইলিয়াম (কলিকতা)ত উপস্থিত হ'ল! তেওঁ পেগোডা গছ নাপালে যদিও কলিকতাত তেওঁ এটা নাট্যশালা স্থাপন কৰিলে। সেই নাট্যশালাত ইংৰাজৰ মনোৰঞ্জনৰ কাৰণে নাটকৰ অভিনয় হৈছিল। তাত গেৰাচিমেও ভাগ লৈছিল। হ'লেও তাতে তেওঁ সন্তুষ্ট নহ'ল। কলিকতাত তেওঁ বঙালী আৰু সংস্কৃত ভাষা শিকিলে। বিদেশী নাটক বঙালীত অনুবাদ কৰি অভিনয় কৰিবলৈ চেষ্টা কৰিলে। এনেকৈ গেৰাচিম ১৫/১৬ বছৰ ধৰি ভাৰতবৰ্ষত থাকিল।

গেৰাচিমে ভাৰতলৈ আহি সোণৰ মোহৰ নিব নোৱাৰিলে যদিও বঙালী আৰু সংস্কৃত ভাষাৰ জ্ঞান লগত লৈ গ'ল। লণ্ডনলৈ উভতি তেওঁ ১৮০১ চনত তেওঁ ভাৰতীয় ভাষাৰ এখন ব্যাকৰণ লিখি ছপাই উলিয়ালে। এতিয়া গিটাৰবুৰ্গে তেওঁক বিচাৰিলে। গতিকে তেওঁ জন্মভূমিৰ বুকুলৈ উভতি গ'ল। ১৮০৫ চনত তেওঁ জাৰ অলক্সন্দ্র (আলেকজেণ্ডাৰ)ৰ আদেশত নাগৰী টাইপ বনালে। আজিও তেওঁ বনোৱা নাগৰী টাইপ ৰাশিয়াত ব্যৱহাৰ কৰা হয়, যদিও আজিৰ নাগৰী টাইপৰ তুলনাত তাক অশুৱনি দেখি। গেৰাচিমে হিন্দুধৰ্মৰ ওপৰতো গ্রন্থ ৰচনা কৰি প্ৰকাশ কৰে।

## সংস্কৃতৰ প্ৰথম প্ৰফেচাৰ

ৰুশ চৰকাৰে কেৱল সংস্কৃতৰ মহিমা শুনিয়েই সন্তুষ্ট হ'বলৈ প্রস্তুত নাছিল। ইউৰোপৰ বিশ্ববিদ্যালয়সমূহে দ্রুতগতিত সংস্কৃতৰ আসন প্রতিষ্ঠা কৰি গৈ আছে, পিটাৰবুৰ্গ কিয় পিচ পৰি থাকিব? এইবাৰ ৰুশ চৰকাৰে ৰাবত লেঞ্জ (১৮০৮-৩৬ খৃঃ)ক সংস্কৃত পঢ়িবলৈ ছাত্ৰবৃত্তি দি বাহিৰলৈ পঠালে। তেওঁ বিখ্যাত ভাষাতত্ত্বজ্ঞ বাপৰ ওচৰত বার্লিনত সংস্কৃত পঢ়িলে। স্বদেশলৈ উভতি তেওঁ দেখিলে লেলিন গ্রাড

(তেতিয়াৰ পিটাৰবুৰ্গ) বিশ্ববিদ্যালয়ত সংস্কৃতৰ আসন সাজু হৈ আছে। ১৮৩৫ চনত তেওঁ সংস্কৃতৰ প্ৰথম প্ৰফেচাৰ নিযুক্ত হ'ল।

## এশ দহবছৰ পিচত

যদিও দুৰ্ভাগ্যবশতঃ লেঞ্জ ২৮ বছৰ বয়সতে ঢুকাল তথাপি তেওঁৰ পৰম্পৰা অটুট থাকিল। পেত্ৰোফ (মৃত্যু ১৮৭৬ খৃষ্টাব্দ), কোলোৱাক (১৮৭২), ছিফন্‌ৰ (১৮১৭ ৭৯), বোথালিঙ্ক (১৮১৫-১৯০৫), মিনিয়েফ্ (১৮৪০-৯০), ওল্‌ডেনবুৰ্গ (১৮৬৩-১৯৩৪), শ্চেৰ্বাৎস্কী (১৮৬৬-১৯৪৩)ৰ পৰা বৰন্নি-কোফলৈ সংস্কৃত প্ৰফেচাৰৰ পৰম্পৰা চলি আহিছে। প্ৰথম সংস্কৃত প্ৰফেচাৰ লেঞ্জৰ ১১০ বছৰ পিচত এজন ভাৰতীয় ৰাহুল সংস্কৃত্যায়ন তাত প্ৰফেচাৰ নিযুক্ত হৈছিল।

# দক্ষিণ-পূৰ্ব এশিয়াত সংস্কৃত ভাষাৰ প্ৰভাৱ

এই প্ৰবন্ধটোত দক্ষিণ-পূৰ্ব এশিয়াৰ ব্ৰহ্ম, শ্যাম, মলয়, কম্বুজ, চম্পা, লৱ, যৱদ্বীপ, সুমাত্ৰা, বালী, বহ্‌ৰিণ আৰু কলিঙ্গ দ্বীপৰ বিষয়ে সংক্ষেপে আলোচনা কৰা হৈছে। উপৰিউক্ত আটাইবোৰ নাম সংস্কৃতৰ। কালৰ গতিত এই দেশকেইখনৰ দুই-এখনৰ বাহিৰে বাকীবোৰৰ নাম একেবাৰে সলনি হৈছে বা অপভ্ৰংশ হৈছে। অকল দক্ষিণ-পূৰ্ব এশিয়াৰ বুলিয়েই নহয়, সমগ্ৰ প্ৰশান্ত অঞ্চলৰ বিভিন্ন দেশ, স্থান তথা দ্বীপান্তৰৰ নাম সংস্কৃতৰ। ভাৰতৰ পৰা যোৱা অসম সাহসী ব্ৰাহ্মণ-ক্ষত্ৰিয় বীৰসকলে দক্ষিণ পূৰ্ব এশিয়াত উপনিবেশ স্থাপন আৰু ৰাজ্যশাসন কৰিছিল। স্বাভাৱিকতে তেওঁলোকে লগত লৈ গৈছিল হিন্দু বা ভাৰতীয় সংস্কৃতি আৰু সংস্কৃত ভাষা। তদুপৰি সংস্কৃত ভাষা সাহিত্যৰ বিভিন্ন অঙ্গৰ অমূল্য গ্ৰন্থৰাজি।

এতিয়া প্ৰবন্ধটোৰ ভিতৰত সোমাওঁ আহক। তাৰ আগতে এটা কথা কৈ লওঁ- দক্ষিণ পূৰ্ব এশিয়াৰ ইতিহাস অধ্যয়ন অবিহনে ভাৰতীয় ইতিহাস প্ৰেমীসকলৰ জ্ঞান অকল অসম্পূৰ্ণ হৈয়েই নাথাকে, একেলগে পুতৌ লগা অৱস্থাতো থাকিব।

## ব্ৰহ্মদেশত চন্দ্ৰবংশী ৰজা

ব্ৰহ্মাৰ নামত ব্ৰহ্মাদেশ। ব্ৰহ্মৰ পৰাই বৰ্মা, বাৰ্মা ইত্যাদি। ইয়াৰ অন্য এটা নাম মানদেশ। ইয়াৰ মানসকলে নিজক 'তৈলঙ্গ' বুলি পৰিচয় দিয়ে। ভাৰতৰ তেলেঙ্গানা প্ৰদেশৰ পৰা যোৱা ব্ৰহ্মদেশৰ বৰ্তমান নাম ম্যানমাৰ। ব্ৰহ্মদেশৰ কৰ্কোটক নগৰ (আৰাকান) অঞ্চলত প্ৰথম হিন্দুৰাজ্য প্ৰতিষ্ঠা হয়। তাত প্ৰাচীন কালত চন্দ্ৰবংশীয় ৰজাসকলে ৰাজত্ব কৰিছিল। এই ৰজাসকলেই ব্ৰহ্মাদেশৰ বিভিন্ন ঠাইৰ ভাৰতীয় নাম দিছিল। উত্তৰ ব্ৰহ্মাদেশ আছিল 'অপৰান্ত' (ভাৰতৰ কোংকন পট্টী)। দক্ষিণ ব্ৰহ্মাদেশৰ ৰাজধানী আছিল শ্ৰীক্ষেত্ৰ। শ্ৰীক্ষেত্ৰৰ বৰ্তমান নাম প্ৰোম। ব্ৰহ্মাদেশৰ পৱিত্ৰ নদী ৰাৱী হৈছে ইৰাৱতী। ব্ৰহ্মী ভাষাত ইৰাৱদী। সেইদৰে সাৱত্তী হৈছে যাৱত্তী। ইয়াৰ উপৰিও অন্যান্য স্থানৰ নামসমূহ হৈছে অৱন্তী, বাৰাণসী, গান্ধাৰ, কম্বোজ, কৈলাশ ইত্যাদি।

সপ্তম শতিকাত ইয়াত সূৰ্যবিক্ৰম, হৰিবিক্ৰম, সিংহবিক্ৰম আদি ৰজাৰ উল্লেখ

পোৱা যায়। অষ্টম শতিকাত পেংগন, ৰংগুণ (ৰেংগুণ) আদি নগৰ স্থাপিত হয়। নৱম শতিকাৰ আগভাগত পুন্নৰিক অথবা পুণ্ডৰীক নামে ৰজাই হংসাৱতীত এখন ৰাজ্য স্থাপন কৰে · এই হংসাৱতীয়েই আজিৰ পেগু। পুণ্ডৰীকেই প্ৰতিষ্ঠা কৰিছিল 'ৰামম্‌গো' (আজিৰ ৰেংগুন) নগৰ। অৰিমৰ্দনপুৰ (ৰেংগুন) ৰ ৰজা অনুব্ৰতৰ শাসন কালত মানৱ ধৰ্মশাস্ত্ৰ (মনুস্মৃতি)ৰ আধাৰত 'ধম্মবিলাস' ৰচিত হয়। 'কৈঝা নামৰ এজন মহৰ্ষিয়ে নাৰদ স্মৃতিৰ আধাৰত 'মহাৰাজ ধম্মস্থন' লিখে। তাৰবাবে সম্ৰাটে তেওঁক 'মনুৰাজ' উপাধি দিছিল · ব্ৰহ্মদেশৰ বৌদ্ধমতত বৈদিক পূজাবিধি সন্মিলিত আছিল। তাৰ বাবে 'ধৰ্মমহামাত্ৰ' বা পুৰোহিত নিযুক্ত কৰা হৈছিল।

## ইন্দ্ৰাদিত্যৰ শ্যামদেশ

শ্যাম অৰ্থাৎ কৃষ্ণৰ নামত এই দেশৰ নাম শ্যামদেশ। শ্যাম দেশেই থায়লেণ্ড। আজিও থায়সকলৰ প্ৰিয় গ্ৰন্থ হৈছে ৰামায়ণ · গৰুড় হৈছে শ্যামৰ ৰাষ্ট্ৰীয় চিহ্ন। অৱশ্যে গৰুড়ক তেওঁলোকে 'ক্ৰুত' উচ্চাৰণ কৰে। শ্যামদেশৰ ৰাষ্ট্ৰীয় মত হৈছে বৌদ্ধমত। ভাৰতীয় ৰাজবংশৰ শাসনকালৰ পৰা ইয়াৰ ইতিহাস আৰম্ভ। ইয়াৰ ইতিহাস আগতে কম্বোদিয়াৰ লগত জড়িত আছিল; কাৰণ ই কম্বুজ সাম্ৰাজ্যৰ অঙ্গ আছিল। ১৩ শ শতিকাৰ পৰা ইয়াৰ প্ৰকৃত ইতিহাস আৰম্ভ হয়। শ্যামৰ আইন মনুসংহিতাৰ আধাৰত ৰচিত।

শ্যামীভাষাৰ ৰামায়ণক 'ৰাম কে উন' বুলি কোৱা হয়। ৰাম নাম ধাৰণ কৰা তেওঁলোকৰ ৬ জন ৰজা আছিল। অন্যান্য ৰজাসকলৰ নাম— মহা বজ্ৰায়ুধ, প্ৰসাদ, প্ৰজাদীপক, আনন্দ মহীদল, ভূমিপাল, বিপুলসংগ্ৰাম, সিদ্ধাৰ্থ ইত্যাদি। শ্যামৰ বৰ্তমান ৰাজবংশটোৰ নাম হৈছে 'চক্ৰী'। 'ছাও চক্ৰীৰ' নামৰ পৰা উদ্ভুত। চীনৰ দক্ষিণ অঞ্চলৰ নানচাও প্ৰদেশৰপৰা আহি থায়ফৈদৰ 'চাও চক্ৰীয়ে থায়লেণ্ডত শাসন প্ৰতিষ্ঠা কৰিছিল। প্ৰায় ৭০/৮০ বছৰ আগলৈ শ্যামৰ পুৰুষ-মহিলাই ধুতি আৰু শাড়ী পৰিধান কৰিছিল; কিন্তু এজন প্ৰধান মন্ত্ৰীয়ে তেওঁলোকক পশ্চিমীয়া পোছাক পিন্ধিবলৈ বাধ্য কৰে।

## শ্যামৰ পৰিভাষা সংস্কৃতৰ

শ্যামৰ বৰ্তমান লিপি গুপ্তকালীন লিপিৰ পৰা বিকশিত হৈছে। শ্যামীভাষাৰ শতকৰা ৭৫টা শব্দই সংস্কৃত। সকলো পৰিভাষাই সংস্কৃত ভাষাৰ। শ্যামীভাষাৰ পণ্ডিত হ'বলৈ সংস্কৃত ভাষাত পাৰ্গত হোৱাটো অনিবাৰ্য্য। শ্যামৰ ৰাজ্যভাষা শ্যামী; কিন্তু ধৰ্মগ্ৰন্থ পালিভাষাৰ। কোৱা বাহুল্য শ্যামদেশৰ প্ৰত্যেক মহিলা-পুৰুষ, ল'ৰা-ছোৱালী, নগৰ, মন্দিৰ, স্থান, পথ সকলো নাম সংস্কৃতৰ। ৰামায়ণৰ চৰিত্ৰসমূহ অপভ্ৰংশ হৈছে— তশৰথ (দশৰথ), সীদা (সীতা), হড়মান (হনুমান), সদায়ু (জটায়ু), সুক্ৰীৱ (সুগ্ৰীৱ), তশকন্থ (দশস্কন্ধ), সন্মনখা (শূৰ্পনখা) ইত্যাদি। কিষ্কিন্ধ্যা হৈছে খিদখিন্ন।

নগৰী-চোলপুৰী, ৰাজপুৰী। মন্দিৰ-বটদেৱ, বটবৰুণ, শ্ৰীইন্দ্ৰ। পথ-বানকপি (বনকপি)। অন্যান্য অপভ্ৰংশ শব্দবোৰ হৈছে— খংখীত (সংগীত), খুপ্ত (গুপ্ত) জথুৰ (চতুৰ), জক্ৰ (চক্ৰ), চয় (জয়), মন্ধপ (মণ্ডপ), থৰণী (ধৰণী), পিদক (পিটক), আচান (আচাৰ্য্য) ৰাছবংগ (ৰাজবংশ), বেলা, বিবাহ আদি হুবহু প্ৰয়োগ হয়। শ্যামৰ বিশ্ববিদ্যালয়ৰ নাম 'চূড়াকৰণ'। ফট' ষ্টুডিঅ'ৰ নাম 'ছায়া চিট্টকন', হোটেলৰ নাম 'শুদ্ধভোজন'।

## নগৰৰ নাম পেতালিঙ্গ জয়

মালয় বোলা বা মালয়েশিয়া বোলোঁ, এই দেশৰ বিশুদ্ধ নাম হৈছে 'মলয়'। আজি মলয়ত চীনা, মুছলমান আৰু খ্ৰীষ্টানলোকৰ বাহুল্য হ'লেও তাত ভাৰতীয় সংস্কৃতিৰ প্ৰভাৱ স্পষ্ট। তেওঁলোকৰ মাত কথা আৰু ভাষাত আজিও সংস্কৃত ভাষাৰ ৰূপ বিদ্যমান। সিংগাপুৰৰ সংস্কৃত নাম সিংহপুৰ। এই সিংগাপুৰত পৰমেশ্বৰ নামে এজন ৰজাই এটা দুৰ্গ নিৰ্মাণ কৰিছিল। সীৰামবন হৈছে শ্ৰীৰামবন। সুঙ্গই পট্টনী হৈছে শৃংগ পট্টন। মালয়েশিয়াৰ ৰাজধানী কোৱালালামপুৰৰ 'পুৰ' শব্দটো সংস্কৃত। এন্য এখন নগৰৰ নাম পেতালিঙ্গ জয় অৰ্থাৎ স্ফটিকলিংগ জয়। শিৱৰ বিশাল স্ফটিক চিহ্নৰ পৰা ব্যুৎপন্ন।

## ৰাজকন্যা মহাদেৱী ফাতেমা

বিগত কেইবাশতাব্দী ধৰি ইছলামক নিজৰ ধৰ্ম বুলি ঘোষণা কৰা সত্ত্বেও মলয়ৰ দেশী শাসক তথা ৰাজবংশী পৰিয়ালৰ লোকসকল আজিও সংস্কৃত উপাধিৰে বিভূষিত। শাসকসকলে ৰাম আৰু লক্ষ্মণ উপাধি ধাৰণ কৰে। কেইপুৰুষমান আগতে জোহোৰ বাহক নামৰ স্থানৰ শাসকক 'মহাৰাজা' বুলি সম্বোধন কৰা হৈছিল। মলয়ত উত্তৰাধিকাৰী যুৱৰাজক 'টুকু মুকুট' বোলা হয়। ই সংস্কৃতত 'টোক মুকুট'। টোক শব্দই শিশুক বুজায়। ৰাজকাৰেঙৰ নাম 'আস্থান'। ৰাজ কন্যাসকলক পুত্ৰী, মহাদেৱী, বিদ্যাধৰী আদি বুলি অভিহিত কৰা হয়। (সেইদৰে ৰাজপুত্ৰসকল হৈছে পুত্ৰ) কোনোবা ৰাজকুমাৰীৰ ইছলামী নাম ফাতেমা হ'লেও তেওঁক পুত্ৰী ফাতেমা মা মহাদেৱী ফাতেমা বুলি সম্বোধন কৰা হয়।

## সংস্কৃতৰ তৎসম-তদ্ভৱ

মলয় ভাষাত ব্যৱহৃত সংস্কৃতৰ তৎসম আৰু তদ্ভৱ শব্দৰ সুদীৰ্ঘ তালিকা এখন এই লেখকে প্ৰস্তুত কৰি উলিয়াইছে। সেই তালিকাত চকু ফুৰাই সংস্কৃত প্ৰেমীসকল পুলকত অধীৰ নোহোৱাকৈ থাকিব নোৱাৰে; কেইটামান শব্দ তলত উল্লেখ কৰা হ'ল।

তৎসম-দণ্ড, ৰস, গুণ, সাক্ষী, পূজা, পুস্তকালয়, ৰাহু, ৰোম, সেনা।

অপভ্ৰংশ (তদ্ভৱ)- ভাসা (ভাষা) ৰত (ৰথ) ৰেসি (ঋষি), পুআস (উপবাস), পের্তৱী (পৃথিৱী), পেকর্তি (প্ৰকৃতি), বুদ্দি (বুদ্ধি), পৰদান (প্ৰধান), মন্তেৰী (মন্ত্ৰী), ৰণ্জুন (অৰ্জুন), সেৰি (শ্ৰী), সিৰাপহ (শাপ), সৰিগাল (শৃগাল), সিক্সা (শিক্ষা, শাস্তি অৰ্থত), সিলোক (শ্লোক), সুচি (শুচি), মহাসুচি মহাশুচি, সৰ্বশুদ্ধ ঈশ্বৰ), সৰজ (সৰোজ), সন্তেজা (সন্তোষ), সন্‌জা (সন্ধ্যা), সন্‌জাকাল (সন্ধ্যাকাল), সৌদৰ (সহোদৰ) সিন্য, সিংগ (সিংহ), সেতিয়া (সত্য), সেতুৱা (সত্ব), সেন্দৱ (সৈন্ধৱ)।

## ব্ৰাহ্মণ কৌণ্ডিন্যৰ ফুনান সাম্ৰাজ্য

মহাভাৰত আৰু অন্যান্য সংস্কৃত গ্ৰন্থত কম্বুজ দেশৰ উল্লেখ পোৱা যায়। দুহেজাৰ বছৰ আগতে তাত হিন্দু উপনিবেশ আৰু শক্তিশালী ৰাজ্য প্ৰতিষ্ঠা হৈছিল। এতিয়াও তাত মনুস্মৃতিৰ আধাৰত দেৱানী আৰু ফৌজদাৰী আইন চলে। কম্বোজত নাগ বংশীয় ৰজাসকলে ৰাজত্ব কৰিছিল। কৌণ্ডিন্যই নাগকন্যা সোমাক বিয়া কৰোৱাৰ কথা দক্ষিণ ৱিয়ৎনামৰ সংস্কৃত শিলালিপিত পোৱা গৈছে। সোমাক বিয়া কৰাই উঠি কৌণ্ডিন্যই তাত ৰাজ্য স্থাপন কৰে। ৰাজধানীৰ নাম থ'লে 'ব্যাধপুৰ'। দাক্ষিণাত্য ব্ৰাহ্মণ কৌণ্ডিন্যই স্থাপন কৰা ৰাজ্যৰ নাম চীনাসকলে 'ফুনান সাম্ৰাজ্য' দিলে। এই হিন্দু সাম্ৰাজ্য ছশ বছৰ পৰ্য্যন্ত চলে। এই কালছোৱাত প্ৰধানকৈ শৈব আৰু বৈষ্ণৱ পন্থই প্ৰসাৰ লাভ কৰে।

## বিষ্ণু মন্দিৰ 'অংকোৰ বাট'

আজিৰ কম্বোডিয়া হৈছে মূল কম্বুজৰ পাশ্চাত্যৰূপ। ফুনানৰ পৰবৰ্ত্তী ৰাজবংশৰ মূল পুৰুষজনৰ নাম আছিল কম্বু স্বয়ম্ভুৱ। কম্বু নামৰ পৰাই কম্বুজ। কম্বোডিয়াত বৰ্মন্ উপাধিৰ কেইবাজনো ৰজাই শাসন কৰে। তেওঁলোক হ'ল ভৱ বৰ্মন্, মহেন্দ্ৰ বৰ্মন্, ঈশান বৰ্মন্, জয় বৰ্মন্, ইন্দ্ৰ বৰ্মন্, যশো বৰ্ম্ন আদি। যশো বৰ্মনে 'যশোধৰ পুৰ' নামেৰে এখন নতুন ৰাজধানী স্থাপন কৰে। তেওঁ নিজে কাব্যশাস্ত্ৰত নিপুণ আছিল। পাতঞ্জল মহাভাষ্যৰ টীকা প্ৰণয়ন কৰিছিল। তেওঁৰ পাছত ৰাজেন্দ্ৰ বৰ্মন্ দ্বিতীয়, জয় বৰ্মন্ পঞ্চম আৰু সূৰ্য বৰ্মন্ দ্বিতীয়। সূৰ্য্য বৰ্মনে 'অংকোৰ বাট' নামেৰে এটা বিশাল বিষ্ণুমন্দিৰ নিৰ্মাণ কৰে।

এওঁ নিৰ্মাণ কৰা মন্দিৰৰ সংখ্যা প্ৰায় এহেজাৰ। অংকোৰ বাট সংস্কৃত 'অংকুৰ বট'ৰ অপভ্ৰংশ। ১০০ কি. মি. জুৰি ইয়াৰ ভগ্নাৱশেষসমূহ পৰি আছে। ইয়াৰ চাৰিওফালৰ অঞ্চলক এতিয়াও 'অৰণ্য প্ৰদেশ' বুলি কোৱা হয়। ইয়াত ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰৰ উপৰিও অন্যান্য বহুত দেৱ-দেৱীৰ মূৰ্ত্তি আছে। এখন লিপিত জয় বৰ্মা, সূৰ্য্য বৰ্মা আদি ৰজাৰ নাম পোৱা গৈছে।

## চম্পাদেশৰ সংস্কৃত শিলালিপি

দক্ষিণ ৱিয়ৎনাম, কম্বোডিয়া আৰু লাওচক লৈ ইণ্ডোচীন গঠিত। ইয়াৰ মেকংনদী মা গঙ্গাৰ অপভ্ৰংশ। ৱিয়ৎনামৰ প্ৰাচীন নাম আছিল চম্পা। এহেজাৰ বছৰ পৰ্য্যন্ত চম্পাৰ ওপৰত হিন্দু সংস্কৃতিৰ প্ৰভাৱ আছিল। আজিও সেই প্ৰভাৱ বিদ্যমান। প্ৰাচীন চম্পা দেশৰ ৰাজধানীৰ নাম আছিল ইন্দ্ৰপুৰ। ইন্দ্ৰ বৰ্মন ৰজাই এই ৰাজধানী নিৰ্মাণ কৰিছিল। চম্পাদেশত ভৱপুৰ, সিংহপুৰ নামৰ নগৰো আছে। এখন জিলাৰ নাম অমৰাৱতী। ইন্দ্ৰপুৰ নগৰৰ য'তে ত'তে পৰি আছে মাটিৰ একোটাহঁত দম। ভগাছিগা মূৰ্ত্তি। প্ৰশস্ত পথৰ কাষে কাষে ডাঙৰ ডাঙৰ প্ৰাসাদ। তাৰে কিছুমান ভগ্নাৱশেষত পৰিণত হৈছে। ইন্দ্ৰপুৰৰ এটা পাষাণস্তম্ভত সংস্কৃতত লিখা আছে—

'ইদং ভগৱতঃ পুৰুষোত্তমস্য ৱিষ্ণোৰনাদি নিধানস্যাশেষ
ভুৱনং গুৰোঃ পূজাস্থানং শ্ৰীপ্ৰকাশ ধৰ্মনা কাৰিতম্।।

এই স্তম্ভটোৱেই প্ৰকাশ ধৰ্ম মহাৰাজে ভগৱান্ বিষ্ণু পুৰুষোত্তমৰ এই মন্দিৰ নিৰ্মাণ কৰাৰ কথা প্ৰমাণ কৰে।

চম্পাদেশ অমৰাৱতী, বিজয়, কৌথৰ আৰু পাণ্ডুৰঙ্গ বুলি ৪খন প্ৰদেশত বিভক্ত আছিল। এইবোৰৰ নাম এতিয়া যথাক্ৰমে কোৱাংনাম, বিন্হা দিন্হ, ন্হাত্ৰাং আৰু ফান ৰং। এটা সময়ত চম্পাৰ নাম হয় অনাম (আনাম)। বৰ্তমান ইয়াৰ নাম ৱিয়ৎনাম।

## ৰাজধানী বনচন্দন

লাওচ প্ৰকৃততে লৱদেশ। ফৰাচীসকলে লৱদেশৰ নাম লাওচ দিয়ে, কিন্তু স্থানীয় লোকসকলে 'লৱ' বুলিলেই কয়। লৱদেশৰ ৰাজধানীৰ নাম 'ৱেন মেন'। স্থানীয় লোকসকলে কয় 'ৱন-চন'। ই বনচন্দনৰ অপভ্ৰংশ। এইদেশৰ অধিবাসীসকলে আজিও ধৰ্মকৃত্যসমূহত চন্দন কাঠ ব্যৱহাৰ কৰে। লৱদেশত ৰামচন্দ্ৰৰ পুত্ৰ লৱৰ নামত লৱপুৰী নামৰ এখন নগৰো আছে। এতিয়া সি লোৰপুৰী হৈছে। কম্বুজ, চম্পা, শ্যামদেশৰ দৰে লৱদেশৰ আদি দেৱতা হৈছে ভদ্ৰেশ্বৰ। বস্‌সকৰ ৯ মাইল দূৰত 'ৱত ফু' নামৰ এখন পৰ্বত আছে। এয়ে হৈছে লৱদেশৰ লিঙ্গ পৰ্বত। লিঙ্গপৰ্বত মানে এইদেশৰ কৈলাস। গতিকে স্বাভাৱিকতে এই পৰ্বতত ভগৱান ভদ্ৰেশ্বৰৰ নিবাস।

## সংস্কৃত ধাতুৰে উভৈনদী

লৱদেশৰ ভাষাত শ শ সংস্কৃত ধাতুৰ ৰূপ বিদ্যমান। সেইদৰে পালি শব্দও আছে। তেওঁলোকৰ কলা, নৃত্য, আদি সকলো ভাৰতীয় শৈলীৰ। নাটকৰ নায়ক, নায়িকা, অন্যান্য পাত্ৰ-পাত্ৰী ভাৰতীয়। নাট্য মন্দিৰৰ পৰ্দা দেখিলে কোনোবা ভাৰতীয় নাট্য মণ্ডলীৰপৰা পৰ্দা লৈ অহা যেন লাগে। লৱদেশৰ সংস্কৃতি গঢ়া গ্ৰন্থসমূহৰ উৎস হৈছে সংস্কৃত সাহিত্য আৰু শাস্ত্ৰসমূহ। জ্যোতিষ, হস্ত সামুদ্ৰিক, কুণ্ডলী বিষয়ক

গ্ৰন্থক লৱদেশৰ ভাষাতো 'হোৰা শাস্ত্ৰ' তথা ৰাজনীতি আৰু বিধি (আইন)ক 'নীতিশাস্ত্ৰ' বুলিয়েই কোৱা হয়।

## গৰুড়ভূমি ইণ্ডোনেশিয়া

যদিও ইণ্ডোনেশিয়াৰ লোকসকলে যোৱা কেইবাশতাব্দী ধৰি ইছলাম মত গ্ৰহণ কৰিছে, তথাপি ইয়াৰ সংস্কৃতি সম্পূৰ্ণৰূপে হিন্দু বৈদিক সংস্কৃতি। মন কৰিবলগীয়া কথা যে ইণ্ডোনেশিয়াত মনুৰ বিশাল মূৰ্তি বিদ্যমান। ইণ্ডোনেশিয়াৰ সকলো দেৱস্থানৰ দ্বাৰ আৰু প্ৰাচীৰত ভাৰতীয় মহাকাব্যৰ দৃশ্য চিত্ৰিত। নৃত্য সঙ্গীত ভাৰতীয় মূলৰ। ইণ্ডোনেশিয়া হৈছে গৰুড়ভূমি। ইয়াৰ ৰাষ্ট্ৰীয় প্ৰতীক হৈছে শ্ৰীবিষ্ণুৰ বাহন গৰুড়। আকাশীপথৰ নাম 'গৰুড় এয়াৰ ৱেজ'। ইণ্ডোনেশিয়াৰ ভূতপূৰ্ব ৰাষ্ট্ৰপতিৰ নাম আছিল সুকৰ্ণ (যদিও তেওঁ ইছলাম পন্থী আছিল) তেওঁৰ পত্নীৰ নাম ৰত্না। কন্যা দুগৰাকীৰ নাম লক্ষ্মী আৰু সৰস্বতী। সেই দেশত ৰামায়ণ নিত্যপাঠ্য। প্ৰতিবছৰে ইণ্ডোনেশিয়াত ৰামায়ণ মহোৎসৱ সম্পন্ন কৰা হয়।

ইণ্ডোনেছিয়াত ৰাজনৈতিক, ভাষিক আৰু সাংস্কৃতিক ক্ষেত্ৰত ভাৰতীয়কৰণ আৰম্ভ হয় খৃষ্ট্ৰীয় প্ৰথম শতিকাৰপৰা। ইয়াৰ সকলো প্ৰাচীন নগৰ, উপনগৰ, গাঁও আদিয়ে সংস্কৃত নাম ধাৰণ কৰি আছে। ব্যক্তি বাচক নামো প্ৰায়ভাগ সংস্কৃতৰে। ইণ্ডোনেশিয়াৰ প্ৰধান তিনিটা দ্বীপ জাৱা (যৱ) সুমাত্ৰা, বালী আটাইকেইটা সংস্কৃত নাম। সংস্কৃতৰ অপভ্ৰংশ শব্দবোৰ হৈছে বাহাসা (ভাষা), সেকল (সকল), ৱেজাৰ (বিচাৰ), কৰেণা (কৰণম্), বটাৰ (ভট্টাৰণ), দাৰ্ম (ধৰ্ম), সেন্তো (সন্তোষ), পূৰ্ণ শব্দ হুবহু ব্যৱহৃত হয়। চণ্ডিকাৰ মন্দিৰক বোলে ত্যাণ্ডী।

## যৱাকৃতি যৱদেশ

ৰামায়ণত যৱদ্বীপ আৰু স্বৰ্ণদ্বীপ (সুমাত্ৰা)ৰ উল্লেখ পোৱা যায়। যৱদ্বীপত এখন পৰ্বত আছে। তাৰ নাম সুমেৰু। নদীৰ নাম সেৰেয়ু (সৰযু)। যৱদ্বীপৰ ৰজাসকলে প্ৰভু, ভূপতি, আৰ্য্য, অধ্যক্ষ আদি উপাধি ধাৰণ কৰিছিল। আজিও 'বাসা' (ভাষা) আৰু কৱি (কাব্যভাষা) শব্দই পুৰণি 'জাৱা' ভাষাৰ চিনাকি দিয়ে।

অষ্টম শতিকাৰ পৰা মধ্য 'জাৱা'ৰ শাসকসকলে শৈৱমত প্ৰতিষ্ঠা কৰে। তেওঁলোকৰ শিলালিপিৰ ভাষা আছিল সংস্কৃত; কিন্তু আখৰ আছিল ব্ৰাহ্মী। অষ্টম শতিকাৰ শেষভাগত শ্ৰীবিজয়ৰ শৈলেন্দ্ৰ শাসকসকলে মধ্য জাৱা জয় কৰে। তেওঁলোক বৌদ্ধ আছিল। শ্ৰীবিজয় আছিল সুমাত্ৰাৰ ৰাজধানী। শৈলেন্দ্ৰসকলৰ শাসন কালত ৮৫০ খৃষ্টাব্দত বোৰোবুদুৰ স্তূপ নিৰ্মাণ কৰা হয়। পৰৱৰ্তী ব্ৰাহ্মণ বংশৰ এজন ৰজা এৰলংগ (১০৩৫ খৃঃ) ই মহাভাৰত আৰু ৰামায়ণ স্থানীয় ভাষালৈ অনুবাদ কৰে।

যৱদ্বীপৰ আকৃতি য ধানৰ দৰে। প্ৰাচীন ভাৰতীয়সকলে বহুকষ্ট কৰি দ্বীপটোৰ আকৃতি নিৰ্ণয় কৰিহে এইদৰে নামকৰণ কৰিছিল। ভাৰতীয়সকলে বহুহাজাৰ বছৰ

আগতে এই দ্বীপটো বিচাৰি উলিয়াইছিল বুলি সহজতে অনুমান কৰিব পাৰি। ভাৰতৰ পোন প্ৰথম মহাকাব্য ৰামায়ণত যৱদ্বীপৰ উল্লেখেই সেইকথা প্ৰমাণ কৰে।

## সংস্কৃত বিদ্যাৰ কেন্দ্ৰ সুমাত্ৰা

সুৱৰ্ণদ্বীপ সুমাত্ৰাত শৈলেন্দ্ৰসকলৰ ৰাজধানী আছিল শ্ৰীবিজয়। ষষ্ঠ শতিকাত ফুনান সাম্ৰাজ্য অস্ত গ'ল আৰু সুমাত্ৰাত শৈলেন্দ্ৰ বংশৰ উদয় হ'ল। সেই কালত সুমাত্ৰা বিদ্যাৰ বিখ্যাত কেন্দ্ৰ হৈ উঠিছিল। বিখ্যাত চীনা ভ্ৰমণকাৰী ইৎসিঙে বুদ্ধদেৱৰ জন্মভূমি ভাৰতবৰ্ষ তথা নালন্দালৈ গৈ বৌদ্ধ গ্ৰন্থসমূহ অধ্যয়ন কৰিব খুজিছিল। নালন্দাত প্ৰৱেশ পৰীক্ষা দিব লাগিছিল। সেই পৰীক্ষাত শতকৰা ৩০ জনহে উত্তীৰ্ণ হ'ব পাৰিছিল। তাৰবাবে ইৎসিং শ্ৰীবিজয়লৈ আহি ছমাহকাল আছিল আৰু ভালদৰে সংস্কৃত ব্যাকৰণ অধ্যয়ন কৰি নালন্দালৈ যায় আৰু তাত ১৪ বছৰ কাল থাকি অধ্যয়ন সমাপ্ত কৰি পুনৰ সুৱৰ্ণদ্বীপলৈ ঘূৰি আহে। আহোঁতে লগত তেওঁ কেইবাশও গ্ৰন্থ আনিছিল। সেই সংস্কৃত গ্ৰন্থসমূহ তেওঁ চীনা ভাষাত অনুবাদ কৰিব খুজিছিল। তাৰ বাবে লাগতিয়াল প্ৰসঙ্গ গ্ৰন্থ আৰু সহায় কৰিব পৰা পণ্ডিত তেওঁ সুৱৰ্ণদ্বীপতহে পাব পাৰিছিল। ইয়াৰ দ্বাৰাই বুজিব পাৰি শৈলেন্দ্ৰ ৰাজত্ব কালত সুমাত্ৰা কেনে উৎকৃষ্ট বিদ্যাৰ কেন্দ্ৰ হৈ উঠিছিল।

## ৰালীদ্বীপত 'ভৰ্গোদেৱস্য ধীমহি'

বালীদ্বীপ নিবাসীসকলে প্ৰাচীন বৈদিক ধৰ্ম পালন কৰে। এতিয়াও তেওঁলোকৰ সমাজত ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰত বিভক্ত বৈদিক বৰ্ণাশ্ৰম পদ্ধতি অনুসৰণ কৰা হয়। বালীৰ প্ৰত্যেক নগৰতে বিষ্ণু বা শিৱৰ মন্দিৰ থাকিবই। মন্দিৰৰ পূজাৰীসকল দাক্ষিণাত্য ব্ৰাহ্মণ। মানুহৰ নিত্য নৈমিত্তিক ধৰ্মকৃত্য সমূহ ব্ৰাহ্মণ পুৰোহিত অবিহনে সম্পন্ন নহয়। জাৱা আৰু বালীৰ বহুতলোক সূৰ্যোপাসক। যোৱা শতাব্দী পৰ্যন্ত এওঁলোকৰ উপাসনাত কেৱল 'ভৰ্গোদেৱস্য ধীমহি' এই অংশটোহে প্ৰচলিত আছিল। পৰৱৰ্তী কালত ভাৰতীয়সকলৰ লগত তেওঁলোকৰ পুনৰ সম্পৰ্ক স্থাপন হোৱাত বহুতে সম্পূৰ্ণ গায়ত্ৰী আয়ত্ত কৰিছে। কালী দ্বীপত ৰামায়ণ পাঠ আৰু শ্ৰৱণ অতি শ্ৰদ্ধা সহকাৰে কৰা হয়।

## হিন্দু সংস্কৃতিৰ অবিচল সাক্ষী

যৱদ্বীপৰ পূৰ্বে বালী দ্বীপৰ অৱস্থিতি। যি স্থলত সমগ্ৰ ইণ্ডোনেশিয়াই ক্ৰমান্বয়ে ইছলাম মত গ্ৰহণ কৰি আহিছে সেই স্থলত একমাত্ৰ বালী দ্বীপেহে আজিলৈকে হিন্দু সংস্কৃতি সাৰটি অবিচলভাৱে তিষ্ঠি আছে। সংস্কৃত পৰম্পৰা অক্ষুণ্ণ ৰাখিছে। প্ৰাচীনতম বালীদ্বীপীয় শিলালিপিসমূহ সংস্কৃত আৰু প্ৰাচীন 'বালিনিজ' ভাষাত লিখা হৈছিল। ১৪ শ শতিকাত বালী আনকি যৱদ্বীপীয় সাহিত্য অধ্যয়নৰো কেন্দ্ৰ হৈ উঠিছিল।

বালিনিজ ভাষাত এনে কিছুমান সংস্কৃত মূলৰ শব্দ আছে যিবোৰৰ ৰূপতো সলনি হৈছেই, অৰ্থৰো তাৰতম্য ঘটিছে। যেনে— সংস্কৃত মাংস শব্দৰ তেওঁলোকে অৰ্থ কৰিছে গিলি খোৱা। অভিষেকৰ অপভ্ৰংশ বিসেক হৈছে নাম আৰু ভূমিৰ অপভ্ৰংশ গুমিৰ অৰ্থ কৰিছে ৰাজ্য।

## চুলতানৰ উপাধি শ্ৰীভগৱান্

'বৰ্ণিঅ' হৈছে বৰুণদ্বীপ। বায়ুপুৰাণত এই দ্বীপৰ উল্লেখ পোৱা যায়। কেইবাশতাব্দী ধৰি ই হিন্দু শাসনাধীন হৈ আছিল। বহুতো হিন্দু মন্দিৰৰ অৱশেষ তথা মন্দিৰ আৰু নদীসমূহৰ নামৰপৰা এই কথাত প্ৰমাণ পোৱা যায়। পাছত ইয়াৰ অধিবাসীসকলক আৰবসকলে ইছলাম ধৰ্মত দীক্ষিত কৰে। ড° হেবালকৰে বৰ্ণিঅ' দ্বীপৰ প্ৰাচীন নাম 'বহ্ৰীণ' দ্বীপ বুলি অনুমান কৰে। ড° ৰঘুবীৰৰ শব্দকোষ অনুসাৰে ইয়াৰ অন্যতম নাম 'কালিমন্থন' দ্বীপ। 'কুতেই' বুলি এখন ঠাইত প্ৰাপ্ত শিলালিপিত লিখা আছে— 'শ্ৰীমূল বৰ্মন্ ৰাজেন্দ্ৰ ঃ সমৰে জিত্বা পাৰ্থিবান্ কৰদান্ নৃপতীংশ্চক্ৰে যথা ৰাজা যুধিষ্ঠিৰঃ।' আন এখন লিপিত মুল বৰ্মনক ফুনান সম্ৰাট্ কৌণ্ডিন্যৰ পৌত্ৰ বুলি কোৱা হৈছে। অশ্ববৰ্মন্ ৰজাই বৰ্ণিঅ'ত প্ৰথম হিন্দুৰাজ্য স্থাপন কৰিছিল। মূল বৰ্মন্ তেওঁৰেই পুত্ৰ আছিল।

(বৰ্ণিঅ'ত) ব্ৰুনী চুলতানৰ উপাধি হৈছে 'সেৰি ভগৱান' অৰ্থাৎ শ্ৰীভগৱান্। (সৰ্বশক্তিমান প্ৰভু)। ১৯৭০ চনত ব্ৰুনীৰ ঘাই বন্দৰটোৰ নামো 'সেৰি ভগৱান্' ৰখা হৈছিল।

বৰ্ণিঅ'ৰ এটা ভাগ 'সাৰৱাক'। এজন ব্ৰিটিশে তাক দখল কৰি শাসন কৰিছিল। তথাপি সেই বগা ইংৰাজ শাসকজনক মানুহে 'ৰাজা' বুলিয়েই অভিহিত কৰিছিল।

## ফিলিপাইনত মনুৰ প্ৰভাৱ

১,১৫,০০০ হাজাৰ বৰ্গ মাইল জোৰা ফিলিপাইন ৭ হাজাৰ সৰু সৰু দ্বীপৰ সমষ্টি। তাৰ এটা অধিবাসী জাতি কলিঙ্গৰ কাৰণে ইয়াক কলিঙ্গ দ্বীপ বুলিও কোৱা হয়। ইয়াত ভাৰতীয় সংস্কৃতিৰ প্ৰভাৱ ব্যক্ত কৰা বহুত সামগ্ৰী পোৱা গৈছে। মাজভাগত অৱস্থিত 'সেব্ৰুত' লোকেশ্বৰৰ কাংস্য আৰু গৰুড়ৰ স্বৰ্ণমূৰ্ত্তি আৰু দক্ষিণৰ লুঝানত পদ্মপাণি অৱলোকিতেশ্বৰৰ মূৰ্ত্তি পোৱা গৈছে। ফিলিপাইনৰ লগতে ফুনান মজপহিত আৰু শৈলেন্দ্ৰ সাম্ৰাজ্যৰ সম্পৰ্ক আছিল। যৱদ্বীপত জয় বৰ্ধন নামেৰে এজন ৰজাই 'মজপহিত' সাম্ৰাজ্য গঢ়ি তুলিছিল।

ফিলিপাইনৰ বৰ্তমান ৰাজধানী মেনিলা। মেনিলাৰ ৰাষ্ট্ৰীয় সভাগাৰত অধ্যক্ষৰ আসনৰ পাছ ফালে আদি স্মৃতিকাৰ মনুৰ চিত্ৰ লগাই থোৱাই আছে। এই কথাৰপৰা মনুৱে যে তেওঁলোকক আইন-কানুনৰ লগত পৰিচয় কৰাইছিল সেইকথাৰ প্ৰমাণ পোৱা যায়।

**প্ৰসংগ গ্ৰন্থ ঃ**

(১) ভাৰতীয় সংস্কৃতি কা বিশ্বসঞ্চাৰ— ড° শৰদ্ হেৰালকৰ।

(২) ভাৰতীয় ইতিহাস কী ভয়ংকৰ ভূলেঁ— পুৰুষোত্তম নাগেশ ওক

(৩) বিশ্ব ইতিহাস কে বিলুপ্ত অধ্যায়— পূৰ্বোক্ত গ্ৰন্থকাৰ।

(৪) ইণ্ডোচীনেৰ কথা ঃ অজিত কুমাৰ তাৰণ

(৫) "Indian Mother of us all". Chaman Lal

(৬) Imprints of Indian thought and culture abroad– Vivekananda Kendra Patrika.

# একালৰ বিশ্বভাষা সংস্কৃত আজি কিয় তিৰস্কৃত

এনেকুৱা আধুনিক পণ্ডিতো আছে যিসকলে এইটো প্ৰমাণ কৰিবলৈ প্ৰয়াস কৰে যে সংস্কৃত কোনো কালেই ভাৰতৰ কথা বতৰাৰ ভাষা নাছিল। এই সম্পৰ্কে প্ৰতিবাদ কৰি শ্ৰীপুৰুষোত্তম নাদেশ ওকে 'ভাৰতীয় ইতিহাসৰ কেইটামান ভয়ানক ভুল' (Some Blunders of Indian Historical Research) গ্ৰন্থত কিছুমান অকাট্য প্ৰমাণ দাঙি ধৰিছে। ভাৰতৰ সকলোবোৰ পুৰণি সাহিত্য একমাত্ৰ সংস্কৃত ভাষাতহে ৰচনা কৰা হৈছে। এই কথাই প্ৰমাণ কৰে যে একমাত্ৰ সংস্কৃত ভাষাহে ভাৰতত কোৱা হৈছিল আৰু সকলোৱে সহজতে বুজিছিল।

সাহিত্যৰ বাহিৰেও সকলো অনুশাসন, আদেশ, নিষেধাজ্ঞা, অধ্যাদেশ বাদ-বিবাদ, সভা-সমিতি প্ৰতিযোগিতা আদি সংস্কৃত ভাষাতে হৈছিল। পাঠ্যপুথিসমূহ সংস্কৃত ভাষাত হোৱা বাবে শিক্ষাও সংস্কৃত ভাষাতে দিয়া হৈছিল। বিজ্ঞান আৰু কলাৰ অঙ্গৰ গ্ৰন্থসমূহ ৰচনা কৰা হৈছিল সংস্কৃত ভাষাতেই। জ্যোতিষ, জ্যোতিৰ্বিজ্ঞান, ঔষধ, মনোবিজ্ঞান, ন্যায়শাস্ত্ৰ, প্ৰাণীবিদ্যা, ইতিহাস, ভূগোল, চিত্ৰকলা, শিল্পকলা স্থাপত্যবিদ্যাল, পৰিসংখ্যা, গণিত আদি সকলো বিষয়ৰ শিক্ষা দিয়া হৈছিল সংস্কৃত ভাষাৰ মাধ্যমত।

সেইদৰে নৃত্য, গীত আদি মনোৰঞ্জন কাৰ্য্যক্ৰম আৰু জন্ম মৃত্যু বিবাহ, গৃহ প্ৰবেশ আদি সকলো ধৰ্ম্মানুষ্ঠান সংস্কৃত ভাষাতেই হৈছিল। ইমানবোৰ অকাট্য আৰু শক্তিশালী প্ৰমাণ থকা সত্ত্বেও কোৱা হয় যে সংস্কৃত কেতিয়াও ভাৰতৰ কথা-বতৰাৰ ভাষা নাছিল।

যি স্থলত লোকে সংস্কৃত ভাষা ভাৰতৰে কথা-বতৰাৰ ভাষা আছিল বুলি ক'লে হাঁহি উৰুৱাই দিয়ে, তেনে স্থলত সংস্কৃত বিশ্বভাষা আছিল বুলি ক'লেতো উপহাস কৰিবই। কিন্তু পুৰুষোত্তম নাগেশওকে উক্ত গ্ৰন্থত তাৰো প্ৰমাণ দাঙি ধৰিছে—

১৮শ, ১৯শ, আৰু ২০শ শতাব্দীৰ আগভাগত ইংৰাজৰ ৰাজ্য পৃথিৱীৰ এক বিৰাট ভুখণ্ড বিয়পি আছিল। ফলত কানাডা, ভাৰত, চীন, অষ্ট্ৰেলিয়া, আফ্ৰিকা আৰু অন্যান্য দেশত ব্যাপকভাৱে ইংৰাজী ভাষাৰ প্ৰচলন হ'বলৈ ধৰে।

সেইদৰে ওলন্দাজ, ফ্ৰান্স, পর্ত্তুগাল আদিয়েও অধিকৃত ভু-ভাগ সমূহত তেওঁবিলাকৰ ভাষা প্ৰচলন কৰিছিল।

কোনো এখন বেলেগ দেশত নিজৰ ভাষা বিস্তাৰৰ পূৰ্ব্ব-স্তৰ হ'ল তাৰ ওপৰত সৈনিক বিজয়। মহাভাৰত আৰু পুৰাণসমূহত ভাৰতৰ দিগ্-বিজয়ৰ বহুতো উদাহৰণ পোৱা যায়। এইবোৰৰ পৰিণাম স্বৰূপে পৃথিৱীৰ এক বিশাল অঞ্চলত সংস্কৃত ভাষা প্ৰচলিত হৈছিল।

পৃথিৱীৰ যিবোৰ অঞ্চলত ইংৰাজীৰ প্ৰভাৱ বিস্তৃত হৈছিল, সেইবোৰ দেশত 'লেণ্ড' শব্দৰ প্ৰয়োগ আমি দেখিবলৈ পাওঁ। যেনে— আইচলেণ্ড, গ্ৰীনলেণ্ড, বুফানালেণ্ড, চোমালীলেণ্ড, নিউজিলেণ্ড আদি। সেইদৰে প্ৰায় গোটেই বিশ্বতে এদিন সংস্কৃত ভাষাৰ প্ৰভাৱ পৰিছিল। সংস্কৃতৰ স্থান শব্দেৰে নিষ্পন্ন বেলুচি স্থান, আভগানিস্থান, তুগৰস্থান, (এতিয়াৰ তুৰ্কীস্থান), অৰ্ধাৱস্থান (এতিয়াৰ আৰৱ) আদিয়ে সেই কথাৰে প্ৰমাণ দিয়ে।

ইৰনম্ (এতিয়াৰ ইৰান) আৰু ইৰাক শব্দ জ্বল বাচক সংস্কৃত শব্দ 'ইয়াৰ' পৰা নিষ্পন্ন হৈছে। 'ইৰনম্' শব্দৰ অৰ্থ হ'ল লুনীয়া, জলহীন স্থান। বল্খ হ'ল সংস্কৃত বাহলাক শব্দৰ অপভ্ৰংশ। কান্দাহাৰ (কান্ধাৰ)ৰ মূল সংস্কৃত গান্ধাৰ। গ্ৰীক সংস্কৃত গান্ধাৰ।

গ্ৰীক ভাষাৰ 'ডেওডোৰস' আৰু 'থেওডোৰা' হ'ল সংস্কৃতৰ দেবশ্বৰ (মন্দিৰৰ দুৱাৰ) শব্দ মেডিটেৰিনিয়ান হ'ল মধাধৰা (পৃথিৱীৰ মাজভাগ)। মধাৰ পৰা মেডি, ধৰাৰ পৰা টেৰা।

আজিৰ বল্খ অঞ্চলত থকা 'নও ৰহাৰ' আন একো নহয়। সংস্কৃতৰ 'নৱ-বিহাৰ'। ইৰানত এতিয়াও আছে নিশাপুৰ। অৱিকৃত সংস্কৃত শব্দ। আধুনিক 'পাৰ-সিয়া'ৰ মূল সংস্কৃত হ'ল 'পাৰসিক'।

ইছলামৰ ধৰ্ম্মমূলক বেছিভাগ শব্দই সংস্কৃত মূলক। অল্লা (খল্ল) শব্দ সংস্কৃতৰ দেৱী শব্দৰ পৰ্যায়-বাচক। অল্লোপৰিষদ নামেৰে এখন উপনিষদো আছে। 'য়া আল্লা (বা ইয়া আল্লা) সম্পূৰ্ণৰূপে সংস্কৃত শব্দ। এই কথা 'য়া কুন্দেন্দুতুষাৰধৱলা'ৰে আৰম্ভ কৰা সৰস্বতী বন্দনাত স্পষ্ট।

লেটিন আৰু পাৰ্চীভাষা সংস্কৃতৰে অপভ্ৰংশ। ফ্ৰেন্স আৰু ইংৰাজী ভাষা সংস্কৃত শব্দ, ধাতু আদিৰে পৰিপূৰ্ণ। ডেণ্ট্ৰিষ্ট্ৰী কেমিষ্ট্ৰী আদি শব্দৰ 'স্ত্ৰী' শাস্ত্ৰ শব্দৰ পৰা লোৱা। সংস্কৃত দন্ত শব্দৰ পৰা ইংৰাজীৰ ডেণ্টেল, ডেণ্টিছ, ডেণ্টিষ্ট্ৰী তথা মৃ (মম) ধাতুৰ পৰা মৰ্টল, মৰ্গ, পোষ্টমৰ্টম আদি নিস্পৃহ হৈছে।

পৰিধানৰ ৱেচ্চৰ (ৱেষ্টৰ) বস্ত্ৰ শব্দৰ অপভ্ৰংশ। উঃ (দ্বাৰ), নেম (নাম) শব্দ সংস্কৃত। দ্বিৰ পৰা টু। থ্ৰি হ'ল ত্ৰি। তাৰ পৰা ইংৰাজীৰ ট্ৰাইকা, ট্ৰিপাৰ টাইটি, ট্ৰিপোর্ট আদি।

ফ'ৰ (চত্বাৰ) ফাইভ (পঞ্চ)ৰ পৰা আমি পেণ্টাগন পেণ্টিকোষ্টল আদি আৰু চিক্স (ষট) চেভেন (সপ্ত), এইট (অষ্ট), নাইন (নৱ) টেন (দশ) অতি পৰা ডেচিমেল ডিকেড আদি শব্দ পাওঁহঁক।

গোণ শব্দ হ'ল সংস্কৃতৰ কোন। 'ক্রিস মাস' হ'ল খ্রীষ্টৰ মাস (মাহ) ওৰি বুজোৱা পদ শব্দৰ পৰা বাইপদ, চেণ্টোপদ, ট্ৰাইপদ।

পদেষ্ট্ৰিয়ান শব্দ সংস্কৃতৰ 'পদচন' শব্দ (পদেন চৰতি ইতি পদচৰঃ) ওজন বুজোৱা 'ভাব' শব্দৰ পৰা লেটিনত হৈছে 'বৰস্'। তাৰ পৰা বেৰোমিটাৰ, বেৰিস্কিয়েৰ আদি।

পশ্চিম এচিয়াত ভাৰতৰ ক্ষত্ৰিয় ৰজাসকলে শাসন কৰাৰ তথ্যপাতি ইৰাণৰ তৎকালীন শাসক বৰমকসকল তথা এতিয়াৰ শাসক পহলৱীসকলৰ পৈত্ৰিক পৰম্পৰা অনুসন্ধান কৰিলে প্ৰমাণ কৰিব পৰা যাব। ৰামায়ণ আৰু মহাভাৰতত পহলৱীসকলক ভাৰতীয় কুল (বংশ) স্বৰূপে উল্লেখ কৰা হৈছে। বৰমক অৰ্থাৎ সংস্কৃতৰ বাৰমক (বল্খচ 'নৱ বিহাৰৰ' প্ৰধান পুৰোহিত)সকলে ইংৰাজত ৰাজ্য শাসন কৰিছিল।

ৰুচ ভাষাত প্ৰচুৰ সংস্কৃত শব্দ আছে। মহাপণ্ডিত ৰাহুল সাকৃত্যায়নে এঠাইত কৈছে যে ৰুচ ভাষাই হৈছে পৃথিৱীত সংস্কৃতৰ অতি নিকটতম ভাষা। ৰুচ ভাষাত পিতা, মাতা ভ্ৰাতাক কোৱা হয় পিতৱ মাতাৱ ব্ৰাতৰ বুলি। ধূম (ধোঁৱা)ক বোলে ধুম। অগ্নিক অগ্নি। দিতিচতেহঁৰে মানে সংস্কৃতৰ দ্বিত্ৰিচত্বাৰি (২৩৪)। চাইবেৰিয়া হ'ল শিৱিৰ দেশ। তাৰ অধিবাসীসকলে এতিয়াও নিজক শিৰিচ বুলিয়েই পৰিচয় দিয়ে।

ৰাচিয়া আৰু মঙ্গোলিয়াৰ খনন কাৰ্য্যত বহুতো বিহাৰ (সাংস্কৃতিক আৰু ধাৰ্মিক কেন্দ্ৰ) আৱিষ্কাৰ হৈছে। এছিয়া, ইউৰোপৰ বিস্তৃত অঞ্চলত পোৱা গৈছে সংস্কৃত লিপি আৰু অগ্নি মন্দিৰ। এইবোৰে এই কথাকে প্ৰমাণ কৰে যে ভাৰতীয়সকলে এই সকলো ঠাইতে ৰাজত্ব কৰিছিল। এইবাবেই সংস্কৃত ভাষা, ৰীতি-নীতি তথা সংস্কৃতি ব্যাপকভাৱে প্ৰচাৰ হৈছিল।

যিহেতু বেদ স্মৰণাতীত আৰু সংস্কৃত ভাষা কেৱল ভাৰতৰহে পৰম্পৰা গতিকে প্ৰাচীনতম ভাষা (সংস্কৃত) আৰু বৈদিক) সংস্কৃতি ভাৰতীয়হে। সীৰিয়ান আৰু অসীৰিয়ান শব্দ সংস্কৃতৰ সুৰ আৰু অসুৰৰ পৰা নিস্পন্ন। গ্ৰীকসকলে উকাৰৰ কাম ইকাৰৰ দ্বাৰাই চলায়। আফ্ৰিকাত দুখন ৰাজ্য আছে নাম মালী আৰু সুমালী। এই দুই নামৰ উল্লেখ ৰামায়ণত আছে।

ওপৰৰ উদাহৰণবোৰে এই কথা প্ৰমাণ কৰি দেখুৱাইছে যে সংস্কৃত ভাষা কেৱল ভাৰতৰে ভাষা নাছিল, বৰং প্ৰায় গোটেই পৃথিৱীতে সি কথা বতৰাৰ ভাষা

আছিল। ইয়েই পৃথিৱীৰ বেছিভাগ ভাষাৰে মূল শ্ৰোত। সংস্কৃতে পৃথিৱীৰ অন্য ভাষাকো সমৃদ্ধ কৰিছে।

কিন্তু দুৰ্ভাগ্যৰ কথা বিশ্ব ইতিহাসত সংস্কৃতৰ এই প্ৰকৃত স্বৰূপৰ কথা কৌশলেৰে বিস্মৃতিৰ গৰ্ভত বিলীন কৰি দিয়া হৈছে। আজি সংস্কৃতক ভাৰত বা বিশ্বৰ কথা-বতৰাৰ ভাষা স্বৰূপে দেখিবলৈ পোৱাত চিন্তা কৰাটো দূৰৈৰ কথা, আমাৰ শিক্ষানুষ্ঠানসমূহত তাক বাধ্যতামূলকভাৱে শিকোৱাত নিষ্ঠা আৰু সাহসকণো হেৰাই গৈছে।

বাৰবছৰীয়া পাঠ্যক্ৰমত ইয়াক বাধ্যতামূলকভাৱে (তাকো ৫০ নম্বৰৰ বাবে) শিকাবলৈ ধৰা হৈছিল। পিচত অসমৰ কেইবাঠাইতো সভা-সমিতি পাতি ইয়াৰ বিৰোধিতা কৰা হ'ল। এজনে অসম বিধানসভাৰ মজিয়াতো তৰ্জ্জন গৰ্জ্জন কৰি দপদপাই দিলে। ফলস্বৰূপে ওপৰোক্ত আঁচনি পৰিত্যাগ কৰা হ'ল। অৱশ্যে একেবাৰে নহয়। বাধ্যতামূলকভাৱে পঢ়িবলৈ ইচ্ছা কৰাসকলে পঢ়িবও পাৰে। এনে বেমেজালিত নপঢ়িবলৈ দুই এখন স্কুলে বাধ্যতামূলক সংস্কৃত একেবাৰে তুলি দিয়াৰ কথা আমি ব্যক্তিগত অভিজ্ঞতাৰ পৰা জানোঁ। স্বাধীন ভাৰতৰ নাগৰিকসকলে এদিন বিশ্বভাষা সংস্কৃতৰ বৰ্তমানৰ এই পুতৌলগা অৱস্থাটোৰ কথা চিন্তা কৰক।

সংস্কৃত ভাষা সাহিত্যৰ কেৱল ধৰ্মানুষ্ঠানৰ লগতে সম্পৰ্ক নাই। ইয়াত সমগ্ৰ মানৱ জাতিৰ শান্তি আৰু পৰম কল্যাণৰ তত্ত্ব নিহিত হৈ আছে। গতিকে ইয়াক কেৱল হিন্দুসকলৰ ধৰ্ম্মানুষ্ঠানৰ ভাষা বুলি আদৰ নকৰাটো চৰম অজ্ঞতা আৰু মুৰ্খামিৰ পৰিচায়ক মাত্ৰ।

# সৌৰ কৃষ্টি আৰু
# সৌৰ ব্ৰাহ্মণসকলৰ বিশ্ব পৰিক্ৰমা

অসম তথা ভাৰতত সু-প্ৰাচীন কালৰ পৰা সূৰ্যপূজা প্ৰচলিত আৰু সূৰ্য্য মন্দিৰ বিৰাজমান। তথাপি এই প্ৰবন্ধত আমি অসম তথা ভাৰতবৰ্ষৰ সূৰ্য্য পূজা, সূৰ্য্য মন্দিৰ আদিৰ বিষয়ে আলোচনা কৰিব খোজা নাই। প্ৰাচীন কালত যে বিশ্বৰ বিভিন্ন মহাদেশত সূৰ্য্য-উপাসনা প্ৰচলিত আছিল, সেই সম্পৰ্কেহে আলোচনা কৰিবলৈ আগবঢ়া হৈছে। তাৰ আগতে এইটো কৈ লোৱা ভাল হ'ব যে, প্ৰগৈতিহাসিক কালত ভাৰতৰ চক্ৰৱৰ্ত্তী ৰজাসকলে সসাগৰা পৃথিৱী শাসন কৰিছিল আৰু ঋষি-মুনিসকলে বৈদিক সংস্কৃতি প্ৰচাৰ কৰিছিল। ঐতিহাসিক কালত ভাৰতৰ পৰা বাহিৰলৈ গৈ যিসকলে বিশ্ববিয়পা কীৰ্তি আৰ্জিছিল, সেইসকলৰ ভিতৰত পোন প্ৰথমে নাম লব লাগিব, দাক্ষিণাত্যৰ সূৰ্য্য উপাসক আয়াৰ ব্ৰহ্মাণসকলৰ। দক্ষিণ আমেৰিকাৰ পেৰু দেশত প্ৰথম পদাৰ্পণ কৰা ভাৰতীয় আছিল, আয়াৰ ব্ৰাহ্মণসকল। পেৰুৰ এইলোকসকলক 'ইন্‌কা' বুলি কোৱা হয়। দক্ষিণ ভাৰতৰ আয়াৰসকলে নিজক এতিয়াও ইন্‌কা বুলিয়েই পৰিচয় দিয়ে।

## বিশাল ইন্‌কা সাম্ৰাজ্য

এই ইন্‌কাসকলে পেৰু, গুৱাটেমালা (গৌতমালয়) আৰু বলি ৱিয়াৰ বিস্তৃত অঞ্চলত প্ৰায় ৬০০ শ ক্ৰোশ (১ ক্ৰোশত দুমাইল) দীঘল আৰু ৫০০শ ক্ৰোশা পুতলৰ বিশাল সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। ৰাজধানীৰ নাম আছিল 'কুশ্‌কো' ৰাজধানীৰ কেন্দ্ৰত আছিল এটা বিশাল ৰাজপ্ৰাসাদ। তদুপৰি এটা বিশাল সূৰ্য্য মন্দিৰ। এই মন্দিৰত সূৰ্য্যৰ প্ৰতীকৰ লগতে চন্দ্ৰ আৰু নক্ষত্ৰ সকলৰো প্ৰতীক স্থাপন কৰা হৈছিল। ইন্‌কাসকলৰ ভাষা আছিল অতি প্ৰাচীন। এই ভাষাটোৰ নাম 'কিজুৱা' নাইবা 'কিস্তুৱা'। এই ভাষাৰ জননী হৈছে দেৱ ভাষা সংস্কৃত। 'কিস্তুৱা' সংস্কৃত 'কেশৱ' শব্দৰ অপভ্ৰংশ।

আজিৰ ইন্‌কা ভাষাটো সংস্কৃত মূলৰ কেইবাশও ৰূপ পোৱা গৈছে। ইন্‌কা সাহিত্য, বিশেষকৈ কাব্যত ৰামায়ণ আৰু মহাভাৰতৰ প্ৰভাৱ স্পষ্টভাৱে পৰিলক্ষিত হয়। ৰাম-সীতা উৎসৱ তেওঁলোকৰ জনপ্ৰিয় সমাৰোহ। 'অষ্টেক'সকলৰ দৰে এওঁলোকেও ৰামলীলাৰ অনুষ্ঠান কৰে।

## স্পেনিশসকলৰ বিস্বাসঘাতকতা

স্মেনিশসকল যেতিয়া আমেৰিকাত উপস্থিত হয়গৈ, তেতিয়া তাত আৱাৰ ইন্‌কা সম্ৰাট আছিল অত হুল্প (আতা হুৱাল্পা)। স্পেনিশ প্ৰতিনিধিসকলে ৰজাক লগ পাবলৈ আৰু একেলগে খাবলৈ আমন্ত্ৰণ জনালে। সম্ৰাটে লগত এমুঠিমান সৈন্য লৈ পাল্‌কিত উঠি স্পেনিশ আমন্ত্ৰণ ৰক্ষা কৰিবলৈ গ'ল। কিন্তু স্পেনিশসকলে বিশ্বাসঘাটকতা কৰি সম্ৰাটক সসৈন্যে বধ কৰি ৰাজধানীত প্ৰবেশ কৰিলে। তাৰ আগতে বাটত যাকে পালে তাকে নিষ্ঠুৰভাৱে হত্যা কৰিলে। প্ৰকাণ্ড প্ৰকাণ্ড অট্টালিকাত অগ্নিসংযোগ কৰিলে। সূৰ্য্য মন্দিৰৰ অপাৰ স্বৰ্ণ বৈভৱ দেখি তাৰ ওপৰত সিহঁত জঁপিয়াই পৰিল। ৰাজধানীত থকা কেইবাহাজাৰো অমূল্য গ্ৰন্থ জুই লগাই ছাইত পৰিণত কৰিলে।

## সূৰ্য উপাসক ময়সকল

আমাৰ শাস্ত্ৰসমূহত আমেৰিকাক পাতাল দেশ বুলি কোৱা হৈছে। এই পাতালৰ সুতলপুৰী (বলিৱিয়া) লৈকে দৈত্যৰাজ বলিক বিতাৰণ কৰা হৈছিল। ভাগৱতত এই কথাৰ উল্লেখ আছে আৰু উল্লেখ আছে, অতলপুৰী ময়দানৱৰ পুত্ৰ 'মহাবলৰ' নিৱাস। আমেৰিকাৰ মেক্সিকোৰ প্ৰাচীন সংস্কৃতিক 'ময়' সংস্কৃতি বুলি কোৱা হয়। বহুতে এই ময়সকলক 'মায়া' বুলি কয়। সেইটো ভুল। ৰোমান লিপিত 'ময়' শব্দটো Maya বুলি লিখোঁতে উচ্চাৰণত এই ভুলটো হৈছে। ময়সকল উৎকৃষ্ঠ শিল্পী, স্থাপত্যবিদ্ আৰু কলা নিপুণ আছিল। পাণ্ডৱসকলৰ ইন্দ্ৰপ্ৰস্থ নগৰ পাতালৰ ময়দানৱেই নিৰ্মাণ কৰিছিল। মেক্সিকোত চলোৱা খনন কাৰ্য্যত বহুতো প্ৰাচীন নগৰ, মন্দিৰ আৰু উৎকৃষ্ট পথসমূহ আৱিষ্কৃত হৈছে। ময় দেশৰ দেৱতা আছিল সূৰ্য্য। সূৰ্য্য-উপাসনা তেওঁলোকৰ জীৱনৰ অংগ আছিল। সূৰ্য্যৰ লগে-লগে নাগ, কল্পবৃক্ষ আৰু চন্দ্ৰ আদি দেৱতাৰো উপাসনা প্ৰচলিত আছিল। প্ৰাচীন মন্দিৰৰ শিল্প-কলাই ভাৰতীয় পৰম্পৰালৈ মনত পেলাই দিয়ে। মন্দিৰসমূহত কমল আৰু স্বস্তিক চিহ্ন অংকিত। সমৃদ্ধ গ্ৰন্থাগাৰ আছিল মেক্সিকোৰ নগৰসমূহত। ষোড়শ বিক্ৰম শতিকাত তাত বৰ্বৰ স্পেনিশসকলৰ আক্ৰমণ আৰম্ভ হ'ল। তেওঁলোকৰ পাছে পাছে আহিল খ্ৰীষ্টিয়ান মিছনাৰীসকল। তেওঁলোকে ইয়াতো গ্ৰন্থাগাৰসমূহৰ হাজাৰ হাজাৰ গ্ৰন্থ পুৰি ভস্মীভূত কৰিলে।

## মনুৰ পৰা মিশ্ৰ বংশ

জাপান, ৰাশিয়া, ইংলেণ্ড আদি দেশৰ দৰে মিশৰতো সূৰ্য্য পূজা প্ৰচলিত আছিল। প্ৰাচীন মিশৰবাসীয়ে তেওঁলোকৰ বংশৰ আৰম্ভণি বৈবশ্বত মনুৰ পৰা বুলি গন্য কৰিছিল— "The Priest told Herodous that there had been 241 generations in both of king and high priests from Manus (মনু) to sethos and this he call culture at 11,340 years" (The Ancient History of East by Philips amith P 59) অৰ্থাৎ মনুৰ পৰা চেথোজপৰ্যন্ত ৰজা আৰু পুৰোহিতৰ ৩৪১ পুৰুষ আৰু ১১,৩৪০ বছৰ অতীত হৈছে। ভাৰতীয় কাল গণনা অনুসৰি মনুৰো প্ৰায় এইটোৱে সময়। পৰৱৰ্তী কালৰ বহুতো মিশৰ নৃপতিৰ নাম আছিল সংস্কৃত ভাষাৰ যেনে— ঔশনিৰ, শিৱি ইত্যাদি।

## আমাৰ সূৰুয- মিছৰৰ হুৰুছ

যযাতিৰ কনিষ্ঠ পুত্ৰ অণুৰ বংশটো আনৱ বংশ বুলি গন্য হয়। এইসকলে পশ্চিম ভাৰতৰ কেকয়, শিৱি, সৌৱীৰ আদিৰ উপৰিও য়ুৰোপ আৰু আফ্ৰিকাৰ বহুত দেশত ৰাজ্য প্ৰতিষ্ঠা কৰে। গতিকে মিছৰত আৰ্য্যবৈদিক সংস্কৃতিৰ প্ৰভাৱ স্বাভাৱিক ভাবেই পৰিছিল। তাত বৈদিক দেৱতাসকল পূজিত হৈছিল। মিছৰৰ মানুহে সূৰ্য্যক 'হুৰুছ' (Horus) বোলা কথাই তাৰ প্ৰমাণ। (সূৰ্য্য— সুৰুজ-হুৰুস বা হুৰুছ। তেওঁলোকে অৰিচিছ (Orisis) আৰু ঈচীছ (Isis) দেৱতাক পূজা কৰে। এয়া বৈদিক দেৱতা ঈশ্বৰ আৰু ঈশীৰ বাহিৰে আন কোনো নহয়। হিন্দু পুৰাণ সমূহত বৰ্তমানৰ ইজিপ্তক মিশ্ৰ দেশ (মিশ্ৰিত মানুহৰ দেশ) বুলি কোৱা হৈছে। প্ৰাচীন মিশৰৰ বৰ্ণ ব্যৱস্থা ভাৰতৰ হিন্দুসকলৰ বৰ্ণ ব্যৱস্থাৰ অনুৰূপ আছিল। (Vision of India · P.P. 181-182 By Sisir Kumar Mitra.)

## ইংলণ্ডতো সূৰ্য্য পূজাৰ সন্ধান

ইংলণ্ডতো ভাৰতীয় ক্ষত্ৰিয়সকলে ৰাজত্ব কৰিছিল, তাৰ চিন-মোকাম এতিয়াও নাইকিয়া কৰিব পৰা হোৱা নাই। ইংৰাজী ভাষাৰ উৎপত্তি হৈছে সংস্কৃত ভাষাৰ পৰা। অকল ইংৰাজীৰেই নহয়, য়ুৰোপৰ সকলো ভাষাৰ জননী হৈছে সংস্কৃত ভাষা। আমেৰিকাৰ উইল ডুৰাণ্টে কৈছে 'India was the mother of us all the Sanskrit the mother of Euripes Language...' ইংলণ্ডৰ ধৰ্ম-সংস্কৃতিত হিন্দু সংস্কৃতিৰ প্ৰভাৱ বিদ্যমান। ইংলণ্ডৰ প্ৰধান গীৰ্জা কেথেড্ৰেলৰ বেদীত আজিও 'ওঁ' (OMNESS) লিখাই আছে। তাত আজিলৈকে ৰজাসকলৰ অভিষেক এচটা শিৱ-প্ৰস্তৰৰ ওপৰত সম্পন্ন কৰা হয়। দ্বিতীয় মহাযুদ্ধৰ পাছত ইংলণ্ডত খননকাৰ্য্য চলাওঁতে এটা বিশাল ভৱনৰ তলত এটা মিত্ৰদেৱতাৰ মূৰ্ত্তি পোৱা গৈছিল। সেই দেশত অগ্নিপূজাৰো প্ৰচলন আছিল।

## ষ্টেনহোঞ্জত গায়ত্ৰী মন্ত্ৰ

খ্ৰীষ্টিয়ান হোৱাৰ আগতে ইংলণ্ডৰ মন্দিৰসমূহত ৱেদগান কৰা হৈছিল। ইংৰাজী Salm (সাম) শব্দৰ দ্বাৰা সেইটো প্ৰমাণিত হয়; এতিয়াও গীৰ্জাসমূহত সাম (Salm) গোৱা হয়; কিন্তু সাম (ৱেদ)ৰ তাত নামটোহে অৱশেষ আছে। বাইবেলত ডেৱিড নামৰ এজনক ভালেমান সাম (গীত)ৰ ৰচয়িতা বুলি কোৱা হৈছে। এই ডেৱিডৰ সম্পৰ্ক আছে ভাৰতৰ দ্ৰাৱিড় (পুৰোহিত)ৰ লগত। দ্ৰাৱিড়সকলে ৱৈদিক মন্ত্ৰসমূহ সম্পাদনা কৰিছিল আৰু গাইছিল। এই দ্ৰাৱিড়সকল আধুনিক ব্ৰিটেনত দ্ৰইড্‌ছ বা ড্ৰইড্‌ছ নামে আজিও বিদ্যমান। এওঁলোকে ভাৰতৰ ড্ৰাৱিড়সকলৰ দৰে আজিও সূৰ্য্য উপাসনা কৰে। এওঁলোকৰ গীত সংস্কৃত ভাষাৰ পৱিত্ৰ গায়ত্ৰী মন্ত্ৰৰ হুবহু (ইংৰাজী) অনুবাদ। ড্ৰাইডাছসকল ইংলণ্ডত প্ৰাচীন হিন্দুধৰ্মৰ অনুযায়ী এওঁলোকে ষ্টেনহোঞ্জ মন্দিৰত ২২ জুনৰ দিনা গায়ত্ৰী মন্ত্ৰ পাঠ কৰে। (বিশ্ব ইতিহাসত বিলুপ্ত অধ্যায় ঃ পুৰুষোত্তম নাগেশওক। পৃষ্ঠা ২০১)। উল্লেখযোগ্য যে দ্ৰাৱিড়সকলক পাশ্চাত্য পণ্ডিতসকলেহে অনাৰ্য বুলি প্ৰচাৰ কৰিছে।

## আৰ্য্যভূমি আয়াৰলেণ্ডত

আয়াৰলেণ্ড=আৰ্যভূমি। ইয়াৰ নামটোৱেই প্ৰমাণ কৰে যে ইয়াত ভাৰতীয় আৰ্যসকলে ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। আয়াৰলেণ্ডৰ কিম্বদন্তীসমূহৰ পৰা তেওঁলোক ভাৰতৰ পৰা যোৱা কথাটো প্ৰমাণিত হয়। আয়াৰলেণ্ডৰ চৰকাৰী নাম ইৰিণ (Irin)। ই আৰ্য্যান (Aryan) শব্দৰ পৰা ব্যুৎপন্ন। আইৰিশ কিম্বদন্তীসমূহ ভাৰত আৰু ইৰাণৰ সৈতে একে। আইৰিশ আৰু ভাৰতৰ হিন্দুসকলৰ ৰীতি-নীতি আৰু বিধি প্ৰথাৰ অদ্ভুত সাদৃশ্য আছে। তাত আগতে আমাৰ দেশৰ গোপাষ্টমীৰ দৰে গো-পূজা উৎসৱ পালন কৰা হৈছিল। তেওঁলোকে 'কুইশা' (কুশ) বনক অতি পৱিত্ৰ জ্ঞান কৰিছিল। মাঙ্গলিক কাৰ্য্যত লগাবৰ কাৰণে ইয়াৰে পানী পৱিত্ৰ কৰিছিল। কিম্বদন্তীসমূহত সৰ্পনৃত্যৰ উপৰিও শ্ৰীকৃষ্ণৰ কালীয় দমন নৃত্যৰ কথা পোৱা যায়। ভাৰতৰ ব্ৰহ্মা, বিষ্ণু, শিৱৰ দৰে আইৰিশ ড্ৰাইড্‌ছ (ড্ৰইডছ) সকলৰো বাল, বুধ আৰু ক্লিৱেন এই ত্ৰিমূৰ্ত্তি আছিল। তেওঁলোকে মে উৎসৱক বুধ আৰু বাল অগ্নিৰ দিৱস বুলি কৈছিল।

## আয়াৰলেণ্ডত অগ্নিপূজা

আইৰিশসকলেও হিন্দু আৰু পাৰ্চীসকলৰ দৰে অগ্নি আৰু জলক অতি পৱিত্ৰ জ্ঞান কৰিছিল। বিশেষ সকামবোৰত আইৰিশ যুৱকসকলে জুইৰ শিখাৰ মাজেদি পাৰ হৈ গৈছিল আৰু গৰু-গাইবোৰকো তপত আঙঠাৰ ওপৰেদি খেদি লৈ গৈছিল। অগ্নিক তেওঁলোকে অদৃশ্য ঈশ্বৰৰ দৃশ্যমান প্ৰতীক বুলি গণ্য কৰিছিল। ভাৰত আৰু ইৰাণৰ পুৰোহিতসকলৰ দৰে আয়াৰলেণ্ডৰ ড্ৰাইড্‌ছ পুৰোহিত সকলৰো ই সম্পদৰ

উৎস আছিল। বাল মহোৎসৱৰ দিনা প্ৰতি মানুহেই পুৰোহিতসকলৰ পৰা অগ্নিক্ৰয় কৰাটো বাধ্যতামূলক আছিল। এজনে আনজনক জুই দিয়াটো পাপ বুলি গন্য কৰা হৈছিল। আয়াৰলেণ্ডত আজিও এই পুৰণি প্ৰথা পালন কৰা হয়। শোচনীয় পৰিণতিৰ ভয়ত মে' দিৱসৰ দিনা কাকো জুই বা গাখীৰ দিয়া নহয়। সুৰ্য্যোপাসক ড্ৰুইড্ বা ড্ৰুইড্ছসকল য'ত থাকিব, ত'ত সূৰ্য্যপূজা প্ৰচলিত নহ'ব বা সূৰ্য্যমন্দিৰ নাথাকিব, এনেকথা অকল্পনীয়। প্ৰাচীন গলদেশতো এওঁলোকৰ অস্তিত্ব আছে।

## ৰাশিয়াত সূৰ্য্যপূজাৰ পৰম্পৰা

ৰুশ দেশ হৈছে ঋক্ষ দেশ। ঋক্ষ হৈছে ভালুক। ৰামায়ণৰ জাম্বৱন্ত এই ৰুশ দেশৰ ৰজা আছিল। সাইবেৰিয়া হৈছে শিৱিৰ শব্দৰ অপভ্ৰংশ। ভাৰতীয় ঋষি-মুনিসকলে তাত শিৱিৰ পাতি বৈদিক সংস্কৃতি প্ৰচাৰ কৰিছিল। তাৰ অধিবাসীসকলে নিজক এতিয়াও শিৱিৰ দেশৰ বুলিয়েই কয়। সাইবেৰিয়াৰ বুলি নকয়। ৰুশ দেশ বৈদিক সভ্যতা আৰু সাংস্কৃতিৰে ওতপ্ৰোত আছিল। খ্ৰীষ্টিয়ান হোৱা সত্ত্বেও তেওঁলোকে প্ৰাচীন সাংস্কৃতিৰ বহু কথা এতিয়াও এৰিব পৰা নাই। আজিৰ পৰা ৮ শতাব্দীৰ আগতে যেতিয়া ৰুশসকল খ্ৰীষ্টিয়ান হোৱা নাছিল, তেতিয়া তেওঁলোক সূৰ্য্য পূজক আছিল। সূৰ্য্যৰ লগত সম্পৰ্ক থকা এটা উৎসৱ তেওঁলোকে এতিয়াও পালন কৰে। এই উৎসৱত ৰুশসকলে মাখনত ভজা 'ব্ৰীনী' বুলি এবিধ পিঠা খায়। এই 'ব্ৰীনী' আটাৰ ৰঙৰ, এনেয়ে ৰঙা তাতে আকৌ মৌ লগাই দিলে আৰু ৰঙা হৈ উঠে। ই হৈছে উদয় কালীন সূৰ্য্যৰ অনুকৰণ। বসন্তকালৰ সূৰ্য্যক উপলক্ষ্য কৰি এই উৎসৱটো প্ৰাচীন ৰুশসকলে পালন কৰিছিল। পূৱ উত্তৰ প্ৰদেশ আৰু বিহাৰত ষট্পূজাৰ 'ঠকুৱা' খোৱাৰ দৰে এই সময়ত ৰাশিয়াত খুব 'ব্ৰীনী' খোৱা হয়। ষট্ পূজাও সূৰ্য্য পূজাৰেই উৎসৱ। এইখিনিতে এটা মন কৰিবলগীয়া কথা কওঁ। যুক্ৰেনীয়সকলে হিন্দুৰ দৰে দীঘল টিকনি ৰাখিছিল। প্ৰথম ৰুশ ৰজা (দশম শতিকা) জনৰো মূৰ খুৰোৱা আছিল আৰু মাজমূৰত আছিল একোছা দীঘল টিকনি।

## সূৰ্য্য আৰু উষাৰ মূৰ্ত্তি

প্ৰাচীন ৰাশিয়াত সূৰ্য্য আৰু উষাৰ মূৰ্ত্তি নিৰ্মাণ কৰা হৈছিল। বেদত উষাক সূৰ্য্যৰ কন্যা বুলি কোৱা হৈছে। প্ৰাচীন কালত ৰাশিয়াত উষাৰ চিত্ৰ অংকিত আৰু মূৰ্ত্তি নিৰ্মিত হৈছিল। সূৰ্য্যকো বাৰটা ঘোঁৰাই টনা এখন সোণালী ৰথত আৰোহণ কৰা দেখুওৱা হৈছিল। পূজা কৰাৰ পাছত সূৰ্য্য মূৰ্ত্তিটো কোনো পৱিত্ৰ নদীত বিসৰ্জন দিয়া হৈছিল। পূৱ য়ুৰোপৰ ডেনিয়ুব, ডোন, ডেনী আৰু ৱল্গা আদি নদীক পৱিত্ৰ জ্ঞান কৰি পূজা কৰা হৈছিল। ৰাশিয়াত ইন্দ্ৰ, ৰুদ্ৰ, নাৰায়ণ আদি দেৱতাও পূজিত হৈছিল।

## ইৰাণত অগ্নি আৰু সূৰ্য্য পূজা

ইৰাণত ইক্ষাকুবংশীয় ৰজাসকলে শাসন কৰিছিল। ফিৰদৌছিয়ে শাহ্নামাত যিসকল ৰজাৰ নাম উল্লেখ কৰিছিল, সেইসকলৰ ভাৰতৰ পুৰাণসমূহত উল্লিখিত ৰজাসকলৰ নামৰ সাদৃশ্য আছে। যেনে— কেৰ ওস্পা (কুৱলাশ্ব), লহৰাস্প (হৰ্য্যশ্ব), গুস্তাস্প (কুশাশ্ব)। সংস্কৃতৰ অশ্ব, পাৰ্চী অস্প। পাৰ্চী ভাষাৰ জমছেদ নাম যমবৈৱস্বতৰ অপভ্ৰংশ। ইৰাণীসকলৰ প্ৰধান দেৱতা আছিল অহুৰো মজ্দা (অসুৰো মহৎ)। লগতে তেওঁলোকে অগ্নি আৰু সূৰ্য্যকো পূজা কৰিছিল। সূৰ্য্যৰ পৰ্যায় বাচী মিত্ৰ শব্দ পাৰ্চীত মিশ্ৰ হৈছে। ইৰাণ শব্দটোও আৰ্য্যান (Aryan) শব্দৰে বিকৃতি।

## জৰথুষ্ট্ৰ মগব্ৰাহ্মণ আছিল

মগসকল শাকদ্বীপী ব্ৰাহ্মণ আছিল। গোলোকেশ্বৰ বৰুৱাই লিখা মতে একালত গোটেই পঞ্জাৱখনেই মদ্ৰ দেশ বা শাকদ্বীপ নামে জনাজাত আছিল। মগ শব্দৰ অৰ্থ হৈছে— ম-আদিত্য, গা-গায়ক। সামগ ছন্দোশ শব্দৰ আৰ্হিত এই শব্দৰ সৃষ্টি। কৈবা বাহুল্য মগসকল সুৰ্য্যোপাসক। এওঁলোক মদ্ৰ দেশৰ পুৰোহিত আছিল। মদ্ৰ দেশেই মিডিয়া। মগী বংশতেই মিডিয়াত জৰথুষ্ট্ৰৰ জন্ম হৈছিল। আদি কালত শ্ৰেষ্ঠ দেৱতাৰ বিশেষণ আছিল অসুৰ। মগ দেশেই মিডিয়া। মগী বংশতেই মিডিয়াত জৰথুষ্ট্ৰৰ জন্ম হৈছিল। আদি কালত শ্ৰেষ্ঠ দেৱতাৰ বিশেষণ আছিল অসুৰ। মগ সকলৰ অসুৰ। মগ দেৱতাই জৰথুষ্ট্ৰীয় (পাৰ্চী) ধৰ্মত অহুৰো মজদা। 'হজৰী প্ৰসাদ দ্বিবেদীয়ে লিখিছে' মগীসকল সমগ্ৰ বিশ্বত তন্ত্ৰ-মন্ত্ৰৰ কাৰণে বিখ্যাত আছিল। অ'ল্ড-টেষ্টামেণ্টত এওঁলোকৰ উল্লেখ আছে। ভাৰত বৰ্ষত এওঁলোক ব্ৰাহ্মণৰ উচ্চ মৰ্যাদাত প্ৰতিষ্ঠিত। এওঁলোকে য'লৈকে গৈছিল, সকলোতে উচ্চ মৰ্যাদা লাভ কৰিছিল।

## সূৰ্য উঠা দেশ জাপানত

প্ৰায় ৪ হাজাৰ সৰু-ডাঙৰ দ্বীপৰ সমষ্টি সূৰ্যোদয়ৰ দেশ জাপান। বহিৰ্বিশ্বই জাপান বুলিলেও তাৰ মানুহে নিজৰ দেশখনৰ নাম 'নিপন' বুলিহে কয়। ইৰাণৰ দৰে ২৬০০ বছৰ প্ৰাচীন জাপানী ৰাজবংশয়ো নিজকে ভাৰতীয়সকলৰ দৰে সূৰ্য্যবংশী বুলি গণ্য কৰে। বৌদ্ধ ধৰ্ম গ্ৰহণ কৰাৰ আগতে জাপান 'শিণ্টো' মতৰ অনুগামী আছিল। এই 'শিণ্টো' হৈছে সিন্ধু শব্দৰ অপভ্ৰংশ। শিণ্টো হৈছে হিন্দু। হিন্দু সংস্কৃতি গ্ৰহণ কৰা বাবেই জাপানৰ শিণ্টো দেৱালয়সমূহত অৰ্ধ নাৰী নটেশ্বৰ অৰ্থাৎ মহাদেৱ, লক্ষ্মী আৰু অন্যান্য হিন্দু দেৱতাসকলে সন্মানজনক স্থান লাভ কৰিছে। প্ৰকৃতি পূজা জাপানীসকলৰ প্ৰিয় কৰ্ম। জাপানত অগ্নি আৰু সূৰ্য্য দেৱতাৰ পূজা প্ৰচলিত আছিল। ৮ম শতাব্দীত তাত বৌদ্ধমতৰ সূত্ৰপাত হয়। তাৰ পাছত জাপানে লাহে লাহে বৌদ্ধ শিণ্টো মতৰ সমন্বয়ত নিজৰ সংস্কৃতি গঢ়ি তুলিলে।

ওঁ সূৰ্য্য আত্মা জগতস্তস্থুষশ্চ।

# হিন্দু চিকিৎসাশাস্ত্ৰ আয়ুৰ্বেদে প্ৰাচীন বিশ্বক সুস্থ কৰি ৰাখিছিল

খ্ৰীষ্টৰ পূৰ্ববৰ্ত্তী য়ুৰোপৰ ইতিহাসৰ বিষয়ে আৰু মহম্মদৰ পূৰ্বৰ আৰবৰ ইতিহাসৰ সম্বন্ধে অতি কম তথ্যহে পোৱা যায়। কিয়নো শাসনাধিষ্ঠ হৈয়েই খ্ৰীষ্টান আৰু মুছলমানসকলে ক্ৰমান্বয়ে নিজ নিজ পূৰ্ববৰ্ত্তী ব্যক্তি (পূৰ্বপুৰুষ)সকলৰ সভ্যতা সমূহ সমূলে ধ্বংস কৰিবলৈ বা সেইবোৰক সম্পূৰ্ণৰূপে তিৰস্কাৰ কৰিবলৈ যথাসাধ্যে চেষ্টা কৰিছিল।

## অতীত সম্পৰ্কে অজ্ঞানতা

খ্ৰীষ্টপূৰ্ব য়ুৰোপীয় জীৱন সম্পৰ্কে কোনোবা পাশ্চাত্য দেশবাসীক আৰু মহম্মদ-পূৰ্ব আৰবৰ পূৰ্বপুৰুষসকলৰ জীৱনৰ বিষয়ে কোনোবা মুছলমান মানুহক সোধক, এই প্ৰশ্নৰ তুৰন্তে এটা উত্তৰকে তেওঁলোকে দিব যে য়ুৰোপ আৰু পশ্চিম এশিয়াত কিছু সংখ্যক মূৰ্তি-পূজক মূৰ্খ মানুহ বাস কৰিছিল, যিবিলাকে শিল, গছ, জলধাৰা (নদী)ৰ পূজা-পাতল কৰিছিল। তেওঁলোকৰ জীৱন কোনো সুপৰিণামদায়ক মহত্বপূৰ্ণ নাছিল— এনেকুৱা আছিল, তেনেকুৱা আছিল ইত্যাদি।

নিজৰ অতীতকালৰ বিষয়ে ঘোৰ অজ্ঞানতাপূৰ্ণ এনেকুৱা ধৃষ্টতা নিৰ্লজ্জতা বিশ্বৰ ইতিহাসকাৰসকলে বহুত দীঘলীয়া কালৰ পৰা চলিবলৈ দি আহিছে। এতিয়া এইকথা এক মুহূৰ্ত্তৰ কাৰণেও সহ্য কৰা উচিত নহয়। কোনো ব্যক্তিয়েই পূৰ্বকালীন ব্যক্তিসকল নগণ্য মূৰ্ত্তি-পূজক মূৰ্খ আছিল বুলি মন্তব্য দি খ্ৰীষ্ট আৰু মহম্মদ-পূৰ্ব মানুহ জাতিৰ ইতিহাস কলংকিত কৰিব নোৱাৰে।

## সৰ্ব প্ৰাচীন হিন্দু সভ্যতা

মানৱ সভ্যতাৰ আদিকালৰ পৰাই শক্তিশালী ৰাষ্ট্ৰ আৰু শক্তিশালী সাম্ৰাজ্য স্থাপিত হৈছে, যিবোৰে পৃথিৱীৰ শোভাস্বৰূপ আৰু যিবোৰ পৃথিৱী শাসন কৰিছে।

পৃথিৱীত মানুহৰ সভ্যতা কোটি কোটি বছৰ পুৰণি আৰু আমি পৃথিৱীত সকলোতকৈ পুৰণি যি সভ্যতাৰ দৰ্শন পাওঁ, সি হৈছে হিন্দুসকলৰ সভ্যতা। সেই হিন্দুসকল 'কৃণ্বন্তো বিশ্বমাৰ্য্যম'ৰ বৈদিক উদ্বোধনৰ দ্বাৰা প্ৰেৰিত হৈ সমগ্ৰ বিশ্বত বিয়পি পৰিছিল। হিন্দুসকলেই সমগ্ৰ পৃথিৱীক দৰ্শনশাস্ত্ৰ, ভূগোল-বিদ্যা, জ্যোতিষ, শিল্প আৰু বস্তুকলা বা অন্যান্য সকলো বিজ্ঞান আৰু কলাৰ শিক্ষা দিছিল।

## সমগ্ৰ বিশ্বত ভাৰতীয় আয়ুৰ্বেদ

বিশ্বৰ প্ৰথম প্ৰশাসক, দাৰ্শনিক, বৈজ্ঞানিক, গণিতজ্ঞ, অন্বেষক আৰু শিক্ষকৰূপে প্ৰাচীন হিন্দুসকল বিশ্বৰ সুদূৰতম অঞ্চলবোৰলৈ নিজৰ লগত তেওঁলোকৰ অদ্বিতীয় চিকিৎসা-পদ্ধতিও লৈ গৈছিল। আয়ুৰ্বেদ নামেৰে জনাজাত তেওঁলোকৰ এই প্ৰাচীন শাস্ত্ৰ বিশ্বৰসকলো অঞ্চলত বিয়পি পৰিছিল। এতিয়াও প্ৰাচীন অৱশিষ্ট চিহ্নবোৰৰ দ্বাৰা প্ৰমাণ কৰিব পাৰি যে প্ৰাচীন চিকিৎসা-পদ্ধতি, আয়ুৰ্বেদৰ অধ্যয়ন আৰু ৰোগ-নিবাৰণৰ অৰ্থে সমগ্ৰ বিশ্বত প্ৰয়োগ হৈছিল।

## আৰবীয় কলা-বিজ্ঞান হিন্দু

এই কথা ব্যাপকৰূপে স্বীকাৰ কৰা হয় যে আৰব নিবাসীসকলে নিজৰ সকলো বিজ্ঞান আৰু কলাৰ জ্ঞান প্ৰাচীন হিন্দুসকলৰ পৰা অৰ্জন কৰিছিল। হিন্দুসকলে আৰৱ লোকসকলক উক্ত অধ্যয়নবোৰৰ লগে লগে চিকিৎসাশাস্ত্ৰৰো শিক্ষা দিছিল। এই তথ্যৰ পুষ্টি হয় হিন্দু আয়ুৰ্বেদৰ লগত তেওঁলোকৰ আৰবী (য়ুনানী) চিকিৎসা পদ্ধতিৰ নিতান্ত সমৰূপতাৰ দ্বাৰা।

আৰবসকলৰ বিষয়ে জনা যায় যে তেওঁলোকে এতিয়াও আয়ুৰ্বেদ গ্ৰন্থৰ প্ৰাচীন ৰূপান্তৰসমূহৰ জ্ঞান অৰ্জন কৰে আৰু সেইবোৰৰে অনুসৰণ কৰে। ৰোগ নিদানৰ আৰবী-পদ্ধতিও সম্পূৰ্ণভাৱে হিন্দু।

## প্ৰাচীন গ্ৰীচতো আয়ুৰ্বেদ

আৰৱসকলে তেওঁলোকৰ চিকিৎসা পদ্ধতিক য়ুনানী বুলি কয়। ইয়াৰ জ্ঞান যে তেওঁলোকে গ্ৰীচৰ পৰা লাভ কৰিছে, এই কথাই তাৰ প্ৰমাণ। কিয়নো গ্ৰীচক তেওঁলোকে য়ুনান বুলি কয়। যিহেতুকে য়ুনানী আৰু আয়ুৰ্বেদ পদ্ধতি একে, গতিকে এইটো স্পষ্ট যে আয়ুৰ্বেদ গ্ৰীচৰ মাধ্যমেদি আৰবত প্ৰৱেশ কৰিছিল। এইটোৱে প্ৰমাণ কৰে যে প্ৰাচীন গ্ৰীচেও আয়ুৰ্বেদ অনুসৰণ কৰিছিল। ইয়াৰ তাৎপৰ্য হৈছে, ভাৰতীয় প্ৰশাসক আৰু চিকিৎসকসকল গ্ৰীচলৈকো গৈছিল।

## আৰৱত ভাৰতীয় শাসন

পয়গম্বৰ মহম্মদ বিষয়ক সংস্মৰণবোৰত লিপিবদ্ধ কৰাই আছে যে যেতিয়া কেতিয়াবা তেওঁৰ পত্নী আয়েশা অসুস্থ হৈ পৰিছিল তেতিয়া তেওঁ ভাৰতীয় চিকিৎসকসকলকহে চিকিৎসা কাৰ্য্যৰ বাবে মতাইছিল। সেই সময়ত আৰবিয়াত ভাৰতীয় বিচাৰ, শিক্ষা আৰু প্ৰশাসনৰ অনুসৰণ কৰা হ'লেহে এইটো সম্ভৱ। আমি এই তথ্যৰ উল্লেখ ব্ৰিটিশ শাসনৰ অধীন ভাৰতৰ বিষয়ে নিজৰ অভিজ্ঞতাৰ আধাৰত কৰোহঁক। যেতিয়া ভাৰত ব্ৰিটিশ শাসনৰ অধীনলৈ আহিল তেতিয়া লাহে লাহে ভাৰতীয় আয়ুৰ্বেদিক চিকিৎসকসকলৰ সন্মান হ্ৰাস পাই আহিবলৈ ধৰিলে, যিস্থলত এলোপেথী অৰ্থাৎ পশ্চিমীয়া চিকিৎসা পদ্ধতিৰ চিকিৎসকসকলক মতাই অনাটোত গৌৰৱ অনুভৱ কৰিবলৈ ধৰিলে। আয়ুৰ্বেদিক চিকিৎসক সকলৰ প্ৰমাণ পত্ৰ বৰ্জন কৰি প্ৰশাসনে পুশ্চিমীয়া চিকিৎসকসকলে দিয়া প্ৰমাণ-পত্ৰহে গ্ৰহণ কৰিবলৈ আৰম্ভ কৰিলে। গতিকে পয়গম্বৰ মহম্মদৰ যুগত আৰবত ভাৰতীয় চিকিৎসকসকলৰ দ্বাৰা ৰোগ চিকিৎসাৰ পৰামৰ্শ দিয়া কথা এনে এক তথ্য যিয়ে প্ৰমাণ কৰে যে তৎকালীন প্ৰশাসন ভাৰতীয় আছিল। কিছুমান লোকে খণ্ডৰ ভমকত এই নিষ্কাৰ্যৰ ঘোৰ তিৰস্কাৰ কৰাৰ সম্ভাৱনা বিদ্যমান। তেওঁলোকৰ বিবেচনাৰ্থে আমি দুটা কথা দাঙি ধৰিম। প্ৰথম কথা হৈছে, প্ৰাচীন ভাৰতীয়সকলে মানুহ আৰু মানুহৰ মাজত দেশ আৰু দেশৰ মাজত কোনো কেতিয়াও কোনো ভেদভাৱ, পাৰ্থক্য নাৰাখিছিল। তেওঁলোকৰ বাবে সমগ্ৰ বিশ্বই সাধাৰণ মানুহৰ ঘৰ আছিল। গতিকে যেতিয়া আমি এই কথা কওঁ যে ভাৰতীয় বিচাৰ আৰু পদ্ধতি আৰবত প্ৰচলিত আৰু ব্যাপ্ত আছিল, সেইস্থলত আমাৰ তাৎপৰ্য্য মাত্ৰ এইখিনিয়ে যে ভাৰতীয় আৰু তত্ত্বদৰ্শীসকলৰ দ্বাৰা বিকশিত আৰু প্ৰচাৰিত দৰ্শন শাস্ত্ৰ, শিক্ষা সম্বন্ধী পদ্ধতি, প্ৰশাসনিক বিধি, সামাজিক গঠন, ঔষধ আদি সেইসময়ৰ আৰবত প্ৰচলিত আছিল। এই উক্তিত কাৰোবাৰ ভয়ানক আঘাত লগা কোনো কথা থাকিব নোৱাৰে। ইয়াৰ বিপৰীতে এই তথ্যৰ লগত সমগ্ৰ মানৱ জাতিৰ ঐক্য ভাৱনা জড়িত হোৱা উচিত। দ্বিতীয় কথাটো হৈছে, ভাৰতীয় প্ৰশাসনিক, সামাজিক আৰু শিক্ষা সম্বন্ধী গঠনৰ গ্ৰহণ, আৰবত ভাৰতীয় আধিপত্য ৰাজনৈতিক নাইবা ৰাজকীয় প্ৰভাৱ দ্যোতক নহৈ ভাৰত আৰু আৰবৰ লগত প্ৰাচীন বিশ্বৰ বাকী অংশৰ মাজত সাধাৰণ নাগৰিকতাৰ পৰিচায়ক।

## সাইবেৰিয়াত আয়ুৰ্বেদৰ প্ৰচলন

ভাৰতীয় চিকিৎসা পদ্ধতিৰ চিহ্ন গ্ৰীচ্ আৰু আৰবত প্ৰত্যক্ষ কৰাৰ পিছতে আহক, আমি প্ৰাচীন বিশ্বৰ অন্যান্য অঞ্চলতো বিচাৰ খোছাৰ কৰোঁহঁক। ৰাশিয়াৰ বিশাল এশীয়া ভাগ 'সাইবেৰিয়াৰ' উদাহৰণ লোৱা হওক। এক বিশাল আৰু অশৰণ্য (অনুপযোগী) জল-বায়ু যুক্ত তুলনামূলকভাৱে নিৰ্জন স্থান হোৱা বাবে সাইবেৰিয়াৰ

প্ৰাচীন ভাৰতীয় পৰম্পৰা তুলনামূলকভাৱে অধিক সুৰক্ষিত হৈ আছে। সাইবেৰিয়া নিবাসীসকলে এতিয়াও প্ৰাচীন আয়ুৰ্বেদিক পাঠ্য গ্ৰন্থসমূহ ভাৰতীয় বনৌষধিবোৰৰ ৰেখা চিত্ৰসহ সুৰক্ষিত কৰি ৰাখিছে। সাইবেৰিয়াত পোৱা অষ্ট্ৰিক্ষ আয়ুৰ্বেদৰ এখন প্ৰাচীন ভাৰতীয় পাঠ্য হস্তকৰ ফটো কপি 'সৰস্বতী' বিহাৰ জে—২২, হৌজ খাচ নতুন দিল্লী-১৬লৈ আনি ৰখা হৈছে। সৰস্বতী বিহাৰৰ প্ৰতিনিধিসকলে ১৯৬৮ চনৰ ওচৰা-ওচৰি সময়ত সাইবেৰিয়া ভ্ৰমণ কৰিছিল। তেওঁলোকে কৈছে যে হিস্পষ্ট্ৰিক আৰু ত্ৰিফলা চুৰ্ণ আদি সাধাৰণ ঘৰুৱা আয়ুৰ্বেদিক ঔষধ তাৰ লোকসকলে সাধাৰণতে প্ৰস্তুত কৰে আৰু ব্যৱহাৰত লগায়।

## সাইবেৰিয়াত গঙ্গাজলৰ আদৰ

সাইবেৰিয়াৰ মানুহে গঙ্গাজলৰ প্ৰতি অত্যাধিক শ্ৰদ্ধা আৰু সন্মানৰ ভাৱ দেখুৱায়। এইসকলো তথ্য এই কথাৰ প্ৰৱল প্ৰমাণ যে ভাৰতীয় শিক্ষক, প্ৰশাসক আৰু চিকিৎসকসকল সুদূৰ অতীত কালত সাইবেৰিয়ালৈ গৈছিল, তাতে কাম কৰিছিল, আৰু তেওঁলোকে শিক্ষাৰ প্ৰচাৰ প্ৰসাৰ কৰিছিল। জ্ঞানৰ বৰ্ত্তমান আস্থা বিবেচনা কৰি এইবোৰ কথা অতিৰঞ্জিত, কাল্পনিক, অবাস্তৱ বুলিয়েই ধাৰণা হ'ব; কিন্তু আমি ইয়াত আৰু আমাৰ অন্যান্য প্ৰকাশনৰ মাধ্যমত যি বিৰল সাক্ষ্য দাঙি ধৰিছোঁ সেইবোৰৰ ওপৰত বিচাৰ কৰি ইতিসাহৰ এই বিলুপ্ত অধ্যায়বোৰ সাৱধানে বিচাৰ কৰিব লাগিব, সেইবোৰ অধ্যয়ন কৰিব লাগিব আৰু পিছত সেইবোৰ জোৰা লগাব লাগিব।

স্বয়ং সাইবেৰিয়া শব্দটোৱেই সংস্কৃত মূলোদ্ভৱ। পৃথিৱীৰ সৰ্বপ্ৰথম ৰূপৰেখা তৈয়াৰ কৰা ভাৰতীয় অন্বেষক আৰু ভূগোলবিদ সকলে সেই অঞ্চলক সেই নাম দিছিল। যদিও ইয়াক ইংৰাজী 'সাইবেৰিয়া' বুলি কোৱা হয়; কিন্তু স্থানীয় লোকে তেওঁলোকৰ দেশক শিৰিৰ বুলিহে কয়। এই স্পষ্টভাৱে মূল সংস্কৃত শব্দ। সংস্কৃতত শিবিৰ শব্দই তম্বু তৰা বা অস্থায়ী নিৱেশ স্থাপন কৰা বুজায়। যিহেতুকে সাইবেৰিয়া 'অশৰণ্য' অঞ্চল মানুহে তাত সাধাৰণতে অস্থায়ী ঘৰত বাস কৰে।

গতিকে যদি প্ৰাচীন ভাৰতীয় (হিন্দু) চিকিৎসা-পদ্ধতি গ্ৰীচ্, আৰব আৰু সাইবেৰিয়া আদি বিভিন্ন দেশত প্ৰচলিত হৈছে— এনেকুৱা দেখা গৈছে, তেন্তে এইটো স্পষ্ট যে আয়ুৰ্বেদ বিশ্বৰ সকলো অঞ্চলতে বিয়পি পৰিছিল। এয়া ঐতিহাসিক যুক্তি যিটো ঐতিহাসিক কাৰ্য্য-বিধিৰ এটা গুৰুত্বপূৰ্ণ অঙ্গ, বিশেষৰূপে তেতিয়া, যেতিয়া ব্যক্তিয়ে কিবা অতি প্ৰাচীন, ইতিহাসৰ জ্ঞাত বা অজ্ঞাত কথা বিচাৰি উলিওৱাৰ গৱেষণাত ব্যস্ত হয়। এই কথাটো বহুতো বস্তুৰ মাজৰ এটা নমুনা লৈ গোটেই বস্তুখিনি পৰীক্ষা কৰাৰ নিচিনা। হিন্দু ঔষধ বিজ্ঞানৰ চিকিৎসা-পদ্ধতিৰ জ্ঞান মানুহে যে সৰ্বপ্ৰথমে লাভ কৰিছিল, তাৰ এটা গুৰুত্বপূৰ্ণ প্ৰমাণ হৈছে, পশ্চিমীয়া চিকিৎসা শাস্ত্ৰৰ শব্দাৱলীত আয়ুৰ্বেদৰ পৰা ব্যুৎপন্ন শব্দৰ পয়োভৰ স্পষ্টভাৱে দেখিবলৈ পোৱা যায়।

## কফ্ হার্ট সংস্কৃত শব্দ

ইংৰাজী 'কফ্' শব্দটোকে লোৱা যাওঁক। এইটো হৈছে আয়ুৰ্বেদৰ অতি সাধাৰণ শব্দ 'কফ্'। আয়ুৰ্বেদৰ মূল সিদ্ধান্তবোৰৰ ভিতৰত এইটোও এটা বা কোনো ৰোগীৰ শৰীৰত হোৱা বাত, পিত্ত, কফ্ ইংৰাজী গেচ পিত্ত (বাইল) বলগম (ফ্লে'ম)ত অসন্তুলন প্ৰতিৰূপ। সেই আয়ুৰ্বেদিক শব্দ কফেই ইংৰাজীত কফ্ ৰূপে বিদ্যমান। আপত্তি এইটো কৰিব পৰা যায় যে আয়ুৰ্বেদত 'কফ'ৰ অৰ্থ শ্লেষ্মা হয়; কিন্তু ইংৰাজী ভাষাত কফৰ অৰ্থ কিছু বেলেগ। প্ৰয়োগত পাৰ্থক্য স্পষ্ট; কিন্তু ইয়াৰ কাৰণ হৈছে, ইংৰাজী চিকিৎসা ব্যৱহাৰ আৰু প্ৰাচীন সংস্কৃতৰ মাজত বিচ্ছিন্নতা কেইবা শতাংশ। যিহেতুকে সমগ্ৰ বিশ্বত এইটো স্বীকাৰ কৰা হয় যে 'কফ্' (ইংৰাজী ভাষাৰ) সৃষ্টি কৰা তত্ত্ববোৰৰ ভিতৰত এটা মূল তত্ত্ব হৈছে 'বলগম'। গতিকে স্পষ্ট যে নিজৰ সংপৃক্তাৰ্থত কিছু পাৰ্থক্য হ'লেও ইংৰাজী ভাষাৰ 'কফ্' শব্দ আয়ুৰ্বেদিক 'কফ্' শব্দতকৈ বেলেগ একো নহয়।

ইংৰাজী হাৰ্ট শব্দৰ কাৰণে এটা অতি গুৰুত্বপূৰ্ণ আয়ুৰ্বেদিক শব্দ 'হৃদয়' (হৃৎ)ক লওক। ইংৰাজী চিকিৎসা পদ্ধতিত ৰোগীৰ হৃদয়ৰ স্পন্দন (হাৰ্টবিট) পৰীক্ষা কৰাটো সাধাৰণ কথা। তথাপি সাধাৰণতে এই কথাটো সকলোৱে নাজানে যে হাৰ্ট শব্দও প্ৰাচীন আয়ুৰ্বেদিক সংস্কৃত, হিন্দু-মূলক শব্দ। 'হৃদয়' শব্দৰ পৰা বুৎপন্ন বহুতো শব্দৰ ভিতৰত 'হাৰ্দ্দিকো' এটা। ইয়াৰ অৰ্থ হৈছে হৃদয়ৰ দ্বাৰা অনুভূত। এইদৰে কোনো সংস্কৃত ভাষা ব্যক্তিয়ে যেতিয়া কাৰোবাৰ প্ৰতি নিজৰ হৃদয়ৰ পৰা অনুভূত কৃতজ্ঞতা, শলাগনি প্ৰকাশ কৰিব খোজে তেতিয়া তাক 'হাৰ্দ্দিক অভিনন্দন' বুলি কোৱা হয়। এই আলোচনাৰ দ্বাৰা এইটো বুজিব পৰা যাব যে সংস্কৃতত হাৰ্দ্দিকৰ অৰ্থ হৈছে 'হৃদয়ৰ পৰা অনুভূত' (হাৰ্ট-ফেল্ট) অৰ্থাৎ সংস্কৃতৰ 'হৃদ' ইংৰাজীত 'হাৰ্ট' বুলি উচ্চাৰণ কৰা হয়।

ৰোগ নিদান শাস্ত্ৰৰ লগত সম্বন্ধ থকা এটা ইংৰাজী শব্দ হৈছে হিক্কপস্। এইটো হৈছে সংস্কৃতৰ 'হিক্ক' শব্দ।

## পাশ্চাত্যৰ নহয় ভাৰতৰহে অৱদান

চিকিৎসা বিজ্ঞানৰ বৃদ্ধ-ৰোগ নিদান নামৰ শাখাটো সম্পূৰ্ণভাৱে আয়ুৰ্বেদ মূলক। কিয়নো, সংস্কৃত 'জৰ'ৰ অৰ্থ বৃদ্ধাৱস্থা আৰু 'ওন্টো' কোনো প্ৰাণীৰ 'অন্ত'ৰ দ্যোতক ইংৰাজী শব্দটো 'জৰন্টোলজী'। 'জৰন্টোলজী' প্ৰকৃততে জীৱ-প্ৰাণীয়ে সিহঁতে কেনেকৈ বৃদ্ধাৱস্থা লাভ কৰে আৰু কিয় মৰে এই বিষয়ৰ অধ্যয়নৰ বিজ্ঞান। এই তথ্যৰ দ্বাৰা এইটো স্পষ্ট যে যাক আধুনিক লোকসকলে পাশ্চাত্য আৱদান বুলি ভাৱে, সি অতি প্ৰাচীন ভাৰতীয় হিন্দু আয়ুৰ্বেদিক বস্তুহে। ইয়াৰ অধ্যয়ন আৰু প্ৰশিক্ষণ পাশ্চাত্যৰ তেতিয়ালৈ হোৱাটো সম্ভৱ নাছিল যেতিয়ালৈকে য়ুৰোপীয়সকলক শাসন আৰু প্ৰশিক্ষণ

দিবলৈ ভাৰতীয় শিক্ষক আৰু প্ৰশাসকসকল সমগ্ৰ য়ুৰোপত বিয়পি পৰা নাছিল। আমি ইয়াত এই কথাৰ প্ৰতি পুনৰ আঙুলিয়াব খোজো। ইয়াৰ অৰ্থ এইটো নহয় যে ভাৰতীয় লোকসকলে য়ুৰোপীয়সকলক নিজ গোলাম বুলি ভাৱিছিল। ভাৰতীয়সকলে বিশ্বক এখন দেশ বুলি ভাৱিছিল আৰু সকলো মানুহকে ভাই বুলি ভাৱিছিল। আজিও ভাৰতীয় মানুহে বিশ্বৰ একমাত্ৰ এনে এটা জাতি যিয়ে এক বিশ্বৰ আৰু এক মানৱ জাতিৰ বিচাৰ কৰে।

## গ্লেণ্ড-পিত্তিউট'ৰী-অষ্টিঅ ইত্যাদি

ইংৰাজী শব্দ 'গ্লেণ্ড' লোৱা যাওঁক। ইউ সংস্কৃত-মূলক। সংস্কৃত শব্দটো হৈছে গ্ৰন্থি। সংস্কৃতৰ অন্ত্যভাগ 'থ', ইংৰাজীত 'ড' হৈ পৰে। এই প্ৰক্ৰিয়াৰ প্ৰমাণ 'লেম্প ষ্টেণ্ড' শব্দৰ পৰা লব পৰা যায়। সংস্কৃতত ইংৰাজী শব্দ 'ষ্টেণ্ড' হৈছে, স্থান। এই দৰে প্ৰাচীন সংস্কৃত 'আংলস্থান' পোনতে 'এংগললেণ্ড' আৰু পিচত ইংলেণ্ডলৈ সলনি হোৱা দেখা যায়।

ইংৰাজী চিকিৎসা শাস্ত্ৰীয় 'পিত্তিউটৰী গ্লেণ্ড' শব্দও শ্লেমাৰ বাবে ব্যৱহৃত আয়ুৰ্বেদিক শব্দ 'পিত্ত'ৰ পৰা ব্যুৎপন্ন। এই কথা আগতেই উল্লেখ কৰি অহা হৈছে। মস্তিষ্কত জল অভিসেক কৰা ৰোগ হৈছে, হাইড্ৰো-চেফেলচ্। ই সংস্কৃতৰ আৰ্দ্ৰ কপাল।

ইংৰাজী ৰোগ-বিজ্ঞানত অষ্টিঅ'-মেলোসিয়া আৰু অষ্টিঅ'- নেৰোসিশ নামৰ দুটা ৰোগৰ নাম সংস্কৃতৰ পৰা বুৎপন্ন। সংস্কৃতত 'অস্থি'ৰ অৰ্থ 'হাড়'। (যি ইংৰাজীত 'অষ্টিঅ' হৈছে।) আৰু মলৰ অৰ্থ 'দূষিত হোৱা' ৰোগযুক্ত হোৱা নাইবা বেয়া। ইয়াৰ দ্বাৰা স্পষ্ট যে এই দুয়োটা ৰোগৰ অধ্যয়ন প্ৰাচীন আয়ুৰ্বেদিক গ্ৰন্থৰ পৰা কৰা হৈছে।

কেন্সাৰৰ ঘা বা ঘাতক অৰ্বুদ (গ্ৰন্থি)ৰ বিৱৰণ দিওঁতে প্ৰায়ে প্ৰয়োগ কৰা 'মলিনেণ্ট' শব্দটো লওক। এই 'মলিনেণ্ট' শব্দ হৈছে, সংস্কৃতৰ মলিন শব্দ, যাৰ অৰ্থ হৈছে— দূষিত, বেয়া, মলিয়ন ইত্যাদি। এই সংস্কৃত শব্দটো ইংৰাজীত ব্যাপকৰূপে প্ৰয়োগ হয়। যেনে— মেলৱালেণ্ট, মাল এড্‌মিনিষ্ট্ৰেশন, মাল-এড্ৰোইট, মাল- প্ৰেকৃটিছ, মাল-এড্‌জাষ্টমেণ্ট, মেলেডী ইত্যাদি।

ৰোগীয়ে তেওঁৰ চিকিৎসকৰ ওচৰত প্ৰায়ে অভিযোগ কৰে তেওঁৰ বুকুৰ ঢিপ ঢিপনি আৰু মূৰ ঘূৰণী অনুভৱ কৰে। এই ৰোগৰ ইংৰাজী শব্দটো হৈছে, 'স্পিন'। ই সংস্কৃত আয়ুৰ্বেদ মূলক। সংস্কৃত শব্দটো হৈছে, স্পন্দন। ইংৰাজী 'স্পিণ্ডেল' শব্দও সংস্কৃত মূলক। য়ুৰোপীয় 'মেটাৰনিটি' সংস্কৃতৰ মাতৃ-নীতি আৰু পেডাট্ৰিক্‌ছ হৈছে সংস্কৃতৰ পদ অস্থি শাস্ত্ৰ এই তিনিটা শব্দৰ সমাহাৰ। 'পেডা'ৰ অৰ্থ শিশু কৰাটো কাল্পনিক, ভ্ৰান্তিপূৰ্ণ, ডেণ্টিস্ট্ৰী হৈছে, সংস্কৃতৰ 'দন্ত-শাস্ত্ৰ'।

# পাশ্চাত্য চিকিৎসা পদ্ধতিৰ ভিত্তি

ওপৰত দেখুওৱা উদাহৰণৰ দ্বাৰা য়ুৰোপীয় চিকিৎসা পদ্ধতিৰ শুদ্ধাৱলী আৰু নিদান তথা ৰোগ চিকিৎসাৰ মূল সম্পৰ্কীয় অতি সূক্ষ্ম আৰু ব্যাপক পৰীক্ষাই এই তথ্যক নিশ্চয় উদঘাটিত কৰিব যে হিন্দু ঋষি আৰু দৃষ্টান্তসমূহৰ দ্বাৰা চিৰ বিস্মৃত যুগসমূহত ইমান দক্ষতাৰে বিকশিত প্ৰাচীন মান্য, পূৰ্ণতা প্ৰাপ্ত, দোষ-ৰহিত, ব্যয়হীন, নিপুণ ঔষধ প্ৰণালীৰ ওপৰতেই ন-শিকাৰুৰ উপযোগী অস্পষ্ট, ব্যৱসায়িক, ভয়াৱহৰূপে ব্যয়বহুল আৰু থৰক্-বৰক্ কৃত্ৰিম পাশ্চাত্য চিকিৎসা-পদ্ধতি গঢ়ি তোলা হৈছে। প্ৰাচীন আয়ুৰ্বেদিক পদ্ধতিৰ প্ৰচাৰ-প্ৰসাৰ, সমগ্ৰ বিশ্বত অক্লান্ত, পৰিহিতবাদমূলক, নিঃস্বাৰ্থ হিন্দু প্ৰৱৰ্ত্তক কল্যাণকামীসকলে কৰিছিল। তেওঁলোকৰ কাম-প্ৰেম আৰু সেৱা ভাৱৰ দ্বাৰা প্ৰেৰিত আছিল। কিয়নো, এইটো সকলোৱে জানে যে প্ৰাচীন হিন্দু আয়ুৰ্বেদিক চিকিৎসকসকল আৰু তেওঁলোকৰ আনুষঙ্গিক কৰ্মীসকলে নিঃশুল্ক, ধৰ্মাৰ্থে নিজৰ সেৱা আৰু চিকিৎসা আগবঢ়াইছিল। কাৰণ কোনোবা ব্যক্তিৰ শাৰীৰিক যন্ত্ৰণাৰ সুযোগত যিকোনো প্ৰকাৰৰ ধন উপাৰ্জন কৰাটো সেই হিন্দুসকলৰ বাবে নিন্দনীয় আছিল। চিকিৎসা সেৱাৰ বিনিময়ত কোনো প্ৰকাৰৰ বিনিময় গ্ৰহণ নকৰাটো তেওঁলোকৰ কঠোৰ ব্যৱসায়িক সিদ্ধান্ত। দুঃখিত, ব্যাথিতৰ প্ৰতি এনেকুৱা নিঃস্বাৰ্থ সেৱা আৰু আৱশ্যাক-যুক্ত ব্যক্তিক নিঃশুল্ক শিক্ষা দিয়াটো প্ৰাচীন যুগত মাত্ৰ এই কাৰণেই সম্ভৱ হৈছিল যে হিন্দুসকলে নিজৰ প্ৰবুদ্ধ, বুদ্ধিজীৱি ব্যক্তিসকলৰ হৃদয়ত বিৰাগ, মিতব্যয়িতা আৰু সকলো প্ৰাণীৰ প্ৰতি অপৰিহাৰ্য্য কৰ্ত্তব্য-পালনৰ ভাৱনাৰ উচ্চ আদৰ্শ স্থাপন কৰিছিল। লগে লগে ধনাইন কৰা আৰু বেতনভোগীসকলক প্ৰশিক্ষণ দিয়া হৈছিল যে তেওঁলোকে যাতে এনে সকলো নিঃস্বাৰ্থ সামাজিক কৰ্মকৰ্ত্তাসকলৰ চোৱা-চিতা তেওঁলোকৰ খোৱা-বোৱা, জীৱন-যাপনৰ অতি উদাৰ দানৰ দ্বাৰা সাহায্য কৰে।

# সকলোৰে বাবে মুকলি বিষয়

ব্যৱসায়িক দয়ালুকতাৰ এনে বিশুদ্ধ নিষ্কলংক আদৰ্শবোৰৰ উপৰিও আয়ুৰ্বেদিক ঔষধ নিৰ্মাণ সম্বন্ধে ৰোগী-শয্যা সম্বন্ধী স্তৰো অতি-উচ্চ-অৱস্থাপ্ৰাপ্ত আছিল। আয়ুৰ্বেদিক বিশেষজ্ঞসকল আড়ম্বৰহীন সৰু সৰু গাঁৱত অত্যন্ত কম পৰিধানত কাম কৰিছিল। তেওঁলোকে হাবিৰ পৰা বনৌষধি অনাৰ পৰা আৰম্ভ কৰি গাঁও আৰু চহৰবোৰত ৰোগীসকলক ঔষধ দিয়া পৰ্যন্ত প্ৰায় সকলো কাম নিজে কৰিছিল। সকলো ব্যৱসায়িক কাম-কাজ নিজে কৰাৰ ফলত তাত শুচিতা বিৰাজ কৰিছিল। সকলৌ বনৌষধি খুন্দা-পিহাৰ পৰা আৰম্ভ কৰি ঔষধ খুউৱা পৰ্যন্ত সকলো কাম আয়ুৰ্বেদিক বৈদ্যসকলে নিজে কৰিছিল।

আয়ুৰ্বেদিক ৰোগী শয্যা আৰু ঔষধ বিতৰণ সম্বন্ধী জ্ঞান কিছু সংখ্যক ব্যক্তিৰ মাজতহে সীমাবদ্ধ কৰি ৰখাৰ পৰিৱৰ্ত্তে জানি-বুজি, সুপৰিকল্পিতৰূপে পৰিস্থলৰ মহিলা

আৰু সাধাৰণ গাঁৱলীয়া কাৰিকৰ আৰু খেতিয়ক আদি সকলো স্তৰৰ ব্যক্তিসকলৰ লগতো তাৰ ৰহস্য উদঘাটিত কৰা হৈছিল। সকলো সাধাৰণ ৰোগ আৰু জখমৰ কাৰণে তেওঁলোক আটায়ে প্ৰায় নিঃশুল্ক সস্তা ঔষধৰ ব্যৱহাৰ জানিছিল। ইয়াৰ উপৰিও জলোদৰ, গ্ৰান্থিক, ক্ষয়ৰোগ, পুৰণি অমীবা', ৰক্তচাপ, অৰ্শ আৰু মধুমেহ আদি ভয়ানক ৰোগৰ বাবেও অব্যৰ্থ ঔষধৰ বিকাশ আয়ুৰ্বেদ চিকিৎসা শাস্ত্ৰত কৰা হৈছিল।

## অজ্ঞাত বনৌষধিৰ কথা

পুনেৰ আয়ুৰ্বেদিক মহাবিদ্যালয়ৰ এগৰাকী প্ৰধান আচাৰ্য্যই এবাৰ মোক কৈছিল যে অত্যন্ত সাধাৰণ পোছাক পিন্ধা এজন মানুহ তাত বাস কৰিছিল— তেওঁ অস্থি ক্ষয়ৰোগৰ কাৰণে অত্যন্ত সাধাৰণ অথচ অত্যন্ত প্ৰভাৱশালী চিকিৎসাৰ বিষয়ে জানিছিল। তেওঁ সেই ৰোগৰ সকলো ৰোগীক নিঃশুল্ক ধৰ্মাৰ্থে চিকিৎসা কৰাৰ সেৱা হাতত লৈছিল। স্থানীয় হাস্পতালৰ চিকিৎসক আদিয়ে আহি ক্ষয়ৰোগত কোনো চিকিৎসা নজনাৰ বাবে অনবৰত সেই সাধাৰণ মানুহজনৰ ওচৰলৈকে পঠাই দিছিল। সেই মানুহজন ৰাতিৰ সময়ত ওচৰত হাবিলৈ গৈছিল, বনৌষধি আনিছিল পানীৰ সৈতে তাক খুন্দিছিল আৰু ৰোগ হোৱা ঠাই ডোখৰত লেপন কৰিছিল। ৰোগী ভাল হওঁতে বিশেষ সময় নালাগিছিল। কিন্তুৰ দুখৰ বিষয় মানুহজনে বনৌষধিৰ বিষয়ে কাকো নকৈছিল। হাস্পাতালৰ চিকিৎসকসকলে এই ৰহস্য জানিবলৈ এবাৰ লুকাই-চুৰকৈ তেওঁৰ পিছ লৈছিল। তেওঁ কোনোবাই তেওঁক অনুসৰণ কৰিছে বুলি জানিয়েই দৌৰি পলাল। ইয়াৰ পিছত তেওঁক কোনেও কোনোদিনে দেখা নাপালে। তেওঁ কাকো দেখা নিদিলে।

## নিঃশুল্ক চিকিৎসাৰ প্ৰকৃষ্ট উদাহৰণ

মই এগৰাকী বৃদ্ধাৱস্থা প্ৰাপ্ত, দেখাত তেজোৱতী মহিলাক জানো। তেওঁৰ হঠাৎ গ্ৰান্থিক ক্ষয়ৰোগ হ'ল। বাহিৰলৈ ওলাই অহা গ্ৰন্থিবোৰ তেওঁৰ জোনৰদৰে মুখখন বিকৃত কৰি দিলে। সেই গ্ৰন্থিবোৰৰে পৰা ওলোৱা দুৰ্গন্ধ শ্ৰাৱে তেওঁৰ নিজৰ আৰু অন্য মানুহৰ জীৱন নৰকত পৰিণত কৰি দিলে। তেওঁ আনৰ বোজা স্বৰূপ হৈ পৰিল। তেওঁ চিকিৎসাৰ বাবে যথাসাধ্যে ঘূৰা-পকা কৰিলে। সকলো মানুহে তেওঁৰ ৰোগটো দুৰাৰোগ্য বুলি ক'লে। অৱশেষত কোনোবাই এজন প্ৰচাৰ বিমুখ নিতভিশন গাঁৱলীয়া দৰ্জিৰ বিষয়ে ক'লে, তেওঁ মহাৰাষ্ট্ৰ প্ৰদেশৰ কৰাড নগৰত বাস কৰে। সকলো প্ৰকাৰে নিৰাশ হোৱা সত্ত্বেও মহিলা গৰাকী মানুহজনৰ ওচৰলৈ গ'ল। দৰ্জিজনে চিকিৎসাৰ কাৰণে অঙ্গ ফুলিলে হোৱা কষ্ট তেওঁ সহ্য কৰিব পাৰিব নে নাই সুধিলে। ৰোগী মহিলা গৰাকীয়ে উত্তৰ দিলে যে তেওঁ এই ৰোগত ইমান কষ্ট পাইছে যে চিকিৎসাৰ কাৰণে সকলো কষ্ট সহ্য কৰিব। চিকিৎসা আৰম্ভ হ'ল। দৰ্জিয়ে এখন ফটা

কাপোৰ মুকলি ঠাইত গছৰ তলত মেলি দিছিল। মহিলা গৰাকী সেই কাপোৰৰ ওপৰত পৰ্য্যস্ত-স্থিতিত বহিব লাগিছিল। এইবাৰ দৰ্জিয়ে মহিলাজনীৰ গ্ৰন্থিবোৰৰ ওপৰত এবিধ ডাঠ ৰঙা লেপ লগাই দিছিল। লেপ লগাই দিলে গ্ৰন্থিবোৰ কোচখাই আহিছিল আৰু সেইবোৰত জমা হোৱা তেজ আৰু পূজ বাহিৰ ওলাই আহিছিল— ৰোগীৰ মুখৰ ওপৰেদি বাগৰি তললৈ বৈ আহিছিল। এই চিকিৎসা কিছুদিনলৈ চলিল আৰু অতি অলপ দিনৰ ভিতৰতে সেই মহিলাগৰাকীৰ মুখ মণ্ডল আগৰ দৰে ধুনীয়া হৈ উঠিল। কোনো প্ৰকাৰৰ দাগ নথকাকৈয়ে ৰোগ অদৃশ্য হ'ল। সেই দৰ্জিজনে চিকিৎসাৰ বাবে এটা পইচাও নল'লে। ক'লে, 'মই ঈশ্বৰক প্ৰাৰ্থনা কৰো, আৰু তেওঁৰ অপাৰ শক্তি আৰু কৰুণাৰ বাবে আপুনিও তেওঁক প্ৰাৰ্থনা কৰক, তথা তেওঁক ধন্যবাদ দিয়ক।'

বহুতো পৰিয়ালৰ মহিলা সকলৰ, খজুৰতি আৰু কাহ আদি সাধাৰণ ৰোগত ভোগা ল'ৰা-ছোৱালীৰ বিনা পইচাই চিকিৎসা কৰিছিল। ঘৰুৱা বস্তুৰ দ্বাৰা সস্তা চিকিৎসা হোৱাৰ বাবে তেওঁলোকৰ ঘৰত প্ৰায়ে মানুহ জমা হৈ থাকিছিল। সেইবোৰৰ ভিতৰত দূৰৰ আৰু ওচৰৰ ঠাইবোৰৰ পৰা দুখীয়া মাক-বাপেকৰ ল'ৰা-ছোৱালীবোৰ উপস্থিত হৈছিলহি।

## প্ৰতি ঘৰতে ঔষধালয়

মহিলাসকলৰ প্ৰসৱ কাৰ্য্য বিনা ব্যতিক্ৰমে ঘৰতে সম্পন্ন হৈছিল। যৌথ পৰিয়ালৰ বয়োজ্যেষ্ঠা মহিলাসকলৰ সুদক্ষ দিহা পৰামৰ্শত এই কাৰ্য্য সম্পন্ন হৈছিল। আয়ুৰ্ব্বেদিক ঔষধ সমূহৰ জ্ঞান ইমান সাধাৰণ আছিল আৰু তাক পোৱাটোও ইমান সহজ আছিল যে প্ৰত্যেক জ্যেষ্ঠ পুৰুষ আৰু মহিলাই কিছু দিনৰ পিছত সকলো সাধাৰণ ৰোগৰ চিকিৎসা কৰিব পৰা হৈছিল। কাহ, কফ্, মূৰৰ বিষ, অনিদ্ৰা, পেটৰ বিষ, বমি, শৌচ কচা আদি সাধাৰণ ৰোগৰ চিকিৎসাৰ বাবে তৎক্ষণাৎ লভ্য আয়ুৰ্ব্বেদিক ঔষধৰ এটা সংগ্ৰহ প্ৰায়সকলোৱে নিজ নিজ ঘৰত ৰাখি থৈছিল। সকলো আয়ুৰ্ব্বেদিক ঔষধ ইমান সস্তা আছিল যে সামান্য মাত্ৰাৰ বাবে কোনো মানুহে তাৰ মূল্য নিবিচাৰিছিল। কাৰোবাৰ ঘৰত কেৱল ঔষধ খুজিবহে লাগিছিল লগে লগে বিনা পইচাৰ ঔষধ পোৱা গৈছিল।

## এক আদৰ্শ চিকিৎসা পদ্ধতি

এইটো দুখৰ কথা যে প্ৰাচীন হিন্দু চিকিৎসা বিজ্ঞান— আয়ুৰ্ব্বেদ জনসাধাৰণৰ উপেক্ষাৰ বাবে লাহে লাহে লুপ্ত হৈ যাবলৈ ধৰিছে। ই প্ৰত্যেক দৃষ্টিৰে এক আদৰ্শ চিকিৎসা পদ্ধতি আছিল। আয়ুৰ্বেদিক ঔষধবোৰ এটা পৰীক্ষা সৰ্বোচ্চ, সৰ্বোত্তম যিটো নাম কোনো ঔষধত পোৱা নাযায়। সকলোৱে ঔষধ খাদ্য হোৱা উচিত আৰু সকলো খাদ্য বস্তু উদ্ভিদ। সকলো আয়ুৰ্বেদিক ঔষধ এই সিদ্ধান্তত সত্য বুলি প্ৰমাণিত হৈছে। ইয়াৰ উপৰিও আয়ুৰ্ব্বেদৰ উল্লেখযোগ্যকেইটামান গুণ হৈছে সহজ আৰু

তুলনামূলকভাৱে কম কষ্টদায়ক চিকিৎসা সম্পন্ন, আশ্চৰ্য্য প্ৰভাৱযুক্ত, সহজলভ্য ইয়াত ফলনে-ছিপতকৈ ঔষধ সেৱনৰ ওপৰত অধিক বিশ্বাস কৰা হয়, মূল ঔষধবোৰ ঘৰতে প্ৰস্তুত কৰা হয় আৰু ৰোগীসকলক চিকিৎসাও ঘৰতে কৰা হয়। এই ঔষধবোৰ মাদক (উত্তেজক) নহয়। এই ঔষধৰ মূল্য নগণ্য আৰু ইয়াৰ সুবিধা এইটোৱেই যে যিকোনো মানুহে এইবোৰ ৰোগীক দিব পাৰে, সেৱন কৰাব পাৰে।

প্ৰাচীন হিন্দুসকলে এক অতি কুশল আৰু সস্তা চিকিৎসা পদ্ধতিৰ কেৱল যে আৱিষ্কাৰ আৰু বিকাশ হে কৰিছিল এনে নহয়, বৰঞ্চ সমগ্ৰ প্ৰাচীন বিশ্বত প্ৰচাৰ আৰু প্ৰসাৰ কৰাতো সাফল্য লাভ কৰিছিল। এই তথ্য, তেওঁলোকে যে এনে এক মানৱ ভ্ৰাতৃত্ব স্থাপিত কৰাতো সাফল্য লাভ কৰিছিল, য'ত কোনো প্ৰকাৰৰ আঞ্চলিক, সাম্প্ৰদায়িক নাইবা ৰাজনৈতিক ভেদভাৱ ৰখা নাছিল তাৰো প্ৰমাণ।

# বৃহত্তৰ ভাৰতৰ পৰিচয়

আজি আমি আধুনিক বিশ্বৰ চাৰিওফালে চকু ফুৰাই দেখিবলৈ পাও, এই কুৰি শতিকা শেষ হ'বৰ সময়তো সৰ্বব্যাপক ভাৰতীয় অৰ্থাৎ বৈদিক সংস্কৃতিৰ অসংখ্য লক্ষণ গোটেই পৃথিৱী ব্যাপ্ত হৈ আছে।

যি কাৰণতেই নহওক, আজি আমি ভাৰতীয়সকলে নিজৰ ভাষা-কৃষ্টি-সভ্যতাক নিকৃষ্ট বুলি ভাবিবলৈ শিকিছোঁ। কিন্তু এবাৰ যদি আমি ভাৰতীয়সকলে আজিও গোটেই বিশ্বত ভাৰতীয় সংস্কৃতিৰ কি বিশাল ঐতিহ্য গূঢ়ৰূপে চলি আছে তাক উপলব্ধি কৰো; তেন্তে ওপৰোক্ত ধাৰণাৰ নিশ্চয় পৰিৱৰ্তন হ'ব।

## ৰুছদেশ

বিষয়বস্তুৰ প্ৰবেশ কৰি পোনতে আমি ৰাছিয়া বা ৰুছদেশৰ কথা আলোচনা কৰোঁহঁক। ছোৱিয়েত ৰুছ নাম শ্বেত ৰুছৰ পৰা হৈছে। কাস্পিয়ান সাগৰৰ মূল নাম ঋষি কশ্যপৰ পৰা উদ্ভুত। কশ্যপৰ বংশধৰ কাশ্যপ। গ্ৰীক ইতিহাসকাৰে উল্লেখ কৰা মতে হিৰকেনিয়াৰ প্ৰাচীন ৰাজধানী আছিল কাস্পিয়ান অঞ্চলত। হিৰকেনিয়াত ৰাজত্ব কৰা এজন কাশ্যপেই ভাৰতত হিৰণ্যকশিপু।

১৭৯২ খৃষ্টাব্দত জাপানত নিযুক্ত এজন ৰুছ বাণিজ্য আয়ুক্তৰ নাম আছিল লক্ষ্মণ। ধোঁৱা আৰু জুই ধূম আৰু অগ্নি শব্দ এতিয়াও সংস্কৃত মূল ৰূপত ৰুছদেশত প্ৰচলিত। ইয়াৰ কাৰণ হ'ল, সমগ্ৰ ভৰত-খণ্ড অৰ্থাৎ এছিয়া-ইউৰোপীয় মহাদ্বীপত বৈদিক অগ্নি-পূজা প্ৰচলিত আছিল। হাজাৰ হাজাৰ অগ্নি-পূজক আৰু সাংস্কৃতিক কেন্দ্ৰসমূহৰ এটা কেন্দ্ৰ বাকুত এতিয়াও আছে। এই অগ্নি-মন্দিৰসমূহৰ শৃংখলা পঞ্জাৱৰ জ্বালামুখী, বাকুৰ অগ্নিমন্দিৰ আৰু বাগদাদৰ পৰা মক্কালৈ থকা অগ্নি-মন্দিৰসমূহত লক্ষ্য কৰিব পাৰি।

ৰুছ ভাষাৰ স্ত্ৰীবাচক নাম স্বেতলানা শ্বেতাননা শব্দৰ অপভ্ৰংশ। সমৰকন্দ তৈমূৰলঙৰ সমাধিৰ নাম সুৰ-সাদূল ই সমাধি নাছিল, আছিল ভাৰতীয়সকলৰ ৰাজপ্ৰসাদহে। তাৰ প্ৰকৃত নাম সূৰ্য-শাৰ্দূলহে।

# শিবিৰ দেশ

ছোৱিয়েত সংঘৰ এটা ভাগ সাইবেৰিয়া। তাক স্থানীয় লোকে 'শিবিৰ' বুলি কয়। ইংৰাজীত বিকৃতকৈ সাইবেৰিয় বুলি কোৱা হয়। ভাৰতীয় প্ৰচাৰকসকলে বৈদিক সংস্কৃতি প্ৰচাৰ কৰিবলৈ গৈ যি অস্থায়ী শিবিৰ পাতিছিল, ই তাৰেই নিদৰ্শন।

প্ৰাচীন কালত ইয়াৰ আংগিস্কী নদীৰ পাৰত আংগিস্কী দাৎসান নামেৰে এখন মন্দিৰ বিশ্ববিদ্যালয় স্থাপিত হৈছিল। তাৰ অধীনত দৰ্শন, তন্ত্ৰ, আয়ুৰ্বেদ আৰু জ্যোতিষৰ চাৰিখন মহাবিদ্যলয় আছিল। ই ভাৰতৰ নালন্দা বিশ্ববিদ্যালয়ৰ আৰ্হিৰে চলিছিল।

এইবোৰ ঠাইত সাম্যবাদে স্পৰ্শ কৰা সত্ত্বেও আস্থাৰ অভাৱ হোৱা নাই। কেইবা শতাব্দীৰ পিছত ডঃ ৰঘুবীৰে তালৈ 'গাঙ্গিন ওস' অৰ্থাৎ গঙ্গাজল পঠাইছিল। সেই পৰম্পৰা অক্ষুণ্ণ ৰাখি তেওঁৰ সুযোগ্য পুত্ৰ ডঃ লোকেশ চন্দ্ৰয়ো পূব শিবিৰ দেশৰ ৰাজধানী উলামুদেলৈ গঙ্গাজল পঠাইছিল।

# মঙ্গোলিয়া

মঙ্গোল ইতিহাসত উল্লেখ আছে যে ৬ষ্ঠ শতিকাৰ শেষ দশকত শাক্যবংশ নৰেন্দ্ৰ যশম্ আৰু অন্যান্য ভাৰতীয় আচাৰ্যসকল 'জনহিতায়' মঙ্গেল বা মঙ্গোলিয়ালৈ গৈছিল। তেতিয়াৰ পৰা এই ক্ৰম অবিচ্ছিন্নভাৱে চলে আৰু ধৰ্মৰ বিমল জ্যোতি এই দেশত বিয়পি পৰে। ফলস্বৰূপে তাত ৬০০০ হেজাৰ সংস্কৃত গ্ৰন্থৰ অনুবাদ হয়। ১৯৪০ চনত তাত নালন্দাৰ আৰ্হিৰে নিৰ্মিত ৭৫০ টা বিহাৰ, বহুত সংস্কৃত সাঁচিপাত ৩২ লাখ হস্তলিপি আৰু ১০ লাখ মূৰ্তি আছিল। তদুপৰি আছিল মন্দিৰৰ দুৱাৰত গণেশৰ মূৰ্তি। মন্দিৰে-মন্দিৰে, দুৱাৰে-দুৱাৰে। আৰু লাখ লাখ প্ৰভাপট (Sey roll paintings)।

মঙ্গোলদেশৰ দূৰ-দূৰণিৰ ভিতৰুৱা গাঁও সমূহতো বিগৰ্মিজিদ (বিক্ৰমাদিত্য), অৰ্জি, বুৰ্জি (ৰজা ভোজ) আৰু কিসন খাঁ (কৃষ্ণ)ৰ আখ্যান-উপাখ্যান প্ৰচলিত। আজিৰ পৰা ১০-১১ বছৰৰ আগতে মঙ্গোলৰ ৰাষ্ট্ৰপতিজনৰ নাম আছিল শম্ভু, পতিজনৰ নাম আছিল সোয়ম্বো অৰ্থাৎ স্বয়ম্ভু। তাত দাৰিগঙ্গা অৰ্থাৎ তাৰাগঙ্গা প্ৰবাহিত। উপ-প্ৰধান মন্ত্ৰীৰ পত্নীৰ নাম ইন্দ্ৰী। ইন্দ্ৰীৰ মাতৃৰ নাম ৰত্না। মঙ্গোল দেশৰ ভিতৰুৱা গাঁৱৰ সাধাৰণ এজন ভেৰা ৰখীয়ায়ো সাৰস্বত কলাপ আৰু পাণিনিৰ সংস্কৃত ব্যাকৰণ জানে।

মঙ্গোলিয়াত এতিয়াও সপ্তাহৰ বাৰ কেইটাই সংস্কৃত ধাতুবোৰ ৰক্ষা কৰি আছে। যেনে— আদিয় (আদিত্য), সোমিয়, অঙ্গৰখ (অঙ্গাৰক), বুধিয়ে, শুকৰ আৰু শনচিৰ। ভাৰতৰ সম্পাতিপক্ষী মঙ্গোলৰ ৰাজধানী ইউলন বাটোৰৰ সংৰক্ষক দেৱতা। ভাৰতীয় সকলৰ দৰে মঙ্গোলসকলেও নিজৰ ইতিহাস মনুৰ পৰা আৰম্ভ কৰে।

# চীন

চীনত পোন প্ৰথমে (প্ৰথম শতিকাত) পদাৰ্পণ কৰা ভাৰতীয় আচাৰ্য আছিল, কশ্যপ, মাতঙ্গ আৰু ধৰ্মৰক্ষ। দুয়ো শ্বেতবৰ্ণ ঘোঁৰাত উঠি তৎকালীন ৰাজধানী লোয়াঙত উপস্থিত হৈছিল। তাত সেই দুটা বগা ঘোঁৰাৰ স্মৃতিত নিৰ্মিত দুটা বগা পাথৰৰ মূৰ্তি আছে। লগতে সেই দুটাৰ নামত আছে পোমাশ্ব অৰ্থাৎ বিহাৰ। (পো-শ্বেত, মা-অশ্ব, সস্-বিহাৰ)।

অজন্তাৰ দৰে চীনতো তুনহিয়াঙৰ ৪৭৬ টা গুহা আছে। তাত তৃতীয় শতিকাৰ পৰা দ্বাদশ শতিকালৈ ভিত্তি চিত্ৰ আছে। এটা গুহাত এহেজাৰ বছৰৰ পুৰণি 'বলিতা' (manuscript rools) ৰ অদ্বিতীয় সংগ্ৰহ পোৱা গৈছে। তাত আছে সংস্কৃত, চীনা, তিব্বতী আৰু শীশ্যা ভাষাৰ লেখ। তাৰ পৰা ডঃ ৰঘুবীৰে কেইবা হাজাৰো অনুচিত্ৰ (minofilm) সংগ্ৰহ কৰি আনে।

চাংহাইত থকা ভিক্ষু ৱেই-ফঙৰ মন্দিৰৰ নাম চিন-আন-সস্। তাত এটা মহাকালৰ মূৰ্তি আছে, হাত ওপৰলৈ কৰি হাতীৰ ছাল দাঙি লৈ থকা অৱস্থাত। শুড়ডাল ওলমি আছে। চতুৰ্মুখ ব্ৰহ্মা ৰাজহংসৰ ওপৰত বহি আছে। এই মূৰ্তিৰ বৈশিষ্ট্য হ'ল চতুৰ্থ মুখখন মূৰৰ ওপৰত। ত্ৰিশূলধাৰী শিৱ বহি আছে নন্দীৰ ওপৰত।

পিকিঙৰ সো-মাজত মহাকালৰ প্ৰাচীন মন্দিৰ অৱস্থিত। মন্দিৰ থকা পথটোৰ নাম 'মহাকাল ম্যাও।'

ডঃ ৱেংকট ৰাঘৱনে লিখিছে, চীনা বিদ্যাৰ্থী আৰু তেওঁলোৰ আচাৰ্য সকলৰ ভিতৰত সংস্কৃত ভাষাতে চিঠিৰ আদান প্ৰদান হৈছিল। ৭ম আৰু ৯ম শতিকাৰ ভিতৰত চাৰিখন চীনা-সংস্কৃত অভিধান ৰচিত হৈছিল। সংস্কৃত বৰ্ণমালাৰ আধাৰতে ৩৬ টা চীনা আখৰে আবাৰাদিক্ৰম লাভ কৰিছে।

# কোৰিয়া

কোৰিয়াত কিছু বছৰ আগলৈ ব্ৰজগিৰি বিহাৰসমূহত কোৰিয়াৰ ভিক্ষুসকলে কোৰিয়া ভাষামিশ্ৰিত সংস্কৃত ভাষা কৈছিল। ৩৭৪ খৃষ্টাব্দত পোনপ্ৰথম ভাৰতীয় আচাৰ্যসকলে কোৰিয়াত পদাৰ্পণ কৰে। তাৰ পিছৰ বছৰতে ইবুল্লাম্সা আৰু সুড়মোম্সা মন্দিৰ স্থাপিত হয়। ৩৮৪ চনত ভাৰতীয় আচাৰ্য মল্লানন্দ পাইক্জেৰ ৰাজধানীত উপস্থিত হয়। আনহাতে কেইবাজনো কোৰিয়াৰ তীৰ্থযাত্ৰী ভাৰতদৰ্শনৰ কাৰণে আহে। এওঁলোকৰ ভিতৰত ৭ম শতিকাৰ কোৰিয়ান যাত্ৰী হেচোৱে লিখা ভাৰত বৃত্তান্ত আমাৰ ইতিহাসৰ কাৰণে বিশেষ মহত্বপূৰ্ণ।

কোৰিয়াৰ সাংস্কৃতিক স্বৰ্ণকাল হ'ল, চিল্লা যুগ (৬৫৯-৯৫৫)। এই কালত অজন্তা আদিৰ ভাৰতীয় শৈলীৰে অৱলোকিকেশ্বৰ বিমল কীৰ্তি আদি সুন্দৰভাৱে অঙ্কিত হয়। বুতচেডক (৬১৩-৬৯৬) এই যুগৰ বিখ্যাত সংস্কৃত পণ্ডিত। এই যুগতে

কোৰিয়াত ভাৰতৰ ধ্যানাযোগে প্ৰবেশ লাভ কৰে।

তদুপৰি সংস্কৃত ধ্বনি-পদ্ধতি অনুসাৰে কোৰিয়াৰ ৰাষ্ট্ৰলিপি হাংগেউল আৱিষ্কাৰ হয়।

## জাপান

শ্ৰীপুৰুষোত্তম নাগেশ ওকে লিখিছে, ইৰাণৰ দদৰে ২৬০০ বছৰৰ পুৰণি জাপানী ৰাজবংশই ভাৰতীয় ক্ষত্ৰিয়ৰ দৰে নিজকে সূৰ্যবংশী বুলি গণ্য কৰে। বৌদ্ধধৰ্ম গ্ৰহণ কৰাৰ আগলৈকে জাপান বৈদিক-পদ্ধতি অৰ্থাৎ শিন্টো ধৰ্মৰ অনুগামী আছিল। বৌদ্ধধৰ্মৰ লগতে এই সংস্কৃতি এতিয়াও জাপানী জীৱনত পল্লৱিত হৈ আছে। শিন্টো সিন্ধু শব্দৰ অপভ্ৰংশ।

কেৱল 'লেংটি' ধাৰণ কৰি মল্লযুদ্ধ কৰাৰ পদ্ধতি মূলতঃ ভাৰতীয়। ইয়াক জাপানত 'জুজুৎসু' বুলি কয়। ই সংস্কৃতৰ যুযুৎসু শব্দৰ বাহিৰে আন একো নহয়। জাপানৰ শৱদাহ প্ৰথা হিন্দু-শ্ৰদ্ধাৰ অনুগামী।

জাপানৰ ঘৰে ছিচিফুকুজিন অৰ্থাৎ সপ্ত মাঙ্গলিক দেৱতাৰ চিত্ৰ নাইবা মূৰ্তি আছে। এই সপ্ত দেৱতা হ'ল— দণ্ডধাৰী দাইকোকু অৰ্থাৎ মহাকাল, বিশ্বমোন (বৈশ্ৰৱণ) কুৱেৰ, বীণাধাৰিণী বেন্তেন অৰ্থাৎ সৰস্বতী, কাংগিতেনছেতেন অৰ্থাৎ গণেশ। জ্বলাপৰিৱেষ্টিত দক্ষিণ হস্তত খড়গ আৰু বাম হস্তত পাশ লৈ 'ফুদো' অৰ্থাৎ 'অচল'। বালদেৱী কিছিনোজিন অৰ্থাৎ হাৰিতী। মহালক্ষ্মীকো জাপানত কিছিজোতেন (মহাশ্ৰী) নামেৰে পূজা কৰা হয়।

টকিঅ'ত মহাকালৰ মিমেস্তৰী মন্দিৰ, কুৱেৰৰ তমোন্‌জি মন্দিৰ আৰু সৰস্বতীৰ চোমেইজী মন্দিৰ আছে। নতুন বছৰৰ প্ৰথমদিনা জাপানীসকলে এই মন্দিৰবোৰত সুখ-সমৃদ্ধিৰ কাৰণে উপাসনা কৰে।

জাপানৰ বৰ্ণমালাক হীৰা-গানা বুলি কোৱা হয়। তাৰ আৱিষ্কাৰক হ'ল কোবো দাইছী (৭৭৪-৮৩৫)। কাশ্মীৰবাসী আচাৰ্য প্ৰজ্ঞৰ পৰা তেওঁ নাগৰী লিপি শিকে। সিদ্ধম নামৰ এই লিপি আজিও জাপানত মন্ত্ৰ লিখাৰ কামত ব্যৱহৃত হৈ আছে। আচাৰ্য কোবো দাইছীয়ে কোয়াচানৰ আশ্ৰমত বহি সিদ্ধম্ লিপিৰ আধাৰত জাপানী বৰ্ণমালা ৰচনা কৰে। তাক 'গোজুওন' অৰ্থাৎ ধ্বনি-পঞ্চাশিকা বুলি কোৱা হয়।

কোৱাচোন হ'ল, জাপানৰ তান্ত্ৰিক সম্প্ৰদায় চিংগোনৰ কেন্দ্ৰ। ছিংগোনত উপাসনা মন্ত্ৰ সংস্কৃতৰ। এই সম্প্ৰদায়ৰ বাৰশ মন্দিৰৰ দৈনন্দিন পূজা সংস্কৃত ভাষাত সম্পন্ন হয়।

# যুগে যুগে বিশ্বব্যাপিনী দেৱী জগজ্জননী দুৰ্গা আৰু তেওঁৰ স্বৰূপ—

পৰ্যালোচনা কৰিলে দেখা যায়, বৈদিক যুগৰ পৰা দুৰ্গাপূজা বা শক্তি পূজাৰ অনুষ্ঠান হৈ আহিছে। ঋগ্‌বেদৰ দেৱীসূক্ত সামবেদৰ ৰাত্ৰিসূক্তৰ পৰা বৈদিক যুগত যে শক্তিবাদ বৃদ্ধি পাইছিল, সেইটো স্পষ্টভাৱে প্ৰমাণিত হয়। অষ্ট মন্ত্ৰযুক্ত দেৱীসূক্তৰ ঋষি হৈছে, মহৰ্ষি অম্ভৃণৰ কন্যা ব্ৰহ্মবাদিনী বাক্। তেওঁ ব্ৰহ্মশক্তিক নিজৰ আত্মাৰূপে অনুভৱ কৰি কৈছে— ময়েই ব্ৰহ্মময়ী আদ্যা দেৱী আৰু বিশ্বেশ্বৰী।

'কেন' উপনিষদত উমাই হৈছে, জগজ্জননী ভগৱতী দেৱী দুৰ্গা। দেবাসুৰৰ মাজত সংঘটিত কোনোবা এখন যুদ্ধত দেৱতাসকলে জয়লাভ কৰিছিল। ৰণ-ক্লান্তি দূৰ কৰিবলৈ এঠাইত বিশ্ৰাম লৈ থকাৰ সময়ত তেওঁলোকৰ মনত অহং ভাৱৰ উদয় হয়। এই অহংকাৰ দূৰ কৰিবলৈ স্বয়ং ব্ৰহ্ম জ্যোতিৰ্ময় যজ্ঞমূৰ্তি ধৰি আবিৰ্ভাৱ হ'ল। তাকে দেখি দেৱতাসকল স্তম্ভিত। এওঁ আকৌ কোন? আমিতো ইয়াতেই আছোঁ।

তেতিয়া জাতবেদা অগ্নিয়ে তেওঁনো কোন চাবলৈ ওচৰলৈ গৈ সুধিলে— তুমি কোন? সেই যজ্ঞৰূপী ব্ৰহ্মায়ো লগে লগে ওলটাই প্ৰশ্ন কৰিলে— কস্ত্বম্? তুমি কোন? তুমি তোমাৰ শক্তি?

অগ্নি— মই জাতবেদা অগ্নি। মই সমগ্ৰ বিশ্বব্ৰহ্মাণ্ড পুৰি ছাৰখাৰ কৰি দিব পাৰোঁ। কিন্তু অগ্নিয়ে যজ্ঞই তেওঁৰ আগত পেলাই দিয়া তৃণ ডালকে পুৰিব নোৱাৰিলে। সামান্যৰূপে উত্তপ্ত কৰিবলৈকে সক্ষম নহ'ল।

এইবাৰ বায়ু গ'ল। তেওঁৰো সেই একে অৱস্থা। তেওঁ সকলোকে উৰুৱাই নিব পাৰে বুলি কৈছিল যদিও তৃণডাল অলপো লৰাব নোৱাৰিলে। অৱশেষত ইন্দ্ৰ গ'ল। অহংকাৰৰ পৰিৱৰ্তে তেওঁৰ মনত উদ্ৰেক হ'ল ভক্তি ভাৱৰ। ভক্তি ভৰে জানিব খুজিলে সেই জ্যোৰ্তিময় মুক্তিৰ পৰিচয়। তেতিয়া অন্তৰ্যামী ব্ৰহ্মাই স্বৰ্ণালংকাৰ ভূষিতা মহামায়াৰ ৰূপ ধাৰণ কৰি ক'লে— মই উমা হৈমৱতী। দেৱতাসকলে যি শক্তিৰ

বলত অসুৰসকলক জয় কৰিলে, সেই শক্তি মোৰেই শক্তি। ময়েই সকলো শক্তিৰ মূলাধাৰ।

এই হৈমৱতী উমাই হৈছে, ব্ৰহ্মৰূপিনী আদ্যা শক্তি দেৱী দুৰ্গা। যুগে যুগে ভক্তবৃন্দই তেওঁৰ পূজা কৰি আহিছে।

কৃষ্ণ যজুৰ্বেদৰ তৈত্তিৰীয় উপনিষদত দেখিবলৈ পোৱা যায়, দেৱী অম্বিকা ৰুদ্ৰৰ পত্নী। উক্ত আৰণ্যকৰ নাৰায়ণ উপনিষদত আছে—

তামগ্নিৱৰ্ণাং তপসা জ্বলন্তীং
বৈৰোচনীং কৰ্মফলেষু জুষ্টাম্।
দুৰ্গাং দেৱীং শৰণমহং প্ৰপদ্যে
সুতৰসি তৰসি নমঃ।।

—মই সেই বৈৰোচনী, অগ্নিবৰ্ণা, নিজ তাপৰ দ্বাৰা শত্ৰু দগ্ধকাৰিণী, কৰ্মফল দাত্ৰী দুৰ্গা দেৱীৰ শৰণাগত হওঁ। হে সুভাষিণী, সংসাৰ ত্ৰাণ কাৰিণী দেৱী, তোমাক প্ৰণাম কৰোঁ।

শ্ৰীশ্ৰীচণ্ডী বেদমুলা। ইয়েই বেদমাতা গায়ত্ৰী আৰু শ্ৰেষ্ঠ বেদমন্ত্ৰ। গায়ত্ৰী প্ৰভাত কালত ঋগ্‌বেদধাৰিণী কিশোৰী, মধ্যাহ্নত যজুৰ্বেদধাৰিণী যুৱতী আৰু সন্ধ্যা কালত সামৱেদধাৰিণী বৃদ্ধা। চণ্ডী আৰু গায়ত্ৰী উভয়েই প্ৰণৱস্বৰূপা। চণ্ডী পৰমাত্মময়ী—মহাদেৱী দুৰ্গাৰূপে স্তুতা আৰু পূজিতা।

চণ্ডীগ্ৰন্থ বহুত পিছত ৰচিত হ'লেও আমি তাত সুৰথ নৃপতি আৰু সমাধি বৈশ্যৰ কথা পাওঁ। সুৰথ আৰু সমাধিৰ ঘটনা সত্য যুগৰ। চণ্ডীৰ বিষয়-বস্তু হ'ল, অসুৰ নিধন। দেৱতাসকলৰ দেহনিঃসৃত তেজঃপুঞ্জৰ সমষ্টিয়েই হ'ল দুৰ্গা। এই দুৰ্গাদেৱীয়েই পোনতে মহিষাসুৰৰ সেনাপতি চিক্ষুৰ, উগ্ৰাস্য, উগ্ৰবীৰ্য্য, মহাহনু আৰু বিড়ালাসুৰক বধ কৰি উঠি স্বয়ং মহিষাসুৰক বধ কৰে। তদুপৰি তেওঁ ধূম্ৰলোচন, চণ্ডমুণ্ড, শুম্ভ-নিশুম্ভকো নিধন কৰে। চণ্ডমুণ্ডক বধ কৰিবলৈ তেওঁ সৃষ্টি কৰিলে কালীক। এই কালীৰ সহায়ত বধ কৰিলে ৰক্তবীজক।

মহামায়া তত্ত্বই হৈছে, সকলো তন্ত্ৰ-মন্ত্ৰৰ প্ৰতিপাদ্য বিষয়। তন্ত্ৰ-মন্ত্ৰৰ সাৰস্বৰূপ শ্ৰীশ্ৰীচণ্ডীৰ প্ৰতিপাদ্য বিষয়ো মহামায়াতত্ত্ব। এই মহামায়াই হৈছে ব্ৰহ্মশক্তি। পুৰুষৰূপে তেওঁৱেই ব্ৰহ্মা, বিষ্ণু আৰু শিৱ। মহামায়া চিদ্‌ৰূপা। চিৎ হৈছে, চৈতন্য বা জ্ঞান। চণ্ডীত কোৱা হৈছে— চিতিৰূপেণ য়া কৃৎস্ন— মেতদ্ ব্যাপ্য স্থিতা জগৎ। (যি চৈতন্যৰূপে সমগ্ৰ জগৎ ব্যাপি অৱস্থান কৰি আছে)।

এতিয়া আহোঁ, ৰামায়ণৰ যুগলৈ। মহা পৰাক্ৰমী ৰাৱণক বধ কৰিবলৈ মহাশক্তি দুৰ্গাৰ পূজা কৰাৰ পৰামৰ্শ দিলে বিভীষণে শ্ৰীৰামচন্দ্ৰক। সমুদ্ৰতীৰত আয়োজন কৰা হ'ল শ্ৰীশ্ৰীদুৰ্গা পূজাৰ— অকালবোধনৰ। "ৰাৱণস্য বিনাশায় ৰামস্যানু গ্ৰহায় চ অকালে বোধিতা দেৱী।' দেৱী প্ৰসন্ন হ'ল বৰ দান কৰিলে শ্ৰীৰামচন্দ্ৰক। ৰাৱণ নিহত হ'ল।

তেতিয়াৰ পৰাই আহিন মাহত দুৰ্গা পূজাৰ প্ৰচলন হ'ল। এই পূজা প্ৰচলন হ'ল, সমগ্ৰ ভাৰতৰ উপৰিও সমগ্ৰ পৃথিৱীত। আজিৰ পৰা কেইবাহাজাৰো (৭৫,০০০ হেজাৰ বছৰ বুলি কোৱা হৈছে) সমগ্ৰ পৃথিৱীত হিন্দু নৃপতিসকলে শাসন কৰিছিল। আজিৰ আমেৰিকাই আছিল তৎকালীন পাতাল। তাত এসময়ত মহীৰাৱণে ৰাজত্ব কৰিছিল। তেওঁ আছিল কালীৰ উপাসক। (১)

পুৰাণ সম্পৰ্কে আমাৰ শিক্ষিত লোকসকলৰ মাজত বহুতো ভ্ৰান্ত ধাৰণা আছে। তেওঁলোকৰ মতে পুৰাণ কাম্পনিক উপাখ্যান মাত্ৰ। কিন্তু আমি নিজৰ অধ্যয়ন আৰু উপলব্ধিৰ দ্বাৰা দাঠি কব পাৰোঁ যে পুৰাণৰ সাহায্য অবিহনে ভাৰতবৰ্ষৰতো নহয়েই, সমগ্ৰ বিশ্বৰো নিখুঁত আৰু প্ৰসঙ্গ-সঙ্গতিপূৰ্ণ সম্পূৰ্ণাঙ্গ ইতিহাস ৰচনা কৰাটো সম্ভৱ নহয়।

এইখিনিতে অৱান্তৰ যেন লাগিলেও সমগ্ৰ বিশ্বই যে হিন্দু ৰাজ্য আছিল, তাৰ দুই এটা উদাহৰণ দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ। কাবুল-আফ্‌গানিস্থান এসময়ত হিন্দুৰাজ্য আছিল। তাৰ পূৰ্বৰ নাম হয়তো অশ্বৰাগণস্থান বা আৱাগমনস্থান আছিল। গান্ধাৰ পোনতে কান্দাৰ হৈ বৰ্তমানে কান্দাহাৰ। (মহাভাৰতৰ যুগৰ বলোচ্চস্থান কালক্ৰমত হৈছে বেলুচিস্থান)। প্ৰাচীন যুগৰ ব্ৰিটিশ দ্বীপপুঞ্জত শেষ হিন্দুৰাণী আছিল বুদ্ধীশা (Buddheesha)। তেওঁৰ স্বামীৰ নাম আছিল Isban (ঈশ্‌বান>ঈশ্বান>ঈশান)। ঈশানতো মহাদেৱৰে অন্য এটা নাম। পশ্চিম ভাৰতীয় দ্বীপ পুঞ্জৰ অধিবাসীসকল যে হিন্দু আছিল, তেওঁলোকৰ আকৃতিৰ পৰাই বুজিব পাৰি। সেইদৰে ৰোম যে হিন্দুৰাজ্য আছিল, তাৰ অধিবাসীসকলৰ নামৰ পৰাই বুজা যায়। জুলিয়াচ্ চিজাৰ (Julius Caeser) "জলেশ কেশৰী" নামৰ অপভ্ৰংশ। Agustus হ'ল অগস্ত্য। মিশ্ৰৰ, মিশ্ৰ উপাধি ধাৰী হিন্দুসকলৰ ৰাজ্য। মোক্ষস্থানৰ অপভ্ৰংশ হ'ল মক্কা। (২)

ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ প্ৰকৃতি খণ্ডত দুৰ্গাৰ বিৱৰণ আছে। তাত কোৱা হৈছে যে দুৰ্গা হৈছে, মহাশক্তি আৰু মূলা প্ৰকৃতি। তেৱেঁই সৃষ্টি, স্থিতি আৰু প্ৰলয়ৰ কৰ্ত্ৰী। তেওঁ বিশ্বপ্ৰপঞ্চৰ সাৰভূতা পৰাসত্তা।

বৃহন্নাৰদীয় পুৰাণত দেৱীক উমা, শক্তি, লক্ষ্মী, ভাৰতী, গিৰিজা, অম্বিকা, দুৰ্গা, ভদ্ৰকালী, চণ্ডী, মাহেশ্বৰী, কৌমাৰী, বৈষ্ণৱী আৰু বাৰাহী নামেৰে অভিহিত কৰা হৈছে ঃ

*উমেতি কেচিদাহ   স্তাং শক্তিং লক্ষ্মীং তথাপৰে।*
*ভাৰতীত্যপৰে চৈনাং গিৰিজেত্যম্বিকেতি চ।।*
*দুৰ্গেতি ভদ্ৰকালীতি চণ্ডী মাহেশ্বৰীতি চ।*
*কৌমাৰী বৈষ্ণৱী চেতি বাৰাহী চ তথাপৰে।।*

দেৱী ভাগৱত মতে শক্তি, সৰ্বভূতত আত্মাৰূপে বিৰাজমান। (প্ৰাণী শক্তিহীন হ'লে জড়বৎ, শৱবৎ নিষ্ক্ৰিয় হৈ পৰে)। ভাগৱত পুৰাণ অনুসাৰে শক্তি দুভাগত

বিভক্ত। সচ্চিদানন্দ আৰু পৰা শক্তি। কিন্তু উভয়ে মূলতঃ অভিন্ন। বহ্নি আৰু তাৰ দাহিকা শক্তিৰ দৰে পৰম পুৰুষ আৰু পৰমা প্ৰকৃতি অদ্বৈত। ভগৱানে এই প্ৰকৃতিৰ দ্বাৰা সৃষ্টি, স্থিতি আৰু প্ৰলয় সাধন কৰে। এই সচ্চিদানন্দৰূপিণী মহামায়াৰ পৰা শক্তি, অৰূপা হৈয়ো ভক্তৰ অনুগ্ৰহাৰ্থে আৱিৰ্ভূতা হয়, চিন্ময়ীৰূপে মৃন্ময় মূৰ্ত্তিৰ আধাৰত।

ইয়াৰ উপৰিও কালিকা পুৰাণ, দেৱী পুৰাণ, মৎস্য পুৰাণ, বৃহন্নন্দিকেশ্বৰ পুৰাণ আদিত দুৰ্গা পূজাৰ বিৱৰণ পোৱা যায়।

দ্বাপৰ যুগতো দুৰ্গাৰ স্তৱস্তুতিৰ উল্লেখ পোৱা যায়। মহাভাৰতত ভীষ্মপৰ্বৰ ২৩ শ অধ্যায়ত শ্ৰীকৃষ্ণই অৰ্জুনক কুৰুক্ষেত্ৰৰ যুদ্ধত বিজয় লাভৰ অৰ্থে যুদ্ধাৰম্ভৰ পূৰ্বে দুৰ্গাক প্ৰণাম আৰু প্ৰাৰ্থনা কৰিবলৈ উপদেশ দিছে। অৰ্জুন কৃত দুৰ্গাস্তৱত দেৱীক সৰস্বতী বুলি অভিহিত কৰা হৈছে। বিৰাট্ পৰ্বতো পোৱা যায়, পাণ্ডৱসকলে বিৰাট্ নগৰলৈ যোৱাৰ আগমুহূৰ্তত দুৰ্গা দেৱীৰ স্তৱ-স্তুতি কৰিছে। মহাভাৰতত দুৰ্গাক কুমাৰী, কালী, কপালী, চণ্ডী, কাণ্ডাৰবাসিনী বুলি কোৱা হৈছে।

গীতাত যোগমায়াৰ উল্লেখ আছে। ভগৱান্‌তো নিজেই যোগমায়াৰ সহায় লৈ ধৰাধামত অৱতীৰ্ণ হৈছে। শ্ৰীভগৱানৰ সৃজনী শক্তিয়েই হ'ল প্ৰকৃতি। গীতাত এই প্ৰকৃতিৰ বিষয়ে বিশেষ বিৱৰণ পোৱা যায়। এই প্ৰকৃতিয়েই হ'ল, সেই যোগমায়া— যাৰ দ্বাৰা ভগৱানে এই জগৎ ধাৰণ কৰি আছে— "যয়েদং ধাৰ্য্যতে জগৎ"।

বৌদ্ধসকলৰ "গুহ্য-সমাজ"ক সামাজিক মান্যতা (স্বীকৃতি) দিবলৈ ৰচিত হয়, 'গুহ্য সমাজ তন্ত্ৰ' আৰু এই গ্ৰন্থৰ মাধ্যমতে বৌদ্ধ ধৰ্মত শক্তি তত্ত্বৰ প্ৰৱেশ ঘটে। এওঁলোকেই পিছত 'বজ্ৰযানী' বুলি অভিহিত হয়। নাথ-সিদ্ধসকলৰ দ্বাৰা প্ৰৱৰ্তিত সহজ যানৰ অনুগামী সকলো বজ্ৰযানী কেন্দ্ৰসমূহত বিয়পি পৰে আৰু তেওঁলোক সম্প্ৰদায়ৰ দ্বাৰা অনুপ্ৰাণিত হৈ পৰে। কাম আৰু প্ৰেম আৱশ্যকীয় আৰু শ্ৰেষ্ঠ— বজ্ৰ আৰু সহজ সাধনাই ভাৰতীয় চিন্তাৰ ওপৰত এনে প্ৰভাৱ পেলাবলৈ সক্ষম হ'ল। এই কথাত সৌন্দৰ্য্য, প্ৰেম ভক্তি আৰু আধ্যাত্মিকতাৰ অপূৰ্ব সংমিশ্ৰণ ঘটে। প্ৰায় সমগ্ৰ দেশতে এই ভাৱেৰে যুক্ত অসংখ্য মূৰ্ত্তি আৰু সাহিত্য পোৱা যায়। (৩)

জীৱনৰ এইটো এটা সত্য যে কাম আৰু প্ৰেম পাপ নহয়। সৃষ্টি পৰিকল্পনাত নাৰীয়েই প্ৰধান। নাৰীৰ সান্নিধ্যই মানুহক সৰ্বোত্তম অনুভূতিৰ দুৱাৰ মুকলি কৰি দেখুৱায়। বোধহয় মানুহক ঐশ্বৰিক চৈতন্যৰ সান্নিধ্যলৈকে লৈ যায়।

অৱশেষত সমগ্ৰ পৃথিৱীত হিন্দুৰাজ্য আছিল, এই সুত্ৰ অনুসৰণ কৰি পৃথিৱীৰ বিভিন্ন দেশত যে দুৰ্গা পূজিত হৈছিল, তাৰ দুটামান উদাহৰণ দিয়া যাওক। ভাৰতৰ উপৰিও প্ৰাচীন সভ্যতাৰ লীলাভূমি বুলি কোৱা মিশৰ, বেবিলন, এসিৰীয়া, সুমেৰু আৰু ক্ৰীত দ্বীপৰ বহুত ঠাইতে অতীতত সিংহ বাহিনী, অসুৰ নাশিনী দেৱীৰ উপাসনা প্ৰচলিত আছিল। জাৰ্মেনী, ব্ৰিটেন, আমেৰিকা, দক্ষিণ পশ্চিম ইউৰোপ, সমগ্ৰ উত্তৰ

ইউৰোপ, ভূমধ্য সাগৰৰ উপকূল অঞ্চল জুৰি অবাধ গতিত দেৱীৰ প্ৰতিমূৰ্ত্তিত আৰাধনা চলিছিল। ভাৰতৰ এই দুৰ্গা দেৱী, পৃথিৱীৰ অন্যান্য দেশৰ ইশ্‌তাৰ ৰূপে পূজিতা হৈছিল। দেৱী পূজাৰ প্ৰধান অঙ্গ দুৰ্গা হোমৰ দৰে ইশ্‌তাৰ পূজাতো যজ্ঞাগ্নিত আহুতি প্ৰদান কৰাৰ ৰীতি আছিল। ইশ্‌তাৰ মিশৰ, বেবিলন এসিৰীয়াৰ ৰজাসকলৰ বিজয় সৌভাগ্যৰ দেৱী আছিল। খৃঃ পূঃ ১৫৮০ত মিশৰৰ অধিপতি তৃতীয় এমেন হোতেপ মৰণাপন্ন ৰোগত আক্ৰান্ত হোৱাত তেওঁৰ বিয়েয়েক মিত্তানী ৰজা তুষাৰবত্তা (তুষাৰ্ত্ত)ই 'নিনেৱ' নগৰীৰ পৰা ইশ্‌তাৰৰ প্ৰতিমূৰ্তি পঠাই দিছিল, এমেন হোতেপৰ আৰোগ্য লাভৰ বাবে। (৪)

সমগ্ৰ পৃথিৱীত পুৰাতাত্ত্বিক খনন কাৰ্য্যৰ ফলত মাতৃদেৱীৰ অসংখ্য মৃন্ময় মূৰ্ত্তি উদ্ধাৰ হৈছে। 'ই শীশ' মিশৰৰ প্ৰধান দেৱী। এওঁৰ মূৰত গৰুৰ শিঙৰ দৰে দুটা শিং আছে। ইশ্‌তাৰক সুমেৰীয় দেৱী নিন্নীৰ (নিম্না নন্নৰ, ইনন্না বা ইনিন্নী) ৰূপত পোৱা যায়। (৫)

দুৰ্গাৰ যেনেকৈ বহুত নাম ইশ্‌তাৰো তেনেকৈ দামকিনা, নিনা, বাৰ্ড; তাশামিত, অফ্ৰোদাইত, দাৰসেতো আদি বিভিন্ন নামেৰে অভিহিতা। দুৰ্গাৰ চক্ৰিণী নামটোৱে ইশ্‌তাৰৰ প্ৰতীক, চক্ৰকেই সূচিত কৰে। (৬)

ঐতিহাসিক পোকাকৰ মতে মিশৰীয়সকলে নিজক সূৰ্য্যৰ বংশধৰ বুলি গন্য কৰে আৰু মনুক নিজৰ পূৰ্বপুৰুষ বুলি ভাৱে। এওঁলোকে পুনৰ্জন্মতো বিশ্বাস কৰে। মিশৰত 'মহাকালম্যো' নামেৰে এটা মন্দিৰ পোৱা গৈছে। তাত যোগী গোৰখ নাথৰ গুৰু মৎস্যেন্দ্ৰ নাথৰ মূৰ্ত্তিও আৱিষ্কৃত হৈছে। এটা শিলৰ ওপৰত আছে, অত্ৰি পুত্ৰ দত্তাত্ৰেয়ৰ চৰণ চিহ্ন। যি দেশত ভাৰত বা ভাৰতীয় সংস্কৃতিৰ প্ৰভাৱ পৰে, তাৰ দেৱতাৰ তালিকায়েই তাক প্ৰমাণ কৰে। ভাৰতীয় সূৰ্য্য তাত 'সুৰ' হৈছে, বিষ্ণু 'ৱেম্'। দিনেশ হৈছে দায়ন শিয়ম্। ওঁ মুখৰিত হৈছে মিশৰীয় 'আমন'ত। ঈশ হৈছে ইশিশ্। আশুতোষ হৰ হৈছে, হৰ্। আৰু শক্তিমাতা হৈছে 'সকিত মত।' (৭)

আধুনিক গৱেষণাই প্ৰমাণ কৰিছে যে আফ্ৰিকাৰ অতি প্ৰাচীন নাম আছিল 'শিৱদান'। 'সুদান' নামটোৱে এতিয়াও তাৰ স্মৃতি বহন কৰি আছে। তাৰ পিছত সূৰ্য্যবংশী শ্ৰীৰামচন্দ্ৰই নিজ পুত্ৰ কুশক সেই দেশৰ শাষণ ভাৰ অৰ্পণ কৰাত সেই দেশৰ নাম হয় কুশদ্বীপ। (৮) গতিকে স্বতঃসিদ্ধ ভাৱেই তাত হিন্দু সংস্কৃতিৰ প্ৰভাৱ পৰিবলৈ বাধ্য।

সমগ্ৰ পৃথিৱীৰ ওপৰত শ্ৰীশ্ৰীদুৰ্গাৰ প্ৰভাৱৰ কথা কোৱাৰ পিছত সম্প্ৰতি উপসংহাৰলৈ আহোহঁক। বহুতৰ ধাৰণা, বঙ্গ প্ৰদেশৰ পৰাই অসমলৈ দুৰ্গাপূজাৰ আমদানী হৈছে, এই ধাৰণা একেবাৰে শুদ্ধ নহয়। পাহৰি যাব নালাগে যে ৫১ খন শক্তিপীঠৰ ভিতৰত মহাপীঠ কামাখ্যা ধাম এই অসমতে বিদ্যমান। ঐতিহাসিক কালত আহোম-কোচ-দৰঙ্গী ৰজাসকলে নিষ্ঠাৰে সৈতে দুৰ্গা পূজা কৰিছিল। অৱশ্যে ইংৰাজ শাসনৰ

লগে লগে অসমলৈ অহা বঙালীসকলৰ দ্বাৰা দুৰ্গা পূজাই সাৰ্বজনীন ৰূপ পোৱাত কিবা সহায় পালে পাব পাৰে। বৰ্তমানে ই তো অসমীয়াসকলৰ এটা জনপ্ৰিয় উৎসৱতে পৰিণত হৈছে। আনহাতে যি কাৰণতে নহওক, দুৰ্গা পূজাৰ সংখ্যাও প্ৰতি বছৰে বাঢ়িহে গৈছে, কমা নাই। উৎসৱ প্ৰিয়তাই হয়তো ইয়াৰ কাৰণ। কিন্তু ইয়াক কেৱল উৎসৱ বুলি ধৰি নলৈ শক্তি পূজাৰ প্ৰকৃত তাৎপৰ্য্য অনুধাৱণ কৰি অসংগঠিত সমাজত সংগঠিত আৰু শক্তিশালী কৰাটোহে প্ৰকৃত মাতৃভক্ত সন্তানৰ পৰিচায়ক হ'ব।

**প্ৰাসঙ্গিক ঃ**

(১), (২) শ্ৰীৰাধাকৃষ্ণ প্ৰধান, এম. এ., বি. টি. ঃ 'ঋতম্বৰা', ৫ম বছৰ, ১ম সংখ্যা; আহিন, ১৩৮৯ চন; (৩), (৫) বিশ্বহিন্দু পৰিষদ পত্ৰিকা, (প্ৰয়াগ সন্মিলন), জানুৱাৰী, ১৯৬৬; (৪), (৬) শ্ৰীতাৰা প্ৰণৱ ব্ৰহ্মচাৰী ঃ শাৰদীয় যুগান্তৰ, ১৩৭১ চন; (৭) শ্ৰীবচনেশ ত্ৰিপাঠী ঃ 'যুগ ধৰ্ম'— দীপাৱলী বিশেষাংক, ১৯৬৯ ; (৮) ৰাবু বৃন্দাৱন দাস, 'প্ৰাচীন ভাৰতত হিন্দুৰাজ্য আৰু আচাৰ্য্য চতুৰাসন শাস্ত্ৰী ঃ 'ভাৰতীয় সংস্কৃতিৰ ইতিহাস' গ্ৰন্থ দ্ৰষ্টব্য।

# প্ৰাচীন আয়াৰলেণ্ডত গো-পূজা উৎসৱ আৰু শ্ৰীকৃষ্ণৰ কালীয় দমন

ভিক্ষু চমন লালে মুঠতে দুবাৰ আয়াৰলেণ্ডলৈ গৈছিল। তেওঁ নিজ অভিজ্ঞতা আৰু লেডী ৱাইল্ডৰ 'Legends and mystic charms of Ireland' গ্ৰন্থৰ আধাৰত কিছু কথা লিখিছে আৰু তেওঁৰ দ্বাৰা ৰচিত India Mother of us all গ্ৰন্থৰ 'Ireland of the Aryans' অধ্যায়ত (১২৪-১২৮ পৃষ্ঠাত) এইবোৰ কথা সন্নিৱিষ্ট কৰিছে।

## গো-পূজা উৎসৱৰ কথা

চমন লালৰ গ্ৰন্থৰ পৰা আমি জানিবলৈ সমৰ্থ হৈছোঁ যে আমাৰ দেশৰ গোপাষ্টমীৰ দৰে আয়াৰলেণ্ডতো গো-পূজা উৎসৱ পালন কৰা হৈছিল। লেডী ৱাইল্ডৰ উদ্ধৃতি দি তেওঁ লিখিছে যে এই গো-পূজা উৎসৱৰ সময়ত 'ৱাৰৱেইন' আৰু 'ৰোৱান'ৰ দ্বাৰা গৰুবোৰ সজোৱা হৈছিল আৰু মাজনিশাৰ পাছত, কুঁৱাৰ পৰা প্ৰথম তোলা পানীৰে অভিসিঞ্চিত কৰা হৈছিল। এই ৱাৰৱেইন আৰু ৰোৱান কি আমি বুজিব পৰা নাই। ইংৰাজী অভিধানতো শব্দ দুটা পোৱা নাই। এইটো ডাইনীৰ অপচেষ্টাৰ পৰা হাত সৰাৰ ফলপ্ৰদ কৃত্য বুলি গণ্য কৰা হৈছিল আৰু যিজনে পোনতে কুঁৱাৰ ওচৰলৈ যাব পাৰিছিল তেওঁ তাত একোছা 'কুইশা' ঘাঁহ (ভাৰতৰ কুশবন) পেলাই দিছিল। এইদৰে কুঁৱাৰ পানীখিনি পৱিত্ৰ কৰা হৈছিল। হিন্দুসকলেও কুশবনক পৱিত্ৰজ্ঞান কৰে আৰু সেই একে উদ্দেশ্যে তেওঁলোকেও কুঁৱাত কুশবন নিক্ষেপ কৰে।

ভাৰতৰ দৰে আয়াৰলেণ্ডতো গৰুক অতি পৱিত্ৰ জ্ঞান কৰা হৈছিল। এইচ. ডি. ডি. জুবিয়ান ৱিলেই লিখা 'আইৰিশ পুৰাণ' (Irish Mythology)ত পোৱা যায়, আইৰিশ দেৱী 'ইটেইন' (Etain) কেইবাশ বছৰৰ আগেয়ে অসুস্থ হৈ পৰিছিল। এবছৰ দুবছৰ নহয়, সুদীৰ্ঘ ডেৰ হাজাৰ বছৰ তেওঁ অসুখত পৰি আছিল। এনে অৱস্থাত ভাৰতৰ পৰা সাগৰ আৰু মৰ্ত্যৰ দুজন দেৱতা দুজনী গাই-গৰুৰে সৈতে

আহিল আৰু সেই গাই দুজনীৰ গাখীৰ খাই দেৱী 'ইটেইন' আৰোগ্য হৈ উঠিল। আইৰিশ সকলৰ চকুত ভাৰতৰ কেনে পৱিত্ৰ স্থান! ভাবি অভিভূত হ'ব লাগে।

## শ্ৰীকৃষ্ণৰ কালীয় দমন

আইৰিশ কিম্বদন্তিবোৰত আয়াৰলেণ্ডত সৰ্পপূজাৰ কথা পোৱা যায়। অকল সেয়েই নহয়, শ্ৰীকৃষ্ণৰ কালীয় দমনৰ কথাও পোৱা যায়। আয়াৰলেণ্ডৰ সৰ্পনৃত্যৰ, ভাৰত তথা প্ৰাচ্যৰ সৰ্প-নৃত্যৰ লগত অতি সাদৃশ্য আছিল।

লেডী ৱাইল্ডে লিখিছে যে ভাৰতৰ ব্ৰহ্মা বিষ্ণু আৰু শিৱ— এই ত্ৰিমূৰ্তিৰ দৰে আইৰিশ ড্ৰ'ইড সকলৰো বাল (Baal), বুধ (Budh) আৰু গ্ৰিয়েন (Grian) এই ত্ৰিমূৰ্তি আছিল। তেওঁলোকে মে উৎসৱক 'বুধ' আৰু 'বাল' অগ্নিৰ দিৱস বুলি কৈছিল।

## আয়াৰলেণ্ডত অগ্নিপূজা

আইৰিশ সকলেও হিন্দু আৰু পাৰ্চীসকলৰ দৰে অগ্নি আৰু জলক পৱিত্ৰ জ্ঞান কৰিছিল। বিশেষ সকামবোৰত আইৰিশ যুৱকসকলে জুইৰ শিখাৰ মাজেদি পাৰ হৈ গৈছিল আৰু গৰু গাইবোৰকো তপত আঙঠাৰ মাজেদি খেদি লৈ গৈছিল। অগ্নিক তেওঁলোকে অদৃশ্য ঈশ্বৰৰ দৃশ্যমান প্ৰতীক বুলি গণ্য কৰিছিল। তেওঁলোকে তেওঁলোকৰ ল'ৰা-ছোৱালী আৰু গৰু-গাইৰ চাৰিওফালে, অশুভ শক্তিৰ পৰা ৰক্ষা কৰিবলৈ জুইৰ এটা আৱেষ্টনীৰ সৃষ্টি কৰিছিল। তেওঁলোকে বিশ্বাস কৰিছিল যে (ইয়াৰ ফলত) কোনো অশুভ শক্তি এই ঐশ্বৰিক প্ৰতীক অতিক্ৰম কৰি আহিব নোৱাৰে। যিদৰে অগ্নি ভাৰত আৰু ইৰাণৰ পুৰোহিতসকলৰ সম্পদৰ উৎস, সেইদৰে আয়াৰলেণ্ডৰ ড্ৰ'ইড (Druid) পুৰোহিতসকলৰো ই সম্পদৰ উৎস আছিল। গতিকে 'বাল' মহোৎসৱৰ দিনা প্ৰত্যেকজনেই তেওঁলোকৰ পৰা অগ্নি ক্ৰয় কৰাটো বাধ্যতামূলক আছিল। আনে আনক জুই দিয়াটো পাপ বুলি গণ্য কৰা হৈছিল আৰু দিওঁতাজন দুৰ্ভগীয়া বুলি বিবেচিত হৈছিল। কাৰণ, এই কাৰ্য্যই পুৰোহিতৰ প্ৰাপ্যত আঘাত কৰিছিল। আজিও এই পুৰণি ব্যৱস্থা আয়াৰলেণ্ডত পালন কৰা হয়— শোচনীয় পৰিণতিৰ ভয়ত মে' দিৱসৰ দিনা কাকো জুই বা গাখীৰ দিয়া নহয়। যিয়ে জুই খুজিবলৈ আহে, তেওঁক চয়তানৰ দূত বুলি গন্য কৰা হয়।

আয়াৰলেণ্ডত 'তাৰা' নামেৰে ঠাইত প্ৰতি তিনি বছৰৰ মূৰে মূৰে পৱিত্ৰ অগ্নি প্ৰজ্বলিত কৰা হৈছিল— আৰু মহোৎসৱ সহকাৰে পিতলুৱা কাঁচৰ সহায়ত সূৰ্য্য ৰশ্মি আহৰণ কৰি কেইটুকুৰামান শুকান কাঠত জুই জ্বলোৱা হৈছিল আৰু পিছত তাৰ দ্বাৰা আয়াৰলেণ্ডত বিভিন্ন পৱিত্ৰ স্থানত পৱিত্ৰ অগ্নি প্ৰজ্জ্বলিত কৰা হৈছিল। চমন লালে কৈছে— 'সেই সকলোবোৰ দেশত যিবোৰলৈ আৰ্য্যসকল ভাৰতৰ পৰা পেৰুপৰ্য্যন্ত গৈছিল, সকলোতে এই একে প্ৰথা পালন কৰা হৈছিল। আনকি আজিও আয়াৰলেণ্ডত পুৰোহিতৰ ঘৰৰ পৰা জুই অনা হয়, আৰু এই কাৰ্য্যক ডাঙৰ, সৎ

আৰু পুণ্য কৰ্ম বুলি গণ্য কৰা হয়। ঠিক সেইদৰে যিদৰে প্ৰাচীন কালত 'বিল' (Beel)ৰ বেদীৰ পৰা জুই আনি ঘৰত জুই ধৰা হৈছিল। পুৰোহিতৰ ঘৰৰ পৰা এই জুই বনযুক্ত মাটিৰ চপৰাত অনা হয়। ভাৰতৰ আৰু অন্য দেশবোৰৰ বৈদিক ক্ৰিয়া-কৰ্মৰ দৰে আয়াৰলেণ্ডতো কাঠ বা শিলৰ ঘৰ্ষণৰ পৰা জুই উলিওৱা হৈছিল। পঞ্জাৱৰ হিমালয়-উপত্যকাত আজিও এই প্ৰথা আছে বুলি ভিক্ষু চমনলালে উল্লেখ কৰিছে।

## একে মূল উৎসৰ পৰা

এতিয়া প্ৰশ্ন হৈছে আইৰিশ আৰু ভাৰতীয় হিন্দুসকলৰ ৰীতি-নীতি, বিধি-প্ৰথাৰ ইমান সাদৃশ্য থকাৰ ৰহস্য কি? ১৯৩৮ চনৰ অক্টোবৰ মাহত চমনলালে আইৰিশ বিদেশ সচিৱ গৰাকীৰ লগত এঘণ্টা ধৰি আলোচনা কৰিছিল। এই সচিৱ গৰাকী আছিল প্ৰাচ্যভাষা সমূহৰ পণ্ডিত, এগৰাকী, দাৰ্শনিক আৰু ভাৰতৰ বন্ধু। তেওঁ কৈছিল, তেওঁ চমনলালৰ লগত এই বিষয়ত একমত যে তেওঁৰ পূৰ্বপুৰুষসকল আৰ্য্য আছিল আৰু তেওঁলোক ইৰাণ হৈ একে উৎসৰ পৰা আয়াৰলেণ্ডলৈ আহিছিল। এই কথাটো প্ৰমাণ কৰে আইৰিশ পুৰোহিতসকলক 'উমেলা' বোলা প্ৰাচীন পাৰ্চী শব্দটোৱে। 'আলিম' শব্দৰ বহুবচন 'উমেলা'। পুৰোহিতসকল পণ্ডিত আছিল আৰু তেওঁলোকে প্ৰজাসকলক পৰিচালনা কৰিছিল।

লেডী ৱাইল্ডেৰেও আইৰিসসকলে পুৱৰ পৰা অহা কথাটোকে সমৰ্থন কৰিছে। আনহাতে আজিৰ আইৰিশ পণ্ডিতসকলো অতি গৌৰৱান্বিত যে তেওঁলোকৰ পূৰ্বপুৰুষসকল আৰ্য্য আছিল আৰু তেওঁলোক উত্তৰ ভাৰত আৰু ইৰাণ একেখন দেশ হৈ থাকোতে আয়াৰলেণ্ডলৈ আহিছিল। আনকি আজিও আয়াৰলেণ্ডৰ চৰকাৰী নাম ইৰিণ (Irin) আৰ্য্যান (Aryan) শব্দৰ পৰা উৎপন্ন। আইৰিশ কিম্বদন্তিবোৰ ভাৰত আৰু ইৰাণৰ একে আৰ্য্য কিম্বদন্তিৰে পৰিপূৰ্ণ। ভাৰত আৰু অন্যান্য বহুতো দেশৰ দৰে আয়াৰলেণ্ডত বৃক্ষপূজা এক অত্যন্ত প্ৰাচীন প্ৰথা। এইটো এটা অতি ৰহস্যজনক কথা যে আইৰিশসকলে তেওঁলোকৰ পৱিত্ৰ গছ— 'ওক'ক 'দৰখ' বুলি কয়। যিস্থলত উত্তৰ ভাৰতত 'দৰখ্ত' শব্দটো ব্যৱহাৰ কৰা হয়। দৰখ্ত শব্দটো পাৰ্চী। আনহাতে সংস্কৃতত দাৰু শব্দই গছ আৰু কাঠ বুজায়। হিন্দী আৰু ইৰাণী (পাৰ্চী)ত ই 'দাৰ'। যেনে— দেৱদাৰ। সংস্কৃতত দেৱ-দাৰু।

## বৈদিক বিধিয়েই 'ব্ৰেহন'

শ্ৰীশিশিৰ কুমাৰ মিত্ৰয়ো তেওঁৰ The vision of India গ্ৰন্থৰ India's Cultural Empire অধ্যায়ত (১০৮ পৃষ্ঠা) আয়াৰলেণ্ড সম্পৰ্কে আলোচনা কৰিছে। তেওঁ কৈছে যে এই কেল্‌টিকসকলৰ স্বাভাৱিক আধ্যাত্মিক প্ৰবৃত্তি মূলতঃ আৰ্য্য। প্ৰখ্যাত জুৰিষ্ট মেইনে আয়াৰলেণ্ডৰ প্ৰাচীন 'ব্ৰেহন' বিধি ভাৰতৰ বৈদিক বিধিৰ পৰা ব্যুৎপন্ন বুলি দেখুৱাইছে। (এই 'ব্ৰহন' শব্দটো ব্ৰাহ্মণ শব্দৰ অপভ্ৰংশ হোৱাটো সম্ভৱ।

## ড্ৰাইডসকলৰ বিষয়ে যৎকিঞ্চিৎ

এই প্ৰসঙ্গত ড্ৰাইড্ বা ড্ৰইডসকলৰ বিষয়েও দুষাৰ আলোচনা কৰাটো উচিত হ'ব বুলি ভাবিলোঁ। এই সম্পৰ্কে বিখ্যাত ভাৰতীয় ইতিহাসবিদ শ্ৰীপুৰুষোত্তম নাগেশওকে তেওঁৰ 'Some Missing Chapters of World History'ত লিখিছে, 'বাইবেলত ডেৱিডৰ উল্লেখ বহুত গীত (Psalm)ৰ ৰচয়িতা স্বৰূপে কৰা হৈছে। এই ডেৱিডৰ সম্পৰ্ক আছে দ্ৰাবিড় (পুৰোহিত)ৰ লগত যিসকলে বৈদিক বাক্‌মন্ত্ৰ সম্পাদনা আৰু গান কৰিছিল। এই দ্ৰাৱিড়সকল আধুনিক ব্ৰিটেইনত ড্ৰাইড্‌স্বৰূপে, আজিও বিদ্যমান। এওঁলোকে ভাৰতত দ্ৰাৱিড় (প্ৰকৃততে সকলো হিন্দু)ৰ দৰে সূৰ্য্যৰ আৰাধনা কৰে। এওঁলোকৰ গীতবোৰ সংস্কৃতৰ পৱিত্ৰ গায়ত্ৰী মন্ত্ৰৰ হুবহু অনুবাদ।

ইয়াৰ পিছত শ্ৰীওকে কৈছে ড্ৰাইড্ অৰ্থাৎ দ্ৰাবিড়সকল ইংলণ্ডত প্ৰাচীন হিন্দুধৰ্মৰ অনুগামী। আৰ্য্য এটা জাতি বুলি প্ৰচলিত ভ্ৰান্ত ধাৰণা এটা আছে। শ্ৰীওকে কৈছে, আৰ্য্য এটা জাতি হ'লে ইৰাণী (পাৰ্চী) য়ুৰোপীয় আৰু ভাৰতীয়সকলৰ বেলেগ বেলেগ বৰ্ণ, আকৃতি আৰু গঠনৰ বিভিন্ন জনগোষ্ঠী কেতিয়াও সন্মিলিত নহ'লহেঁতেন। প্ৰকৃততে ই এটা জীৱন পদ্ধতিৰহে নাম। আৰ্য্য শব্দৰ অৰ্থ সভ্য, ভদ্ৰ, মাৰ্জিত, ৰুচি সম্পন্ন।

## সৰ্বাত্মক ৰঙালী বিহু

নৱবৰ্ষৰ উৎসৱ পৃথিৱীৰ প্ৰত্যেক দেশতে পালন কৰা হয়। ভাৰততো বিভিন্ন নামেৰে এই উৎসৱৰ আয়োজন কৰা হয়। অসমৰ নৱবৰ্ষৰ উৎসৱ— বহাগ বিহু বা ৰঙালী বিহুৱে কেইবাটাও দিশ সামৰি সৰ্বাত্মক আৰু সাৰ্বজনীন ৰূপ ধাৰণ কৰিছে। এই বিহুত গো-পূজাক সৰ্বাধিক প্ৰাধান্য আৰু গুৰুত্ব দিয়া হৈছে। ৰঙালী বিহুৰ প্ৰথম দিনটোকেই গৰু বিহু বুলি চিহ্নিত কৰি গো-জাতিৰ প্ৰতি চৰম শ্ৰদ্ধা আৰু ভক্তি তথা কৃতজ্ঞতা প্ৰকাশ কৰা হৈছে। কাৰণ, কৃষি প্ৰধান ভাৰতবৰ্ষত অৰ্থনৈতিক আৰু ধৰ্মীয় দৃষ্টিত গো-জাতিৰ অৱদান অপৰিসীম।

ৰঙালী বিহুৰ সময়ত কৰা গো-পূজাৰ সন্দৰ্ভত স্মৰণ কৰা হ'ল, প্ৰাচীন আয়াৰ্লেণ্ডত গো-পূজা উৎসৱ আৰু লগতে তাৰ কালীয় দমন কাহিনীৰ কথা। কাৰণ ভগৱান শ্ৰীকৃষ্ণ আছিল, গো-জাতিৰ প্ৰকৃত সংৰক্ষক। তেওঁৰ গোপাল নামৰ সাৰ্থকতা তাতেই নিহিত হৈ আছে।

**টোকা ঃ** (আমাৰ এই প্ৰবন্ধটোত বিতৰ্কিত বহু কথাই আছে; কিন্তু সেইবোৰ মুঠেও কপোল-কল্পিত নহয়। প্ৰসঙ্গসমূহ প্ৰবন্ধটোতে স্পষ্টভাৱে উল্লেখ কৰা হৈছে।)

# আমেৰিকাত হিন্দু দেৱ-দেৱী

ভিক্ষু চমনলালে তেওঁৰ ইংৰাজী ভাষাত লিখা 'হিন্দু এমেৰিকা' নামৰ ২১৬ পৃষ্ঠাৰ গ্ৰন্থখনত আমেৰিকাৰ যি ৩৯খন চিত্ৰ সন্নিবিষ্ট কৰিছে তাৰ ভিতৰত ২৪খনেই আমেৰিকাৰ হিন্দু দেৱ-দেৱী সম্বন্ধীয়। তাৰে ভিতৰত কেইখনমানৰ নাম তলত উল্লেখ কৰা হ'ল— (১) তাজিন্ (মেক্সিকো)ৰ বিশাল গোপুৰম্ মন্দিৰ, (২) মেক্সিকোৰ বিশাল শিৱ মন্দিৰ, (৩) ব্ৰাহ্মণ মূৰ্তি, (৪) বিষ্ণু মুৰ্তি, (৫) বামন মূৰ্তি, (৬) সূৰ্যোৰ্চনা, (৭) ৰুদ্ৰাক্ষ মালাধাৰী শিৱ, (৮) নৰসিংহ, (৯) অগ্নিদেৱতা, (১০) আদি শেষ (নাগ)ৰ মন্দিৰ, (১১) বলিভিয়াৰ কৈলাশ মন্দিৰৰ তোৰণ, (১২) মধ্য আৰু দক্ষিণ আমেৰিকাৰ উষ্ণীষ ধাৰী দেৱতাৰ মূৰ্তি, (১৩) দক্ষিণ আমেৰিকাৰ শিৱমূৰ্তি, (১৪) গুৱাটেমালাৰ কূৰ্ম অৱতাৰৰ মূৰ্তি আৰু (১৫) বিভিন্ন ভঙ্গীৰ শিৱ মূৰ্তিসমূহ।

## আমেৰিকাৰ আৱিষ্কাৰক হিন্দু

আমেৰিকাত হিন্দু দেৱ-দেৱীৰ অস্তিত্ব কেনেকৈ সম্ভৱ হ'ল, সেইটো জনাৰ আগতে আমেৰিকা পোনতে কোনে আৱিষ্কাৰ কৰিলে, সেই বিষয়ে আলোচনা কৰি লোৱাটো ভাল হ'ব। আমাৰ মনত এইটো দৃঢ় বিশ্বাস সোমাই গৈছে যে কলম্বছেহে আমেৰিকা আৱিষ্কাৰ কৰিছে; কিন্তু ভিক্ষু চমনলালে তেওঁৰ উপৰিউক্ত গ্ৰন্থৰ 'আমেৰিকা কোনে আৱিষ্কাৰ কৰিলে' অধ্যায়ত এইটো দৃঢ়তাৰে প্ৰতিপন্ন কৰি দেখুৱাইছে যে কলম্বছৰ কেইবা শতাব্দীও আগতে হিন্দু সকলেহে আমেৰিকাৰ আৱিষ্কাৰ কৰিছে। (ইয়াত হিন্দু শব্দৰে ভাৰতীয়সকলক বুজোৱা হৈছে)। এই সম্পৰ্কত তেওঁ কৈছে— As the seeds of herbs and trees are carried to distant places by wind and birds so in ancient times mankind and culture spread over the world through the tides of great Indian and Pacific oceans. The Hindus were mighty navigators and pioneers of culture centuries before Columbus was born (p-1) অৰ্থাৎ যেনেকৈ লতা আৰু গছৰ গুটি বতাহ আৰু চৰায়ে দূৰ-দূৰণিৰ ঠাইলৈ কঢ়িয়াই লৈ যায়, সেইদৰে প্ৰাচীন কালত

মনুষ্য জাতি আৰু সংস্কৃতি বিশাল ভাৰত মহাসাগৰ আৰু প্ৰশান্ত মহাসাগৰৰ জোঁৱাৰ ভাটাৰ মাজেৰে বিয়পি পৰিছে। হিন্দুসকল কলম্বছৰ জন্মৰ কেইবাশ বছৰ আগতেই দুৰ্জেয় নাবিক আৰু সংস্কৃতিৰ বাটকয়ীয়া আছিল।

এই হিন্দুসকলেই যৱ, সুমাত্ৰা, বৰ্ণিও, ফিলিপাইন, কম্বোডিয়া, চম্পা, আনাম আৰু শ্যামত সাংস্কৃতিক সাম্ৰাজ্য স্থাপন কৰিছিল আৰু ১৪শ শতিকাৰ শেষলৈকে তাত ৰাজত্ব কৰিছিল। আনকি, আজিও কম্বোডিয়াৰ ৰজাই ভাৰতৰ মহান বৰ্মন ৰজাসকলৰ উপাধি ধাৰণ কৰে। বালিত এতিয়াও হিন্দু ৰজা আছে। আমেৰিকালৈ হিন্দু প্ৰব্ৰজন খ্ৰীষ্টীয় ১ম শতিকাৰ পৰা ১২ শতিকালৈ প্ৰবল আছিল।

'The same pioneers of culture who ruled such large areas in the Pacific for fourteen centuries also went to far off Mexico and Peru and established cultural empires (page-1).' যিসকল সাংস্কৃতিক বাটকটীয়াই প্ৰশান্ত মহাসাগৰৰ বিশাল অঞ্চল সমূহত ১৪ শতাব্দী ধৰি শাসন কৰিছিল, তেওঁলোকেই সুদূৰ মেক্সিকো তথা পেৰুলৈ গৈছিল আৰু সাংস্কৃতিক সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিছিল।

## জাহাজ নিৰ্মাণত অগ্ৰগণ্য

প্ৰশ্ন উঠিব পাৰে— হিন্দুসকল মহাসাগৰ পাৰ হৈ আমেৰিকালৈ কেনেকৈ গৈছিল? সেই সম্পৰ্কেও ভিক্ষু চমনলালে নিজৰ গ্ৰন্থত উল্লেখ কৰিছে— হিন্দুসকল জাহাজ নিৰ্মাণত নিপুন আছিল আৰু জাহাজেৰে তেওঁলোকে সুদূৰ দেশলৈ বুলি সাগৰত পাৰি দিছিল। 'According to French and British historians the Hindu excelled in the art of constructing ships and for centuries the British and French borrowed from the Hindus many improvements in the naval architecture.' অৰ্থাৎ ফ্ৰেঞ্চ আৰু ব্ৰিটিছ ঐতিহাসিকসকলৰ মতে হিন্দু সকলে জাহাজ নিৰ্মাণত সকলোকে চেৰ পেলাইছিল তথা ইংৰাজ আৰু ফ্ৰেঞ্চসকলে হিন্দুসকলৰ পৰা কেইবাশতিকা ধৰি নৌ স্থাপত্য বিদ্যাৰ উন্নয়নৰ ক্ষেত্ৰত বহুতো শিক্ষা লাভ কৰিছিল।

## হিন্দু উপনিবেশৰ সত্যতা

চমনলালে জোৰ দি কৈছে যে— 'After 17 years of research I can now claim to have proud my theory Hindu colonisation of America. The Stones of every corner of America speak of Hindu Influences.' (১৭ বছৰীয়া গৱেষণাৰ পাছত মই আমেৰিকাত যে হিন্দু উপনিবেশ আছিল, মোৰ এই মতবাদ প্ৰমাণৰ বাবে দাবী কৰিব পাৰোঁ। আমেৰিকাৰ প্ৰত্যেক ঠাইত থকা শিলবোৰেই হিন্দু প্ৰভাৱৰ কথা ঘোষণা কৰিছে। (২ পৃষ্ঠা)

# হিন্দু সংস্কৃতিৰ আধাৰশিলা

চমনলালে তেওঁৰ কথাৰ প্ৰমাণ দি কৈছে যে এজ্‌টেক্ চক্ৰ বুলি জনাজাত এজ্‌টেক্ কেলেণ্ডাৰেই আমেৰিকাত হিন্দু সংস্কৃতিৰ আধাৰশিলা। প্ৰাচীন আমেৰিকাৰ অধিবাসীসকলে হিন্দুৰ ৪টা যুগ বিশ্বাস কৰিছিল। এই বিষয়ে তেওঁ আৰু কৈছে—

'This Astic caleneder (of Hindu origin) depicts the Hindu ages of the world. Macknzie, author of 'Myths of Pre-Columbian America', says.' The doctrine of the worlds ages (Hindu-yugas) was imported into pre-Co-lumbian America. The Mexican sequence is identical with the Hindu. It would be reduculous to assert that such a strange doctrine was spontaneous origin in defferent parts of old and new world. The sculpture of Sun in this calender bears the imprint of India. (P3)

— এই এজ্‌টেক কেলেণ্ডাৰে (হিন্দুসকলৰ) বিশ্বৰ হিন্দু যুগসমূহৰ বিৱৰণ দাঙি ধৰে। 'কলম্বছৰ পূৰ্ববৰ্তী আমেৰিকাৰ আখ্যান' গ্ৰন্থৰ লেখক মেকেঞ্জিয়ে কৈছে, 'বিশ্বৰ যুগসমূহ (হিন্দু যুগ)ৰ ধৰ্মীয় মতবাদ কলম্বছৰ পূৰ্ববৰ্তী যুগতে আমেৰিকালৈ লৈ যোৱা হৈছে। মেক্সিকোৰ যুগক্ৰমৰ, হিন্দু যুগৰ লগত সঙ্গতি আছে। তেনেকুৱা এটা আচৰিত ধৰ্মীয় মতবাদ বিশ্বৰ বিভিন্ন অংশত স্বতঃস্ফূৰ্তভাৱে সৃষ্টি হৈছিল বুলি ডাঠি কোৱাটো হাস্যস্পদ।' এই কেলেণ্ডাৰত থকা সূৰ্যৰ ভাস্কৰ্যই ভাৰতৰ চিহ্ন বহন কৰিছে। চমনলালে তেওঁৰ উক্ত গ্ৰন্থতে কৈছে যে এই আমেৰিকা নিবাসীসকলৰ হিন্দুৰ ৪টা যুগ, তেওঁলোকৰ গুৰুকূল শিক্ষাপদ্ধতি, পঞ্চায়ত পদ্ধতি, ইন্দ্ৰ, গণেশ আৰু অন্যান্য হিন্দু দেৱতাৰ পূজা হিন্দু ধৰ্মীয় নৃত্যৰ চৰ্চা তথা শিশু জন্ম, বিবাহ আৰু মৃত্যু, সতী প্ৰথাকে ধৰি উছৱ-পৰৱবোৰত থকা বিশ্বাসে এইটো নিঃসন্দেহে প্ৰমাণ কৰে যে হিন্দুসকলেই পোনতে আমেৰিকা আৱিষ্কাৰ কৰিছিল।

ভাৰতৰ দৰে মেক্সিকোতো পঁচি খেলা হৈছিল। ইয়াক মেক্সিকোত 'পাতলী' বুলি কোৱা হৈছিল। নামটোৰ বাহিৰে বাকী খেলাৰ নিয়ম আদি সকলো একে। এইবোৰৰ উপৰিও ভাৰত আৰু আমেৰিকাৰ কিছুমান একে নিচিনা উৎসৱ আছে। দক্ষিণ ভাৰত তথা বঙ্গ প্ৰদেশৰ দৰে মেক্সিকো আৰু পেৰুত 'চবক' পূজা উৎসৱ পালন কৰা হৈছিল।

## আয়াব নৃপতি বৃন্দ

দক্ষিণ ভাৰতৰ পৰা যোৱা আয়াব ব্ৰাহ্মণ ৰাজবংশৰ ১০০শ জন ৰজাই আমেৰিকাত ৰাজত্ব কৰিছিল। পেৰুত ৰাজত্ব কৰা এই বংশৰ শেষ ৰজাজনক স্পেনিয়াৰ্ডসকলে হত্যা কৰিছিল আৰু তেওঁৰ চাৰিগৰাকী ৰাণীয়ে ভাৰতীয় পদ্ধতি

অনুসাৰে চিতাত আত্মবিসৰ্জন কৰি সতী গৈছিল। আয়াৰ ৰজাসকলৰ বিষয়ে চমনলালে কৈছে— 'The use of throne, the litre and of fans mounted standard-like on long poles as insignia of rank and royalty in the countries of central and South America bears the strong imprint of India. It may be observed here that the last Ayar ruler of Peru was carried in his Palarquin on the day the Spaniards invaded Peru. His turban with plum and his Mudra of the hand are unmistakable proofs of his Hindu Origin. (p. 5).'

(মেক্সিকানসকলৰ ৰাষ্ট্ৰীয় সিংহাসনখন ৰাষ্ট্ৰীয় যাদুঘৰত সংৰক্ষিত কৰা হৈছে। সূৰ্যৰ আদৰ্শ স্বৰূপ হিন্দু বৌদ্ধ গ্ৰহমণ্ডল বহন কৰি আছে। মেক্সিকান সকলৰো হিন্দু সিংহাসন আৰু পদ্মাসন আছিল।)

## দেৱতাৰ প্ৰতিমূৰ্তি

আমেৰিকাত গুৱাটেমালা, পেৰু, বলিভিয়া আৰু হণ্ডুৰাচত যিমান দেৱতাৰ মূৰ্তি আৰু সমৃদ্ধিশালী মন্দিৰ আছিল, ভাৰততো কোনোদিনে সিমান মন্দিৰ নাছিল। শিৱ, গণেশ, ইন্দ্ৰ, সূৰ্য, হনুমান, বিষ্ণু আৰু তেওঁৰ কূৰ্ম অৱতাৰ দক্ষিণ আমেৰিকাত পূজিত হৈছিল। বহুতো মূৰ্তি আমেৰিকাৰ যাদুঘৰত সংৰক্ষিত কৰি ৰখা হৈছে। তাত দেখিবলৈ পোৱা যাব— 'পেৰুৰ ইন্‌কা পুৰাণৰ শিৱ, গণেশ, আনকি তেওঁৰ এন্দুৰটো পৰ্যন্ত। ইয়াৰ উপৰিও মেক্সিকো মহানগৰীৰ ডায়েগো ৰিৱিয়েৰা (Diego Reviera) মন্দিৰৰ পৰা অনা গণেশ, গুৱাটেমালাৰ যাদুঘৰৰ পৰা অনা হনুমান্ আৰু শিৱ, মেক্সিকোৰ ৰেৰাক্ৰুজ (Veracrus)ৰ পৰা অনা শিৱলিঙ্গ, মেক্সিকো মহানগৰীৰ ৰাষ্ট্ৰীয় যাদুঘৰৰ পৰা অনা বিষ্ণুৰ প্ৰতিমূৰ্তি। মেক্সিকান বিষ্ণু, মেক্সিকান গঢ়ৰ হোৱা সত্ত্বেও তেওঁৰ হাতত থকা গদা আৰু চক্ৰৰ পৰা সহজে বিষ্ণু বুলি ধৰিব পাৰি। গুৱাটেমালাৰ কুৰাগুৱা (Quiragua)ৰ যাদুঘৰত ইউনাইটেড্ ফ্ৰুইট্ লাইনে সংৰক্ষিত কৰি ৰখা কূৰ্ম অৱতাৰৰ মূৰ্তিটো নৃতত্ত্ববিদসকলৰ কাৰণে এক বিৰাট সাঁথৰ। তেওঁলোকে ইয়াৰ নাম দিছিল— Turtle stone, ইন্দ্ৰৰ মূৰ্তি সংৰক্ষিত কৰি ৰখা হৈছে— মেক্সিকোৰ যাদুঘৰত। লগতে বামন অৱতাৰকো। (৬ পৃষ্ঠা)।

চমনলালে সম্পাদনা কৰা India Mother of us All গ্ৰন্থত এই সম্পৰ্কে আৰু বহুত তথ্য পোৱা যায়। হণ্ডুৰাচত গভীৰ অৰণ্যৰ মাজত যিকোনো মানুহেই গজাৰোহী স্বৰ্গৰ ৰজা ইন্দ্ৰৰ মূৰ্তি দেখিবলৈ পাব। আমেৰিকাত এনেকুৱা হিন্দুদেৱতা কমেই আছে, যিসকলক আমেৰিকাৰ প্ৰাচীন অধিবাসীসকলে নাজানিছিল। স্বৰ্গ-মৰ্ত্ত্য পাতালৰ অধীশ্বৰ ত্ৰিলোক নাথক, স্পেনিয়াৰ্ডসকলে মেক্সিকো জয় কৰি ভুলকৈ টিলোক নাহুৱাকলৈ সলনি কৰাৰ আগলৈ মেক্সিকানসকলে হুবহু সেই নামেৰেই

জানিছিল। ত্রিলোকনাথ আছিল— মেক্সিকানসকলৰ শ্ৰেষ্ঠ আৰু সৃষ্টিকৰ্তা দেৱতা। চমনলালে কোপেনত এটা হনুমানৰ মূৰ্তি নিজে দেখি অহা বুলি উল্লেখ কৰিছে। (৯০ পৃষ্ঠা)।

সকলোতকৈ ডাঙৰ মন্দিৰটো আছিল— মেক্সিকোত। সূৰ্য আছিল— দক্ষিণ আৰু মধ্য আমেৰিকাৰ সৰ্বোচ্চ দেৱতা। তেওঁৰ প্ৰতিমূৰ্তি বিশেষভাৱে বলিভিয়া আৰু পেৰুৰ মনুমেণ্টবোৰত সঘনে পোৱা যাব। পেলেংক সূৰ্য মন্দিৰৰ সূৰ্যই মেক্সিকোত সন্মানৰ স্থান লাভ কৰিছে। মেক্সিকোৰ পৰা পেৰুৰ বাটত মৃত্যুৰ দেৱতা যমৰ মূৰ্তিও দেখিবলৈ পোৱা যায়। মেক্সিকান দেৱতা আৰু হিন্দু মূৰ্তিৰ মাজত আচৰিত সামঞ্জস্য বিদ্যমান। শিৱৰ লগত সাদৃশ্য থকা হুইৎজ্‌লি পোষ্টলি (Huitzli pochtli) হৈছে— মেক্সিকোত যুদ্ধৰ দেৱতা, কেতিয়াবা ধ্বংসৰ। সংৰক্ষণক দেৱতা হ'ল— টিলালোক (Tlaloc) আৰু সৃষ্টিকৰ্তা ব্ৰহ্মা হ'ল— Cihacoatle, (চিহাকোটল)।

## ইউলিয়াম জোঞ্চ আদিৰ সাক্ষ্য

শিশিৰ কুমাৰ মিত্ৰই তেওঁৰ The vision of India গ্ৰন্থত ছাৰ ইউলিয়াম জোঞ্চৰ উদ্ধৃতি দি কৈছে— দক্ষিণ আমেৰিকাৰ পেৰু নিবাসীসকলে তেওঁলোক সূৰ্য বংশোদ্ভৱ আৰু সূৰ্যৰ উপাসক আছিল বুলি দাবী কৰিছিল। তেওঁলোকৰ সকলোতকৈ ডাঙৰ উৎসৱটো আছিল— 'ৰাম-সীতোৱা।' পোককৰ মতে পেৰু নিবাসীসকলৰ ভাৰতৰ লগত সম্বন্ধ আছিল। পেৰু নিবাসীসকলৰ মাজত এতিয়াও ৰামায়ণৰ কাহিনী চলি থকাটো একো আচৰিত কথা নহয়। পেৰুৰ কাব্যৰ প্ৰত্যেকটো পৃষ্ঠাই ৰামায়ণ-মহাভাৰতৰ চিহ্ন বহন কৰে। আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰদূত মাইলছ্ পইনডেক্সটাৰে পেৰুত ভালেমান বছৰ কটাইছিল আৰু ইন্‌কা ৰজাসকলৰ বংশধৰসকলক লগ ধৰি ব্যক্তিগত অনুসন্ধান চলাইছিল। তেওঁ কৈছে যে দক্ষিণ আমেৰিকাৰ ইন্‌কা ৰাজবংশৰ প্ৰতিষ্ঠাতা আছিল ৪জন আয়াৰ (আৰ্যৰ লগত শব্দ বৈজ্ঞানিক সম্পৰ্ক ৰখা) ব্ৰাহ্মণ। ইন্‌কাসকলে বৰ্ণ-ব্যৱস্থা মানিছিল আৰু কম-বেছি পৰিমাণে ভাৰতীয় ব্ৰাহ্মণসকলে পালন কৰাৰ দৰে উপনয়ন সংস্কাৰ পালন কৰিছিল। পেৰুৰ ভাষাত এহেজাৰতকৈ বেছি সংস্কৃতমূলক শব্দ আছে। পেৰুত সঙ্গীত হিন্দু সঙ্গীতৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠিছিল। (১৮২ পৃঃ)

আমেৰিকাৰ মায়া (ময়) আৰু এজ্‌টেক স্থাপত্য-বিদ্যা হুবহু ভাৰত আৰু দক্ষিণ এশিয়াৰ দৰে। এই কথাত সন্দেহ নাই যে হিন্দুসকলেই জলযান যোগে প্ৰশান্ত মহাসাগৰ পাৰ হৈ আমেৰিকাত সাংস্কৃতিক সাম্ৰাজ্য স্থাপন কৰিছিল আৰু নানা ঠাইত মন্দিৰ আৰু দেৱতাৰ প্ৰতিমূৰ্তি নিৰ্মাণ কৰিছিল।

# পশ্চিম এছিয়াত হিন্দু দেৱ-দেৱী

ইউৰোপৰ বিশেষজ্ঞসকলৰ মতে 'কাসী'সকলেই যুদ্ধত পোনতে ঘোঁৰাৰ ব্যৱহাৰ কৰিছিল। আনহাতে শ্ৰীমদ্ভাগৱত পুৰাণৰ মতে কেশী দৈত্যই শ্ৰীকৃষ্ণক মাৰিবলৈ ঘোঁৰাৰ ৰূপ ধৰি আহিছিল। কোৱা বাহুল্য যে কেশীৰ কংশই শিশু কৃষ্ণক বধ কৰিবলৈ পঠাইছিল। কেশীক হত্যা কৰাৰ কাৰণেই কৃষ্ণক 'কেশৱ' বুলি কোৱা হয়। পশ্চিম এছিয়াত এই জাতিয়ে যি দেৱতাৰ পূজা কৰিছিল, তাৰ নাম আছিল 'কেশাশৱ'।

পশ্চিম এছিয়াৰ কাপী বা কাষী ৰজাসকলৰ নাম আছিল সংস্কৃত ভাষাৰ। যেনে— ৰাজা তুৰণাবাৰিষা (তকনবীৰ্য)। তেওঁৰ 'গাধীশ' ঋগ্‌বেদত 'গাধি' নামৰ এজন ৰজাৰ উল্লেখ পোৱা যায়। পুৰাণৰ মতে গাধি জমদগ্নিৰ পিতামহ আছিল।

## মিত্তানীসকলৰ কথা

খৃঃপূঃ ১৫০০ শ বছৰ আগতে এজন মিত্তনী ৰজাই চিৰিয়া অধিকাৰ কৰে। মিত্তানী জাতিয়ে সূৰ্য পূজা কৰিছিল। গতিকে এইটো ক'ব পাৰি যে মিত্তানী প্ৰকৃততে মিত্ৰানীৰ অপভ্ৰংশ। এই জাতিৰ ৰজাসকলৰ নামো সংস্কৃত ভাষাৰ। যেনে— আৰ্তাত্মা, শত্ৰুঘ্ন, সুদৰ্শন আৰু দশৰথা। এই ৰজাসকলৰ সহায়ক হুৰীসকলে খৃঃ পূঃ ১৪০০ চনত পশ্চিম এছিয়াৰ এক বিস্তৃত ভূখণ্ডত ৰাজত্ব কৰিছিল। এওঁলোকৰ নাম আছিল আৰ্ত্তত্মা, শত্ৰুঘ্ন আৰু বশিষ্ঠ। এই ৰজাসকলে প্ৰায় পৌনে দুশ বছৰ ৰাজত্ব কৰিছিল।

## মেচোপটোমিয়াৰ শিলালিপি

প্ৰায় ১৪৫০ খৃঃপূঃৰ আগতে মিত্তানী আৰু হিত্তী ৰজাসকলে পৰস্পৰে যুদ্ধ নকৰাৰ এটা সন্ধি হয়। এই সন্ধিৰ শিলালিপি, খনন কাৰ্যৰ ফলত উদ্ধাৰ কৰা হৈছে। এই সন্ধিত মিত্ৰ, বৰুণ, ইন্দ্ৰ আদি দেৱতাসকলক সাক্ষী মানি পৰস্পৰ মিত্ৰতা সূত্ৰত আবদ্ধ হৈ থকাৰ প্ৰতিজ্ঞা কৰা হৈছে। ওপৰোক্ত শিলালিপি আৰু সন্ধিৰ কথা শ্ৰীজমনাদাস আখচাৰৰ প্ৰবন্ধত (নব ভাৰত টাই মছ ২৫ জানুৱাৰী, ১৯৭০) উপৰিও শ্ৰীৰাধাকুমদ মুখাৰ্জীৰ "Glimpses of ancient India" (২০ পৃষ্ঠা), শ্ৰীশিশিৰ

কুমাৰ মিত্ৰৰ "The vision of India" (১৮২/১৮৩ পৃষ্ঠা) আৰু শ্ৰীগঙ্গাপ্ৰসাদৰ "The fountainhead of Rellgion" (২১১ পৃষ্ঠা) গ্ৰন্থত উল্লেখ কৰা হৈছে। ১৯০৭ চনত মেচোপটোমিয়াত জাৰ্মান প্ৰত্নতাত্ত্বিক হিউগো উইংকলাৰে খনন কাৰ্যৰ ফলস্বৰূপে ১৪০০ খৃঃপূঃৰ যি শিলালিপি আৱিষ্কাৰ কৰিছে তাত ঋগ্‌বেদৰ দেৱতা মিত্ৰ, বৰুণ, ইন্দ্ৰ আৰু নামত্যৰ (অশ্বিনী কুমাৰদ্বয়) উল্লেখ আছে। শ্ৰীজমনা দাসে যদিও এই শিলালিপিখনৰ সময় ১৯৫০ খৃঃ পূঃ বুলি লিখিছে, উক্ত ৩ খন গ্ৰন্থত ১৪০০ খঃ পূঃ বুলিয়েই লিখিছে। শ্ৰীজমনা দাসৰ প্ৰৱন্ধত ছপাৰ ভুলো হ'ব পাৰে। মিত্তানী আৰু হিত্তী ৰজাৰ সন্ধিৰ শিলালিপিত বৈদিক দেৱতাৰ নাম থকা কথাই এইটোৱেই প্ৰমাণ কৰে যে ভাৰতৰ ঔপনিবেশিক সাংস্কৃতিক আৰু বাণিজ্যিক কাৰ্যকলাপ মেচোপটোমিয়া আদিৰ দৰে সুদূৰ দেশলৈকো বিস্তৃত হৈছিল। মিত্তানী ৰাজপুত্ৰসকলে সংস্কৃত নামৰ আৰ্ত্তাত্মাৰ উপৰিও তুষ্‌ৰাত সুত্তাৰ্ণ, আৰ্তিতন, আৰ্তসুৰ আদি নাম গ্ৰহণ কৰিছিল।

এই কথাত কোনো সন্দেহ নাই যে হিত্তী, মিত্তানী কামী আৰু হুৰীসকল প্ৰাচীন কালত ভাৰতৰ পৰা বাহিৰলৈ গৈছিল। ওপৰোক্ত শিলালিপিত ৰাগদেৱৰ অনুক্ৰমেই দেৱতাসকলৰ নাম উল্লেখ কৰা হৈছে। বিখ্যাত ইংৰাজ পণ্ডিত পৰগিটৰে লিখিছে বৈদিক কালত ভাৰতীয় জাতিবোৰ ভাৰতৰ পৰা পশ্চিম ফাললৈ যাবলৈ আৰম্ভ কৰিছিল। আন এগৰাকী ইংৰাজ পণ্ডিত এইচ বিলিওৱে তেওঁৰ 'আফগানিস্তান আৰু ফিগৰ' গ্ৰন্থত (২১৩ পৃষ্ঠা) মহাভাৰতৰ যুদ্ধৰ পিছত হিন্দু ৰজাসকলৰ বহুতো পৰিয়াল ভাৰতৰ বাহিৰলৈ যোৱা বুলি লিখিছে। অধ্যাপক ইৰৰ লিচনৰে "Diving Part" গ্ৰন্থত (পৃষ্ঠা ৩২০-৩২১)ত লিখিছে, ২৬০০ খৃঃপূঃত ভাৰতীয়সকলে পশ্চিম এছিয়াত যুদ্ধোপযোগী ৰথ ব্যৱহাৰ কৰিছিল। এওঁলোকে পিছত সাইক্লিৰী বুলি অভিহিত, যিসকলৰ বিষয়ে হোমাৰে উল্লেখ কৰিছে। এওঁলোকেই চাৰিশ বছৰ পিছত সমগ্ৰ ধ্বংস কৰে।

পশ্চিম এছিয়ালৈ অহা এই ভাৰতীয় আৰ্যসকলে কেইবাশ বছৰ অন্যান্য আক্ৰমণকাৰী সকলৰ সন্মুখীন হ'ব লগীয়া হৈছিল। আলিগড় বিশ্ববিদ্যালয়ৰ অধ্যাপক মকবুল আহমেদে তেওঁৰ গ্ৰন্থ ভাৰত আৰু আৰবৰ সম্বন্ধত (৬০ পৃষ্ঠা) লিখিছে হিত্তী আৰু মিত্তানী সকল ভাৰতীয় আছিল আৰু তেওঁলোকে ভাৰতীয় দেৱতাসকলৰ পূজা কৰিছিল। তেওঁ এইটোও লিখিছে যে মিত্তানী সকলেই পিছত 'মেঢ়' বুলি অভিহিত হয়। তেওঁলোকে খৃঃ মৃঃ ৭৫০ চনত ইৰাণ অধিকাৰ কৰে আৰু কেইবা বছৰো ধৰি অসুৰসকলৰ লগত যুদ্ধ কৰে। এওঁলোকৰ এজন ৰজাই নিজৰ নামৰ লগত 'ক্ষত্ৰী' শব্দৰ প্ৰয়োগ কৰিছে। অন্তিম 'গেঢ়' ৰজা ইস্বাকু (গ্ৰীক নাম— অষ্টয়াগম)ৰ জোৱালেক ক্ৰুশে ইৰাণ অধিকাৰ কৰাৰ পিছত গ্ৰীক আৰু মিদুৰ অধিকাৰ কৰিছিল। তেওঁৰ পুত্ৰ কাম্বুজে আৰ্যান দাস নামেৰে এজনক মিদুৰৰ ৰাজ্যপাল নিযুক্ত কৰিছিল।

অধ্যাপক মকবল আহমেদ তেওঁৰ গ্ৰন্থতে (২৩৭ পৃষ্ঠা) আৰব লেখক 'অল য়াকুৰী'ৰ উদ্ধৃতি দি কৈছে এজন ভাৰতীয় ৰজা জাৰিয়াই চলমানৰ মৃত্যুৰ ১০ বছৰ পিছত বেবিলনীয়া অধিকাৰ কৰিছিল। কাসীসকলৰ বিষয়ে শ্ৰীগঙ্গাপ্ৰসাদে লিখিছে, "The people known as cossaao living on the banks of the Tigris probably emigrated on kashi or Benarcs a city of qreat antiquity in India." (পৃষ্ঠা - ১৭২)।

যিহওক, ওপৰৰ পৰ্যালোচনাটোৱে এইটোৱে প্ৰমাণ কৰে যে পশ্চিম এছিয়াত হিন্দু সংস্কৃতিৰ যেতিয়া যৌৱন, সেই সময়ত ইউৰোপীয় দেশসমূহ একেবাৰে পিছ পৰা আছিল।

যোৱা ৬০-৭০ বছৰৰ ভিতৰলৈ পশ্চিম এছিয়াত বিশেষকৈ তুৰ্কিস্থান আৰু ইৰাকত যি খনন কাৰ্য হৈছে, সেইবোৰৰ দ্বাৰা ভাৰতৰ প্ৰাচীন সংস্কৃতি সম্বন্ধে বহুতো গুপ্ত ৰহস্যৰ সন্ধান পোৱা গৈছে। এই ৰহস্যবোৰে ভাৰত আৰু পশ্চিম এছিয়াৰ মাজত থকা প্ৰাচীন ঐতিহাসিক আৰু সাংস্কৃতিক সম্বন্ধৰ ওপৰত বিশেষ আলোকপাত কৰিছে। ১৯২০ চনত নৰৱেৰ অধ্যাপক মুভিট জনে ১৯০০ আৰু ১৯১১ চনৰ মাজত জাৰ্মান বিশেষজ্ঞ অধ্যাপক হিউগো উইংক্লাৰে আৰু ১৯৩২ চনত জাৰ্মান বিশেষজ্ঞ বিট্‌টলে তুৰ্কীৰ এখন প্ৰাচীন নগৰ হাৎসাত খনন কাৰ্য চলাই চহৰৰ প্ৰাচীন দুৰ্গ, ভৱন আৰু চৌহদ বিচাৰি উলিয়াইছে। তেওঁলোকে কেইবাখনো শিলালিপিৰ অনুসন্ধানতো সাফল্য লাভ কৰিছে।

## আৰ্য জাতি চতুষ্টয়

এনেকুৱা খনন কাৰ্য ইৰাক আৰু চিৰিয়াতো চলোৱা হৈছে। তাৰ ফলত চাৰিটা প্ৰাচীন আৰ্য জাতি-হিত্তী কামী, নিতালী আৰু হুৰীৰ সাম্ৰাজ্য, সংস্কৃতি আৰু ধাৰ্মিক বিচাৰ ধাৰাৰ সন্ধান পোৱা যায়। হিত্তী জাতিক 'খৰ্ত্তী' বুলিও কোৱা হয়। বাইবেলৰ কেইবা ঠাইতো খৰ্ত্তীসকলৰ উল্লেখ পোৱা যায়। মিছৰ দেশত ইয়াক 'খেতা' বুলি কোৱা হয়।

প্ৰায় সকলো ইতিহাসকাৰ এই কথাত একমত যে ই আচল শব্দ 'ক্ষত্ৰী'ৰ অপভ্ৰংশ হিত্তী বংশৰ সাম্ৰাজ্যৰ ভিত্তি স্থাপন হয়, যীশুখৃষ্টৰ জন্মৰ ১৭৪০ বছৰ আগতে আনাতোলিয়াত। এই বংশৰ চাৰজন ৰজাৰ নাম অৰনুৱন দশ আছিল খৃঃ পূঃ. ১৬৬০ চনত হিত্তীসকলে মিছৰ তাত ৰাজত্ব কৰি ২০ বছৰ পৰ্যন্ত তাত ৰাজত্ব কৰে। এই বংশৰ এজন ৰজাৰ নাম আছিল পৰশুৰাম। তেওঁ ১৭১৭ চনত তুৰ্কিস্থানত শাসন কৰিছিল। তেওঁৰ পুত্ৰৰ নাম আছিল সৱবৰ্ণ।

# দ্বিতীয় আৰ্য বংশ

অন্য এটা আৰ্য পৰিয়াল 'কামী'ক 'কেশী' আৰু 'কস্পী' বুলিও কোৱা হয়। গ্ৰীক লেখক ষ্টানোৱে ইয়াক 'কেশোৱ বুলি লিখিছে।

আমিৰিয়াৰ শিলালিপিত 'কাস্তী' বুলি লিখিছে। বিখ্যাত ইতিহাসকাৰ শ্ৰীআৰ, গ্ৰীছমানে তেওঁৰ 'ইৰাণ' নামৰ গ্ৰন্থত শব্দটো 'কস্পী' বুলি লিখিছে আৰু তাৰ পৰাই কৃষ্ণ সাগৰৰ নাম কাস্পিয়ান হোৱা বুলি কৈছে। ইৰানৰ এখন নগৰ হমাদান। ইয়াৰ ওপৰত মেঢ়সকলে অধিকাৰ কৰাৰ আগতে নাম আছিল কাক্ষবীন। এই বংশৰ ৰজাসকলে খৃঃ পূঃ ১৫৯৫ চন পৰ্যন্ত ৰাজত্ব কৰে। কেইবাগৰাকী ইতিহাসকাৰৰ মতে কশ্যপ ঋষিয়ে 'কস্পী' বংশৰ ভিত্তি স্থাপন কৰে। কাশ্মীৰ নামটো ইয়াৰ পৰাই হৈছে। এই জাতিয়েই পাঞ্জাৱত কশ্যপ পুৰী প্ৰতিষ্ঠা কৰিছে। মুলতানৰ প্ৰাচীন নাম আছিল কশ্যপ পুৰী।

বেছিভাগ পণ্ডিতেই কশ্যপৰ নামৰ পৰাই 'কাস্পিয়ান' সাগৰ নাম হোৱা বুলি কৈছে। 'কাসী' জাতিৰ লগত যদি কশ্যপৰ সম্বন্ধ মিলিত হয়, তেন্তে ওপৰত আলোচনা কৰি অহা বিষয়টোৰ এটা সামঞ্জস্য সম্ভৱ হয়।

# ভাৰতত দুৰ্গা ঃ বিদেশত ইস্তাৰ ৰূপিনী

অতীতত প্ৰাচীন লীলাভূমি ভাৰত, মিচৰ, বেবিলন, এচিৰীয়া, চুমেৰ আৰু ক্ৰীতদ্বীপত বহু ঠাইতেই সিংহ বাহিনী অসুৰ নাশিনী দেৱীৰ উপাসনা চলিছিল। ভাৰততো এতিয়াও চলি আছে। জাৰ্মানী, বৃটেইন, আমেৰিকা, দক্ষিণ পশ্চিম ইউৰোপ, সমগ্ৰ উত্তৰ ইউৰোপ আৰু ভূমধ্য সাগৰৰ উপকূল অঞ্চলজুৰি অবাধ গতিৰে চলিছিল দেৱী প্ৰতিকৃতিৰ উপাসনা। এই দেৱী ভাৰতত দুৰ্গা আৰু অন্যান্য দেশত ইস্তাৰ (ইশতাৰ) নামে বিখ্যাত। দুৰ্গাৰ দৰে ইস্তাৰো ঋদ্ধি-তুষ্টি আৰু আলোকৰ দেৱতা, অমৃতৰ দেৱতা ইস্তাৰো যুদ্ধৰ ৰাণী প্ৰাণদাত্ৰী স্বৰ্গমৰ্ত্যৰ নিয়ন্ত্ৰণকাৰিণী।

দেৱী পূজাৰ প্ৰধান অংগ হ'ল দুৰ্গা হোম। ইস্তাৰৰ পূজাতো যজ্ঞাগ্নিত কেক আদিৰে আহুতি দিয়াৰ ৰীতি আছিল। পেলেষ্টানতো পুৱাৰ এই অঙ্গটো বিশেষভাৱে প্ৰতিপালিত হৈছিল। দেৱী পূজাত যেনেকৈ চণ্ডীপাঠ অপৰিহাৰ্য অংগ, তেনেকৈ ইস্তাৰ পূজাতো ইস্তাৰ স্তোত্ৰ পাঠৰ প্ৰথা প্ৰচলিত আছিল।

শ্ৰীশ্ৰীচণ্ডীত দুৰ্গাক সৃষ্টি স্থিতি প্ৰলয়ৰ সৰ্বময়ী কৰ্ত্ৰী, দুখ হাৰিণী মোক্ষদাত্ৰী, শত্ৰুভয়বৰ্দ্ধিনী আৰু ভয়ঙ্কৰী বুলি কোৱা হৈছে। ইস্তাৰ স্তোত্ৰতো দেৱী প্ৰাৰ্থনাৰে পুনৰাবৃত্তি দেখা যায়। ভাৰতত দুৰ্গা ৰজাসকলৰ ইষ্ট দেৱী। ৰাজপুত সকলৰ যুদ্ধজয় আৰু দেশ ৰক্ষাৰ দেৱীও তেৱেঁই। ইস্তাৰ আছিল মিচৰ, বেবিলন, এচিৰীয়াৰ ৰজাসকলৰ বিজয় সৌভাগ্যৰ দেৱী। ইতিহাসৰ বুকুত পোৱা যায় ইয়াৰ সুস্পষ্ট প্ৰমাণ—

খৃষ্টপূৰ্ব ১০,০০০ অব্দত পাৰ্চী ৰাজবংশৰ প্ৰথম নেবুকাড ৰেজ্জৰে বেবিলন দখল কৰে। ভূমধ্য সাগৰৰ পাৰ পৰ্যন্ত তেওঁ ৰাজ্য বিস্তাৰ কৰে। দেৱীৰ আৰ্শীৰ্বাদত যুদ্ধত জয়লাভ কৰি দেৱীভক্ত ৰজাই যুদ্ধ বিজয়িনী ইস্তাৰক তেওঁৰ ৰাজ্যত প্ৰতিষ্ঠিত কৰিছিল সসন্মানে। সেইদৰে খৃষ্টপূৰ্ব ৬৮০ অব্দত এচিৰীয়াৰ ৰজা ইচাবহাদ্দনে সিংহাসন লাভ কৰি সাম্ৰাজ্যৰ দেৱী ইস্তাৰৰ মহিমা প্ৰচাৰ আৰম্ভ কৰে। খৃষ্টপূৰ্ব ৭০০ অব্দৰ

ৰজা শাৰগেণও দেশ নগৰীৰ অধিষ্ঠাত্ৰী ৰক্ষাকত্ৰী ইস্তাৰৰ গুণ কীৰ্তন কৰি গৈছে।

ব্যাধি নিৰাময়ৰ কাৰণে ৰজা মহাৰজা সকল দেৱীৰ শৰণাপন্ন হৈছিল। মিচৰতো এনে ঘটনাৰ দৃষ্টান্ত দেখা গৈছে খৃষ্টপূৰ্ব ১৫৮০ অব্দত অষ্টদশ ৰাজবংশীয়সকলৰ সময়ত। মিচৰৰ অধিপতি তৃতীয় এমেনহোতেপ মৰনাপন্ন ব্যাধিত আক্ৰান্ত হ'ল। সেই সময়ত ওঁৰ বিয়েয়েক মিতন্নী ৰজা তুছাৰবত্তা (তুষাৰবক্ৰ) ই নিনেভৰপৰা ইস্তাৰৰ প্ৰতিমূৰ্তি বৰদুয়েকলৈ পঠাই দিছিল এমেন হোতেপৰ আৰোগ্য লাভৰ বাবে।

ভাৰতত দুৰ্গা পৰিচিতা বিষ্ণুমায়া, চণ্ডিকা, পাৰ্বতী, সনাতবী, চক্ৰিনী, যোগমিত্ৰা আদি বিভিন্ন নামেৰে। ইস্তাৰো দামৰিনা নিনা বাউ, তাছমিত আফ্ৰোদাইত দাৰসেতো (দ্বাৰসেতু) আদি নামেৰে অভিহিত। দুৰ্গাৰ চিক্ৰিনী নামটোৱেই ইস্তাৰৰ প্ৰতীক চক্ৰকেই সূচিত কৰে।

দুৰ্গাৰ যোগনিদ্ৰাৰূপে মধুকৈটত বধৰ কাহিনী আৰু বেবিলনীয় উপকথাৰ দেবাসুৰ ৰূপক বৰ্ণনাৰো সাদৃশ্য আছে। উভয়ৰে নিগূঢ় অৰ্থ হ'ল— মঙ্গলৰ জয়, অমঙ্গলৰ ক্ষয়।

শ্ৰীশ্ৰীচণ্ডীৰ কাহিনী মহাপ্ৰলয়ৰ পিছত বিষ্ণু অনন্ত শয্যাত শায়িত কাৰণ সমুদ্ৰত। তেওঁৰ নাভিকমলত বিৰাজমান সৃষ্টিকৰ্তা ব্ৰহ্মা। বিষ্ণুৰ বৰ্ণমলৰ পৰা উদ্ভুত হ'ল দুজন দুৰ্দান্ত দৈত্য। নাম মধু আৰু কৈটভ। উদ্যত হ'ল ব্ৰহ্মাক গ্ৰাস কৰিবলৈ। ব্ৰহ্মাই আৰম্ভ কৰিলে মহাতেজঃ স্বৰূপা যোগনিদ্ৰাৰ স্তুতি। বিষ্ণুৰ নাক-চকু-হৃদয়ৰ পৰা নিৰ্গত হ'ল দেৱী। বিষ্ণুৰ ভিতৰেদিয়েই বিনাশ কৰিলে মধু, কৈটভক।

ইস্তাৰৰ কাহিনী— আকাশ ঢাকি ধৰিছে ক'লা মেঘে। ঘোৰ অন্ধকাৰ, দৈত্যবৃন্দ প্ৰবল বেগে চাৰিওফালে বিস্তৃত হৈ পৰিছে। ভীষণ ধুমুহা আৰম্ভ হৈছে। সৃষ্টি ধ্বংস হোৱাৰ উপক্ৰম। এনে দুৰ্যোগত ইস্তাৰ প্ৰকাশিত হ'ল মাৰোডাকৰ মাধ্যমত। মাৰোডাে বিপদৰ মেঘ ছিন্ন-বিচ্ছিন্ন কৰিলে সূৰ্য প্ৰভাৰ দ্বাৰা। অসুৰসকল ধ্বংস হ'ল। সৃষ্টি ৰক্ষা পৰিল।

জানুৱৰীৰ ফেব্ৰুৱাৰীৰ আকাশত ইস্তাৰ হ'ল অশ্বিনী নক্ষত্ৰ। তেৱেঁই আকৌ জুন জুলাইৰ আকাশত অশ্বিনী মাৰোডাক— পুৰুষ দেৱতা। ইস্তাৰ একাধাৰে নাৰীপুৰুষ।

ব্ৰহ্মাৰ দেৱীস্তুতিত যোগনিদ্ৰা বৰী। তেওঁ শ্ৰেষ্ঠ দেৱতাসকলৰো শ্ৰেষ্ঠা পূজ্যা শ্ৰদ্ধেয়া দেৱী। তেজঃস্বৰূপা অতুলনীয়া শক্তি। ইস্তাৰ স্তোত্ৰতো সেই সুৰেই ধ্বনিত হৈছে—

"Lady of the Gods... Ishtar most high, who are exalted over all the Gods, light divine... ... ..."

সৃষ্টিৰ গোপন তত্ত্ব প্ৰকাশ কৰিলে ব্ৰহ্মাই। দেৱী সৃষ্টি স্থিতি প্ৰলয় কৰ্তা ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰো সৃষ্টিকৰ্ত্ৰী। তেওঁলোকৰ আৰাধ্য বন্দনীয়া দেৱী। ইস্তাৰ স্তোত্ৰতো সেই একেভাৱ। আকাশ শিৱ (অনু) সৃষ্টি ব্ৰহ্মা (ৱেল) আৰু বিষ্ণু (ইয়া)ৰ পুজনীয়া ইস্তাৰ।

# পৃথিৱীৰ সৰ্বত্ৰ পূজিত দেৱাদিদেৱ মহাদেৱ

ভাৰত হিন্দু দেৱ-দেৱীৰ দেশ। গতিকে সমগ্ৰ ভাৰতবৰ্ষ দেৱাদিদেৱ মহাদেৱৰ অসংখ্যমন্দিৰ, দেৱালয়, মূৰ্তি, বিগ্ৰহ আদিৰে পৰিপূৰ্ণ হৈ থকাটো নিতান্ত স্বাভাৱিক কথা। আমি এই প্ৰবন্ধত ভাৰতবৰ্ষত শিৱৰ অস্তিত্ব সম্পৰ্কে আলোচনা কৰিব খোজা নাই। পৃথিৱীৰ আটাইকেইখন মহাদেশতে যে শিৱৰ পূজা-অৰ্চনা প্ৰচলিত আছিল, যাক আজিলৈকে সনাতন ধৰ্মত বিশ্বাস ৰখাসকলে একেদৰে বা কিছু তাৰতম্য সহকাৰে শিৱাৰ্চনা কৰি আহিছে, তাৰহে আলোচনা কৰিম।

## তিব্বত-চীন-জাপানত

তিব্বতৰ প্ৰাচীন নাম ত্ৰিৱিষ্টপ্ আছিল বুলি দেশী-বিদেশী সকলো পণ্ডিতেই স্বীকাৰ কৰিছে। ত্ৰিৱিষ্টপ্ শব্দৰ অৰ্থ হৈছে স্বৰ্গ। এই তিব্বতৰ কৈলাসতে শিৱ-পাৰ্বতীৰ নিবাস বুলি সনাতন ধৰ্মাৱলম্বীসকলে চিৰকালৰ পৰা বিশ্বাস কৰি আহিছে। পৃথিৱীৰ একমাত্ৰ হিন্দুদেশ নেপালতে পৃথিৱী বিখ্যাত পশুপতি মন্দিৰ অৱস্থিত। চীনদেশতো অন্যান্য হিন্দু দেৱ-দেৱীৰ উপৰিও শিৱকো পূজা কৰা হৈছিল। তাত শিৱলিঙ্গক 'হুৱেদহিয়ুহ' বুলি কোৱা হৈছিল আৰু এই নামেৰে শিৱাৰ্চনা কৰা হৈছিল। জাপানৰ আইছ নগৰত বিশেষভাৱে শিৱৰ পূজা-অৰ্চনা কৰা হয়।

## দক্ষিণ-পূব এছিয়াত

আজি এই কথাত কাৰো দ্বিমত নাই যে সমগ্ৰ দক্ষিণ-পূব এছিয়াত এসময়ত ভাৰতীয় ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় নৃপতিসকলে শাসন কৰিছিল। গতিকে স্বতঃসিদ্ধভাৱেই তাত ভাৰতীয় হিন্দু দেৱ-দেৱীৰো পূজা-অৰ্চনা চলিছিল। মালয়েছিয়াত "পেতালিঙ্গ জয়" নামেৰে এখন নগৰ আছে। এই শব্দটো "স্ফটিক লিঙ্গ জয়" শব্দৰ অপভ্ৰংশ। তাত পোৱা কিছুমান পুৰাতাত্বিক সমলৰ পৰা অনুমান কৰিব পৰা গৈছে যে তাত এটা

স্ফটিক বা বগা মাৰ্বল পাথৰৰ বিশাল শিৱলিঙ্গ আছিল। উত্তৰ মালয়েছিয়াৰ এখন নগৰৰ নাম হৈছে "সুঙ্গই পউনী"। ইয়াৰ প্ৰাচীন সংস্কৃত নাম আছিল "শৃঙ্গ পউন" অৰ্থাৎ পাৰ্বত্য নগৰ। কেইদশকমান পূৰ্বে খনন কাৰ্যত তাত এটা অতি প্ৰাচীন শিৱলিঙ্গ পোৱা হৈছিল। কোৱা বাহুল্য, সমগ্ৰ প্ৰাচীন মালয়েছিয়াত ভগৱান শিৱহে পূজা, আৰাধনাৰ একমাত্ৰ মুখ্য কেন্দ্ৰবিন্দু আছিল। ভৱ বৰ্মন আছিল কম্বুজ (কম্বোডিয়া)ৰ ৰজা। তেওঁ ৰাজধানীৰ নিকটৱৰ্তী লিঙ্গ পৰ্বতৰ ওপৰত ভদ্ৰেশ্বৰ শিৱৰ মন্দিৰ নিৰ্মাণ কৰিছিল। শ্যামদেশ (থাইলেণ্ড)ৰ এগৰাকী ৰজা ৰামাধিপতিয়ে নিজে বৌদ্ধমতৰ অনুযায়ী যোৱা সত্বেও শিৱ আৰু বিষ্ণুৰো মন্দিৰ নিৰ্মাণ কৰিছিল। এই দেশত একোনিশ ঐষ্টগৈৰীশ নামেৰে শিৱলিঙ্গৰ পূজা কৰা হয়। চম্পা (বিয়ৎ নাম)ৰ ভৱপুৰত একেলগে ৭টা মন্দিৰ আছে। চাৰিওফালে ৬টা সৰু-সৰু মন্দিৰ। মাজত এটা বৃহৎ শিৱ-মন্দিৰ। গৰ্ভগৃহত এটা বিশাল শিৱলিঙ্গ। লৱ (লাওছ) দেশতো কম্বুজ, চম্পা, শ্যাম আদিৰ দৰে ভদ্ৰেশ্বৰেই আদি দেৱতা। এই দেশত "ৱত ফু" নামৰ পৰ্বতখন হৈছে, লৱদেশৰ লিঙ্গ পৰ্বত আৰু কৈলাস। যৱদ্বীপৰ স্বৰ্গ হৈছে প্ৰম্বনন। তাত ১৫৬ টা হিন্দুমন্দিৰ আছে। ইয়াৰ শিৱমন্দিৰৰ গৰ্ভগৃহত মহেশ্বৰৰ লগতে আদ্যা শক্তি দুৰ্গা দেৱীৰো মূৰ্তি বিৰাজমান। বালিদ্বীপৰ প্ৰতিখন নগৰতে বিষ্ণু আৰু শিৱৰ মন্দিৰ দেখিবলৈ পোৱা যায়। ব্ৰহ্মদেশ তথা ইণ্ডোনেছিয়াৰ সুমাত্ৰাতো শিৱাৰ্চনা চলি আছে। দক্ষিণ এছিয়াৰ শ্ৰীলংকা আৰু সুদূৰ মৰিচাচতো বহু সংখ্যক শিৱোপাসক আছে।

## গান্ধাৰ আৰু পশ্চিম এছিয়াত

গান্ধাৰ বা আফগানিস্তান সৌ সিদিনাখনলৈকে ভাৰতবৰ্ষৰ অন্তৰ্গত আছিল। ইয়াত জালালাবাদ বুলি এখন নগৰ আছে। তাৰ প্ৰাচীন নাম আছিল "নগৰ হৰ" অৰ্থাৎ শিৱৰ নগৰ। গান্ধাৰৰ মুঞ্জৱন্ত পৰ্বতক ভগৱান ৰুদ্ৰৰ স্থান বুলি বিবেচনা কৰা হৈছিল। এই দেশৰ বহুত ঠাইত শিৱ, বিষ্ণু, লক্ষ্মী, ইন্দ্ৰ, ব্ৰহ্মা আদিৰ মূৰ্তি পোৱা গৈছে। আফগানিস্তানৰ চিত্ৰাল, স্বাত, বল্লখ (বহ্লীক) আৰু বুগাৰা আদি ঠাইত 'চক্ৰেশ্বৰ' নামেৰে শিৱৰ পূজা কৰা হৈছিল। আৰব-পেলেষ্টাইনতো এসময়ত শিৱাৰ্চনা প্ৰচলিত আছিল বুলি বিভিন্ন পণ্ডিতৰ গ্ৰন্থৰ পৰা জনা যায়। বেবিলনত শিৱলিঙ্গক 'শিউন' বুলি কোৱা হৈছিল। ইজৰাইলত এটা প্ৰতিষ্ঠিত শিৱলিঙ্গ আছে। তাৰ মানুহে সেইটো স্পৰ্শ কৰি শপত খোৱাৰ ৰীতি প্ৰচলিত আছে। ইহুদীসকলে শিৱলিঙ্গক 'বেল ফেগো' বুলি কয়। তেওঁলোকে শিৱলিঙ্গ স্থাপনা কৰি 'বালা' নামেৰে পূজা কৰে। ভাৰততো 'বালেশ্বৰ' নামেৰে শিৱলিঙ্গ বিৰাজিত বহুতো মন্দিৰ আছে।

## ৰাছিয়াসহ সমগ্ৰ ইউৰোপত

প্ৰাচীন ৰুছসকলে বৈদিক দেৱতা ৰুদ্ৰৰ পূজা কৰিছিল। পূব ইউৰোপত পৰকৰ পীৰুন আদি নামেৰে এই দেৱতাৰ পূজা কৰা হৈছিল। ৰুছ ভাষাত এই দেৱতাৰ নাম

পাইৰুত (প্ৰায়ৰুদ্ৰ) আছিল আৰু সমগ্ৰ ৰাছিয়াত এই নামেৰে পূজিত হৈছিল। 'শিবিৰ' (চাইবেৰিয়া) দেশৰ মানুহেও শিৱ পূজা কৰিছিল। ৰোম আৰু গ্ৰীচত ক্ৰমান্বয়ে প্ৰিয়েসস (প্ৰিয়েপস্) আৰু ফুল্লাস নামেৰে শিৱলিঙ্গৰ পূজা কৰা হৈছিল। জগদীশ বোলা এজন লেখকৰ মতে গ্ৰীচত শিৱলিঙ্গৰ নাম 'ফল্লুস'। শিৱলিঙ্গৰ ওচৰতে তেওঁলোকে বৃষভৰ মূৰ্তিও প্ৰতিষ্ঠা কৰিছিল। ইতিহাসবিদ টডৰ মতে ফল্লুম ফলেশ শব্দৰ অপভ্ৰংশ। ফলেশ হৈছে আশু ফলদাতা মহাদেৱ। ইটালীৰ ৰোমনগৰত আগতে (ইদিনাখনলৈকে) ৰোমান কেথলিকসকলেও শিৱৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন কৰিছিল। ৱেটিকানত ৰোমৰ সংগ্ৰহালয়ত ভাৰতৰ দৰে হুবহু শিৱলিঙ্গ সংৰক্ষিত কৰি ৰখা হৈছে। তাত শিৱৰ পঞ্চশিৰৰূপে শিৱলিঙ্গ বিদ্যমান। আগতে অষ্ট্ৰিয়, হাঙ্গেৰীতো শিৱাৰ্চনা চলিছিল।

## ৱেষ্ট মিনিষ্টাৰ এৱেত

ভাৰতৰ বিখ্যাত ইতিহাসবিদ, মূৰ্ধন্য গৱেষক শ্ৰীপুৰুষোত্তম নাগেশ ওকে লিখিছে— লণ্ডনৰ ৱেষ্ট মিনিষ্টাৰ এৱে যদিও সাধাৰণতে এটা গীৰ্জাঘৰ বুলি বিখ্যাত প্ৰকৃততে ই এটা প্ৰাচীন শিৱমন্দিৰহে। ইয়াত ইংৰাজ সম্ৰাটসকলক ৰাজমুকুট পিন্ধোৱা হয়। ১২৯৬ খ্ৰীষ্টাব্দৰ পৰাই ইয়াত এটা প্ৰাচীন প্ৰস্তৰ চিহ্ন ৰাখি থৈ দিয়া হৈছে। বৰণ, ওজন আৰু আকৃতিয়ে ইয়াক এটা হিন্দুমন্দিৰৰ প্ৰস্তৰ বুলি চিনাত সহায় কৰে। নিশ্চিতভাৱে এই প্ৰস্তৰ পেলেষ্টাইনৰ পৰা মিচৰ তাৰ পাছত ক্ৰমান্বয়ে স্পেন, আয়াৰলেণ্ড, স্কট্‌লেণ্ড আৰু লণ্ডনত উপস্থিত হ'লগৈ। ১২৯৬ চনত সম্ৰাট প্ৰথম এড্‌ৱাৰ্ডে স্কট্‌লেণ্ডৰ ওপৰত আক্ৰমণ কৰি, তাৰ ৰজা বেলিওছক পৰাস্ত কৰি সেই বিশেষ প্ৰস্তৰখণ্ড লণ্ডনলৈ লৈ আহে। ইংলেণ্ডত 'লাংকাশ্বায়াৰ' বুলি এখন বিখ্যাত চহৰ আছে। শ্ৰীওকে কোৱামতে এই 'লাংকাশ্বায়াৰ' লংকেশ্বৰৰ বাহিৰে আন একো নহয়। ইয়াৰ নামটোৱে প্ৰমাণ কৰে যে এই ঠাইতো লংকেশ্বৰ (শিৱ) পূজিত হৈছিল। স্কট্‌লেণ্ডতো শিৱৰ পূজা-আৰাধনা প্ৰচলিত আছিল। তাৰ গ্লাছগো নগৰত এটা স্বৰ্ণজড়িত ডাঙৰ শিৱলিঙ্গ আছিল। খুব সম্ভৱ এতিয়াও আছে।

## মিছৰ তথা আফ্ৰিকাত

আফ্ৰিকা, বিশেষকৈ উত্তৰ আফ্ৰিকাত শিৱপূজা প্ৰচলিত আছিল। ইউৰোপৰ ৰোম আৰু গ্ৰীচ দেশৰ দৰে মিছৰতো ফাগুনমাহত বসন্ত উৎসৱৰূপে মহা সমাৰোহেৰে মহাশিৱৰাত্ৰি উৎসৱ পালন কৰা হয়। মিছৰৰ ওছিৰী নামৰ দেৱতাক ইথিওপিয়াৰ চন্দ্ৰপৰ্বতৰ পৰা ওলোৱা নীল নদীৰ অধিষ্ঠাতা দেৱতা বুলি গণ্য কৰা হয়। আনহাতে ভাৰতত কৈলাস পৰ্বতৰ চন্দ্ৰ শিখৰৰ পৰা ওলোৱা গঙ্গা নদীৰ সম্বন্ধ শিবিৰ লগত স্থাপন কৰা হয়। এই কৈলাসৰ পৰা ওলোৱা সিন্ধু নদীৰ নামো নীল। জগদীশে লিখিছে যে মিছৰত 'আইচিচ্' আৰু 'ওচিৰিচ' নামেৰে শিৱলিঙ্গ পূজিত হৈছিল।

ওচিৰিচ শব্দ সেৰা নামেৰে এজন দেৱতাক পূজা কৰা হয়। এই ‘সেৱা’ হৈছে শিৱ শব্দৰ অপভ্ৰংশ। ফিজিদেশৰ মানুহে ‘সেৱা’ আৰু ‘শিৱাজিয়া’ নামেৰে শিৱৰ পূজা কৰে।

## উভয় আমেৰিকাত শিৱাৰ্চনা

উভয় আমেৰিকাত হিন্দু দেৱ-দেৱীৰ অস্তিত্বৰ কথা ভিক্ষু চমন লাল আৰু শৰদ হেবালকৰ আদি সকলো পণ্ডিতেই তেওঁলোকৰ লেখাত উল্লেখ কৰিছে। ভিক্ষু চমনলালে তেওঁৰ ‘হিন্দু এমেৰিকা’ নামৰ ইংৰাজী গ্ৰন্থত আমেৰিকাত যিসকল হিন্দু দেৱ-দেৱীৰ মূৰ্তিৰ আলোক চিত্ৰ-সন্নিৱিষ্ট কৰিছে, তাৰ ভিতৰত দক্ষিণ আমেৰিকাৰ এটা শিৱমূৰ্তি আৰু গুৱাটেমেলা (গৌতমালয়)ৰ ৯ খন্ শিৱৰ চিত্ৰ আছে। ভিক্ষু চমনলালৰ আন এখন গ্ৰন্থ হৈছে— India Mother of us all। তাতো তেওঁ আমেৰিকাৰ কেইবাখনো ঠাইত শিৱমন্দিৰ, শিৱৰ মূৰ্তি আদি থকাৰ কথা উল্লেখ কৰিছে। দক্ষিণ আমেৰিকাৰ ব্ৰাজিলতো শিৱৰ স্মৃতিচিহ্ন ভগ্নাৱশেষ পোৱা গৈছে। আমেৰিকা যুক্তৰাষ্ট্ৰৰ টচী নগৰত এটা ডাঙৰ শিৱলিঙ্গ পূজিত হয়। হাৱাইদ্বীপৰ আদিবাসীসকলে প্ৰাকৃতিক প্ৰকোপৰ পৰা ৰক্ষা পাবলৈ বৃহদাকাৰ শিৱলিঙ্গৰ পূজা কৰে।

## উপসংহাৰ

উপসংহাৰত ক’ব খোজো, সমগ্ৰ শিৱাৰ্চনাৰ ব্যাপক প্ৰচাৰ আৰু প্ৰচলন দেখি আমাৰ কোনো-কোনো দেশী পণ্ডিতে এই অভিলেখ প্ৰকাশ কৰে যে শৈৱধৰ্মৰ উৎপত্তি হেনো ভাৰতৰ বাহিৰত। পাশ্চাত্য পণ্ডিতসকলে আৰ্যসকল ভাৰতৰ বাহিৰৰ পৰা ভাৰতলৈ অহাৰ যি ষড়যন্ত্ৰণামূলক ভ্ৰান্ত ধাৰণা আমাৰ দেশৰ মানুহৰ মনত সুমুৱাই দিলে, তাৰ প্ৰতিক্ৰিয়াতেই উপৰি-উক্ত ধৰণৰ ভিত্তিহীন আৰু চিন্তা আৰু অভিমতৰ জন্ম। একালত সমগ্ৰ বিশ্বত ভাৰতীয়সকলে শাসন কৰিছিল আৰু সংস্কৃতি বিস্তাৰ কৰিছিল। কালক্ৰমত নানা বিপৰ্যয়ৰ ফলত ভাৰতৰ এই গৌৰৱময় ইতিহাস বিলুপ্ত আৰু বিস্মৃত হৈছে। তথাপি কালৰ কুটিল ভ্ৰুকুটি উপেক্ষা কৰি মাজে সময়ে সত্য উদঘাটিত হয়। সেই সত্যৰ শুদ্ধ ব্যাখ্যা কৰিবলৈ সামৰ্থহীনসকলে— পাশ্চাত্য ধ্যান-ধাৰণাৰে দীক্ষিত তথা কথিত পণ্ডিতসকলে আমাৰ সকলো বস্তু বাহিৰৰ পৰা অহা বুলি অভিমত প্ৰকাশ কৰি দেশৰ মানুহৰ প্ৰভুত ক্ষতিসাধন কৰি আহিছে। কিন্তু সময় আহিছে— দেশত নবজাগৰণৰ সৃষ্টি হৈছে। এতিয়া ভাৰতে সকলো ভ্ৰান্ত ধাৰণা আতৰাই নিজক পূৰ্ব গৌৰৱত প্ৰতিষ্ঠিত কৰিব।

# সমগ্ৰ প্ৰশান্ত অঞ্চল হিন্দুদেশ আছিল

বিশ্বৰ জনগণে সাধাৰণতে এইটো অনুভৱ কৰিব নোৱাৰে যে হিন্দুত্ব আৰু সংস্কৃতে কিমান অধিক মাত্ৰাৰে ঐক্যৰ ভাবনা জন্ম দিব পাৰে। মানুহে বিশ্বৰ যিকোনো ভাগতে পদাৰ্পণ নকৰক কিয়, তাৰ এক প্ৰাচীন হিন্দু সংস্কৃতিৰ আশ্চৰ্যজনক লক্ষণ দৃষ্টিগোচৰ হোৱাটো অৱশ্যম্ভাৱী, যিবোৰৰ দ্বাৰা সেই অঞ্চল এতিয়াও পৰিব্যস্ত হৈ থকাটো দেখা পোৱা যাব।

আহক, আমি মলয়েছিয়াৰ উদাহৰণ লওহঁক। প্ৰায় দুই দশক পূৰ্বেই মলয় দেশ নামেৰে অভিহিত হৈছিল। ওচৰতে, ইয়াৰ দক্ষিণ মূৰত সুৰম্য সিঙ্গাপুৰ নগৰ। মাদ্ৰাজ নগৰৰ পৰা প্ৰায় ২,০০০ মাইল দূৰৈত।

## সিংহপুৰেই সিঙ্গাপুৰ

মলয় আৰু সিঙ্গাপুৰ দুয়োটা সংস্কৃত শব্দ। সংস্কৃত সাহিত্য মলয় শব্দেৰে পৰিপূৰ্ণ হৈ আছে। মলয়ত বিপুল পৰিমাণে চন্দন পোৱা যায় বুলি কল্পনা কৰা হৈছিল। মলয় দেশৰ এটা প্ৰবচনত কোৱা হৈছে যে তাত চন্দন ইমান বেছি পৰিমাণে হয় যে তাত তাক জনজাতীয় মহিলাসকলে খৰি বুলি ভাবি কামত লগায়।

যিহওক, মলয় আৰু সিঙ্গাপুৰ দুয়োটাই সংস্কৃত শব্দ। সিঙ্গাপুৰৰ প্ৰকৃত উচ্চাৰণ সিংহপুৰ— অৰ্থাৎ সিংহবোৰৰ নগৰী হ'ব লাগে। ১৮৯২ খৃষ্টাব্দত যেতিয়া বৃটিছ অন্বেষক ৰেফলছে সিঙ্গাপুৰৰ মাটিত পদাৰ্পণ কৰিছিল, তেওঁ হিন্দু ৰজাই নিৰ্মাণ কৰা এটা দুৰ্গ দেখিবলৈ পাইছিল। সেই ৰজাজনৰ নাম আছিল পৰমেশ্বৰ এই বিষয়ে তাত সংস্কৃত ভাষাত লিখা এখন শিলালিপি আছিল। সেই দুৰ্গৰ ঠাইত আজিকালি ৰাজপথ নিৰ্মিত হৈছে, যাক সিঙ্গাপুৰ 'ষ্টেম্প্ফ'ৰ্ড ৰোড' বুলি কোৱা হয়।

## সীমা নিয়ন্ত্ৰণৰ দুৰ্গ

সেই দুৰ্গটো সামুদ্ৰিক সীমাৰ নিয়ন্ত্ৰণত ৰখাৰ বাবে সিংহপুৰ দ্বীপৰ দক্ষিণ মূৰত প্ৰাচীন হিন্দুসকলে নিৰ্মাণ কৰিছিল। ই সেই সময়ৰ এটা অতি গুৰুত্বপূৰ্ণ নৌ-সৈনিক,

সৈনিক আৰু বাণিজ্যিক ঘাটি আছিল, যেতিয়া ভাৰত সাগৰৰ অধিপতি আছিল আৰু তাৰ জলপোত দক্ষিণ আমেৰিকাৰ পূৰ্বে-তটৰ পৰা মেক্সিকোৰ পশ্চিম-তট পৰ্যন্ত আৰু উত্তৰ মেৰু অঞ্চলৰ পৰা দক্ষিণ মেৰু অঞ্চল পৰ্যন্ত বিশাল অঞ্চলত অৱস্থিত সাগৰবোৰৰ অপ্ৰতিহতভাৱে বুকু ভেদ কৰি বিনা বাধাই অহা-যোৱা কৰিছিল। "ৰেফল্‌ছৰ সোঁৱৰণ" —এই গ্ৰন্থবোৰৰ ভিতৰত এখন, য'ত ভাৰতৰ গৌৰৱপূৰ্ণ বিশ্ব সাম্ৰাজ্যৰ এখন চিত্ৰ পণ্ডিতসকলে দেখা পাব পাৰে।

ভাৰতৰ অবাধ সমুদ্ৰ ভ্ৰমণৰ এক বিচিত্ৰ স্মৃতিচিহ্ন অৰ্থাৎ প্ৰাচীন ভাৰতীয় জলপোত আৰু যুদ্ধপোতৰ ডিঙিত ওলমাই দিয়া ধাতু নিৰ্মিত এটা ঘণ্টা, য'ত আছিল এখন তামিল শিলালিপি এজন অষ্ট্ৰেলীয়া আদিম ব্যক্তিয়ে মাছ ধৰা সময়ত তেওঁৰ জালত পাইছিল।

## বলপূৰ্বক ধৰ্মান্তৰণ

মালয় (মলয় দেশ) আৰু সিঙ্গাপুৰ এটা ৰাজপথৰ দ্বাৰা সংযুক্ত। যিটো সুৰঙ্গত নিৰ্মিত পুলৰ ইফাল-সিফাল ভেদ কৰি গৈছে। বৃটিছসকলৰে অধীনত মালয়েছিয়া আংশিকৰূপে বৃটিছ ৰাজ্য আৰু আংশিকৰূপে ভাৰতৰ দৰে সৰু সৰু দেশীয় ৰজাৰ অধীনত আছিল। যিদৰে বিশ্বৰ কেইবাখনো দেশৰ দেশো আৰবসকলৰ বৰ্বৰ, ত্ৰাসদায়ক আৰু আতংকপূৰ্ণ আক্ৰমণৰ বলি হৈছিল। তৰোৱাল আৰু জোৰ বস্তিৰ জোৰত তেওঁলোকে মলয় দেশ অৱৰোধ কৰিলে আৰু তাৰ নিবাসীসকলক ইছলাম ধৰ্ম গ্ৰহণ কৰিব লাগে বুলি ভয় দেখুৱালে। সেই সৰ্বনাশৰ মুহূৰ্তত সকলো মালয়েছিয়ান লোক, যিসকল আটায়ে হিন্দু আছিল ৰাজকুমাৰৰ পৰা ভিখাৰী পৰ্যন্ত মুছলমান হৈ গ'ল— তেওঁলোকক ইছলাম ধৰ্মত ধৰ্মান্তৰিত কৰা হ'ল।

## ইছলাম ধৰ্মৰ উপৰুৱা শিপা

কিন্তু তাত ইছলাম ধৰ্মৰ শিপা এতিয়াও দ-লৈকে সোমোৱা নাই। আমি আশা কৰা উচিত যে তাৰ গৌৰৱশালী হিন্দুসকলে বিগত কালৰ বিচ্ছিন্ন স্মৃতি আৰু আৰব আক্ৰমণকাৰীসকলে আনি দিয়া সৰ্বনাশৰ সত্য বিৱৰণসমূহৰ পৰিশ্ৰমপূৰ্ণ অধ্যয়নে অদিম মালয়েছিয়ানসকলক প্ৰেৰণা দিব যাতে তেওঁলোক অতি প্ৰাচীন হিন্দু ধৰ্মলৈ উভতি আহিব খুজিব আৰু তাক পুনৰ গ্ৰহণ কৰিব।

মালয়েছিয়াবাসীৰ ভাষা আৰু সংস্কৃতি আজিও সংস্কৃত আৰু হিন্দু। তেওঁলোকৰ ৰাজধানী কুৱালালামপুৰ নাম লোৱা যাওক। 'পুৰ' সংস্কৃত শব্দ। যি নগৰ নগৰীৰ দ্যোতক। অন্য এখন নগৰ হৈছে সীৰাম বন। ইও প্ৰকৃততে 'শ্ৰীৰাম বন' অৰ্থাৎ শ্ৰীৰাম চন্দ্ৰৰ কুঞ্জ-নিকুঞ্জ। পাৰ্বত্য উত্তৰ মালয়েছিয়াৰ এখন নগৰৰ নাম 'সুংগই পট্টনী' বুলি অভিহিত। তাৰ পুৰণি সংস্কৃত নাম হৈছে 'শৃঙ্গ পট্টন', অৰ্থাৎ পাৰ্বত্য নগৰ আছিল। পেতালিঙ্গ জয়' নামেৰে অন্য এখন নগৰ হৈছে স্ফটিক-লিঙ্গ জয়

অৰ্থাৎ ভগৱান শিৱৰ মহান স্ফটিক চিহ্নৰ পৰাই ব্যুৎপন্ন। প্ৰসঙ্গবশতঃ কোৱা উচিত যে তাত এটা অতি গুৰুত্বপূৰ্ণ পুৰাতাত্ত্বিক সূত্ৰ পোৱা যায়। সেই নগৰৰ মুখ্য পূজা স্থলত অৱশ্যেই এটা শিৱলিঙ্গ আছিল চাগৈ। যিটো হয়তো স্ফটিক নাইবা স্ফটিক সদৃশ শ্বেত মাৰ্বল পাথৰৰ আছিল। ভাৰতৰ আগ্ৰাত থকা সুপ্ৰসিদ্ধ তাজমহলো তেজ-মহাআলয় অৰ্থাৎ জাজ্বল্যমান দেৱালয় আছিল, য'ত শিৱলিঙ্গ প্ৰতিষ্ঠিত আছিল। যিদৰে তাজমহলক ইছলাম কবৰ স্থানলৈ সলনি কৰা হ'ল সম্ভৱত সেইদৰেই 'পেতালিঙ্গ জয়ৰ' মুখ্য মছজিদটোও হয়তো স্ফটিক শিৱলিঙ্গৰ এটা প্ৰাচীন হিন্দু দেৱালয়ৰ ওপৰতেই প্ৰতিষ্ঠা কৰা হৈছে। ধৰ্মান্ধ ইছলাম আক্ৰমণকাৰীসকলে এই কথাৰ বাবে কুখ্যাত আছিল যে তেওঁলোকে পবিত্ৰ হিন্দু মন্দিৰসমূহ মাত্ৰ ঘোৰ প্ৰতিকূলতাৰ বাবেই মছজিদ আৰু মকবৰালৈ সলনি কৰিছিল।

## ইটালী আৰবত শিৱলিঙ্গ

সমগ্ৰ প্ৰাচীন হিন্দু মালয়েশিয়াত হিন্দু দেৱতা ভগৱান শিৱয়েই পূজা আৰাধনাৰ মুখ্য বিন্দু আছিল। কেইদশক মানৰ পূৰ্বে "সঙ্গই পট্টনী"ত খনন কাৰ্যত এটা অতি প্ৰাচীন হিন্দু মন্দিৰ পোৱা গৈছিল। ভাৰতৰ যোদ্ধা জাতি ক্ষত্ৰিয়সকলৰ মুখ্য দেৱতা ভগৱান শিৱ আৰু তেওঁৰ অৰ্ধাঙ্গিনী ভৱানী অৰ্থাৎ দুৰ্গা। তেওঁলোক য'লৈকেই গৈছিল, নিজৰ লগত ভগৱান শিৱক লৈ গৈছিল আৰু তাতে প্ৰতিষ্ঠা কৰিছিল। এই কাৰণেই বিশ্বৰ সকলো ঠাইতে ভগৱান শিৱক পোৱা যায়— কেৱল বিখ্যাত নগৰবোৰতে নহয়, বৰঞ্চ খৃষ্ট মত আৰু ইছলামৰ মুখ্য আৰাধ্য স্থলবোৰতো। ৱেটিকান (Vetcan) নগৰৰ পোপৰ এট্ৰুস্কন সংগ্ৰহালয়ত এটা অতি প্ৰাচীন শিৱলিঙ্গ এতিয়াও সুশোভিত হৈ আছে। যেতিয়া ইটালীবাসীসকল হিন্দু আছিল, তেতিয়া তেওঁলোকে এই শিৱলিঙ্গৰ পূজা কৰিছিল। প্ৰাচীন আৰবসকলে যি হিন্দু শিৱলিঙ্গৰ পূজা কৰিছিল। সেই শিৱলিঙ্গ এতিয়াও মক্কাত প্ৰতিষ্ঠিত হৈ আছে। নিজৰ বছৰেকীয়া প্ৰাচীন হিন্দু তীৰ্থযাত্ৰীৰ বাবে একত্ৰিত হোৱা মুছলমানসকলে সেই শিৱলিঙ্গৰে পূজা কৰে। ভয়ানক যাতনাৰ ফলত ইছলাম ধৰ্ম গ্ৰহণ কৰিবলৈ বাধ্য হোৱাৰ পূৰ্বে প্ৰাচীন আৰবসকলে সেই শিৱলিঙ্গৰে পূজা কৰিছিল।

ওপৰত উল্লেখ কৰা কম সংখ্যক উদাহৰণৰ দ্বাৰা প্ৰাচীন মলয় সংস্কৃতিৰ ছাত্ৰসকলে এই তথ্যটো হৃদয়ঙ্গম কৰাটো উচিত যে বহু স্থানবাচক নাম হিন্দু সংস্কৃত মূলোদ্ভুত।

'ইপোহ' নামেৰে অভিহিত নগৰৰ কেইমাইলমান দূৰত এটা গৰমপানীৰ নিজৰা আছে। প্ৰাচীন সংস্কৃত পুণ্ডৰীক স্তোত্ৰ তাত লোৱা গৈছিল। সে ই ঠাইৰ সংলগ্ন স্তম্ভত মাৰ্বল পাথৰৰ সংযুক্ত ফল ক'ত সেই প্ৰাচীন গ্ৰন্থৰ কেইখনমান অৱতৰণ খোদিত কৰাই আছে। শ্ৰীপু না ওকে তাক ১৯৪৪ চনত দেখা পাইছিল।

## মুছলমান শাসকৰ হিন্দু উপাধি

মালয়ৰ দেশীয় ৰাজ্যবোৰৰ শাসকসকল সংস্কৃত 'মহাৰাণা' উপাধিৰে ভূষিত, যদিও তেওঁলোকে লাহে লাহে নিজে নিজক চুলতান ৰূপে ঘোষণা কৰিবলৈ ধৰছে। স্বতঃসিদ্ধ যে এইটো বহুত পিছৰ অৱস্থা। কিয়নো, জোহোৰৰ তথাকথিত চুলতানৰ দ্বাৰা আয়োজিত ১৯৪৩-৪৫ চনৰ মাজভাগত স্বাগত সমাৰোহ উপলক্ষে শ্ৰীপু না ওকে অতি আনন্দেৰে "জোহোৰৰ মহাৰাজা" বুলি তেওঁৰ বাইলবস্ত্ৰ বা মোচৰত লিখা দেখিছিল।

মালয়ৰ মহাৰাজাসকলৰ ৰাজমহল এতিয়াও সেইবোৰৰ প্ৰাচীন সংস্কৃত নাম 'আস্থান'ৰ পৰাই জনা যায়। তেওঁলোকৰ যুৱৰাজ আৰু ৰাজকুমাৰীসকলক 'পুত্ৰ' আৰু 'পুত্ৰী' বুলি কোৱা হয়। (কোৱা বাহুল্য) সংস্কৃতত এই শব্দৰ অৰ্থ হৈছে 'পো' আৰু 'জী'। সাধাৰণ মানুহেও এই সম্বোধনেকে কৰে। ৰাজবংশীয় মলয় কন্যাসকলক এতিয়াও সন্মানসূচক মহাদেৱী বুলি সম্বোধন কৰা হয়। এইদৰে কোনোবা ৰাজকুমাৰীৰ ইছলামী নাম ফাতিমা হ'লেও তেওঁক সম্বোধন কৰা হ'ব। ইয়াৰ দ্বাৰা সংস্কৃত ভাষাৰ এতিয়াৰ ব্যস্ত অতুলনীয় প্ৰভাৱেই স্পষ্ট হৈ পৰে। এইদৰে মালদেশিয়ান জীৱন সংস্কৃত ভাষাৰে পৰিপূৰ্ণ। ইয়াৰ দ্বাৰা আমাৰ ভাৰতীয় পণ্ডিত আৰু কূটনীতিজ্ঞসকলে মালয়েশিয়াৰ লগত ঘনিষ্ঠ সংস্কৃতিক সম্পৰ্ক আৰু তাৰ চৰকাৰী ব্যক্তিসকলৰ লগত লগ লাগি পুৰাতাত্বিক আৰু ঐতিহাসিক অনুসন্ধান তথা খনন কাৰ্যৰ বাবে এক উৎকৃষ্ট সামগ্ৰী পোৱা যায়। উদাহৰণস্বৰূপে, তেওঁলোকে মহান স্ফটিক শিৱলিঙ্গৰ অনুসন্ধান কৰক, "পেতালিঙ্গ জয়"ৰ নিবাসীসকলে আৰাধনা কৰিছিল আৰু ৰাজধানী কুৱালালামপুৰৰ মূল সংস্কৃত নাম কি আছিল এইবোৰো অনুসন্ধান কৰা উচিত। এই তথ্যই স্পষ্টভাৱে দেখুৱায় যে কৰিবলৈ কিমান বেছি কাম বাকী আছে। তথাপি আমাৰ দূতাবাস আৰু ইতিহাস লেখকসকলে নিজৰ কৰ্তব্য সম্পৰ্কে সকলো প্ৰকাৰে অনভিজ্ঞ যেন লাগে। আমাৰ বিদেশ মন্ত্ৰালয়ে এটা বিশেষ প্ৰকোষ্ঠ খুলি ল'ব লাগে যাৰ কাম বিশ্বৰ প্ৰায় প্ৰত্যেক ঠাইত এনেকামৰ গুৰুত্বৰ প্ৰতি নিজৰ দূতাবাসবোৰৰ প্ৰতি মনোযোগ আকৃষ্ট কৰিব পাৰে।

জোহোৰৰ চুলতানৰ কেইবাগৰাকীও কন্যাৰ এগৰাকীৰ নাম আছিল 'বিদ্যাধাৰী'। এইটো এটা বিশুদ্ধ সংস্কৃত শব্দৰ অৰ্থ 'অতি জ্ঞানৱতী'। সিঙ্গাপুৰৰ এখন গাঁৱৰ নাম তেওঁ নামত ৰখা হৈছিল। কিয়নো, বৃটিছসকলে জয় কৰাৰ পূৰ্বে সিঙ্গাপুৰ জোহোৰৰ মহাৰাজাৰ অধীনস্থ ভাগ আছিল।

## সংস্কৃত ভাষাৰ দ্বাৰা ওতঃপ্ৰোত

মলয় ভাষা এতিয়াও সংস্কৃত ভাষাৰ দ্বাৰা ওতঃপ্ৰোত। অশুভ কামনাৰ দ্যোতক সংস্কৃত ভাষাৰ শব্দ 'শাপ'ক মলয় ভাষাত 'সিৰূপহ'। (হিন্দীত 'শ্ৰাপ' বুলি কোৱা

হয়)। 'সৰজ' পদুমফুল, সংস্কৃত সৰোজ। 'সৰীগাল' সংস্কৃতৰ 'শ্ৰী' শব্দ সৌন্দৰ্য আৰু সম্মোহনৰ ৰূপত মলয়ত 'সেৰী' বুলি উচ্চাৰণ কৰা হয়। গতিকে 'সেৰী নগৰী'ৰ অৰ্থ হ'ল 'শ্ৰীনগৰী'ৰ গৌৰৱ আৰু বৈভৱ। মলয়ৰ 'সৰীমুখ' সংস্কৃতত শ্ৰীমুখ অৰ্থাৎ আনন্দৰ আভা। মলয় সন্তোষ হৈছে সংস্কৃতৰ সন্তেজা। যাৰ মূল অৰ্থ সন্তোষ, ধৈৰ্য, শান্তি, বিশ্ৰাম আৰু স্থিৰতা।

মলয়ত উত্তৰাধিকাৰী যুৱৰাজৰ অৰ্থ দ্যোতক 'টুংকু-মুকুট' হৈছে শিশু আৰু মুকুট হৈছে টুপী। সংস্কৃতৰ ভাষাক ব্যুৎপতিত সন্ধিকালৰ উচ্চাৰণ মলয়বাসীসকলে সন্‌জাকাল বুলি কৰে। হিন্দীতে। সংস্কতৰ 'সন্ধ্যা' শব্দ 'সাঁঝ'লৈ সলনি হয় (অসমীয়াত 'সাজ') সংস্কৃতৰ 'সৈন্ধৱ' (লৱণ) শব্দটো মলয় ভাষাত এতিয়া 'শোৰা' (যখাৰ)ৰ দ্যোতক। 'সেনাই' সংস্কৃতৰ দৰেই ফৌজ নাইবা পদাতিক সেনা বুজায়। 'পদ্য' বুজোৱা সংস্কৃতৰ 'শ্লোক'শব্দটো মলয়বাসীসকলে 'সিলোক' ৰূপত প্ৰয়োগ কৰে। (অৱশ্যে) উপহাস অথবা ব্যঙ্গাত্মকৰূপত। দণ্ডৰ বাবে সংস্কৃতৰ 'শিক্ষা' শব্দটো মলয় ভাষাত 'সিক্সা' বুলি উচ্চাৰণ কৰা হয়। ইয়াত যাতনা আৰু কষ্টও অন্তৰ্ভুক্ত। 'সহোদৰ' মলয় ভাষাত 'সৌদৰ'। 'ৰোম' (লোম) হুবহু ৰোম বুলিয়েই প্ৰয়োগ কৰা হয়।

## ঋষি-ৰোসি/ৰথ-ৰত

আকৃতি নাইবা অন্য ৰং ৰূপ বুজোৱা ৰূপ শব্দই নিজৰ ৰূপ হুবহু ৰক্ষা কৰিছে। এইদৰে ৰূপৱান শব্দৰ অৰ্থ সুন্দৰ অথবা মনোহৰ। ৰং বুজোৱা শব্দ বৰ্ণক মলয় ভাষাত ৰোষাৰূপে গ্ৰহণ কৰা হৈছে। সংস্কৃতৰ 'পঞ্চবৰ্ণ' (অৰ্থাৎ পাঁচ ৰঙীয়া বা বহু ৰঙীয়া) শব্দত মলয়ত 'অঞ্চবোৰ্ণ' ৰূপে বিদ্যমান।

মালয়েশিয়াৰ গাঁৱলীয়া লোকেও 'ঋষি' শব্দৰ বাবে 'ৰোসি' শব্দ প্ৰয়োগ কৰে। কোনো মুনি নাইবা দ্ৰষ্টাৰ বাবে প্ৰযুক্ত 'ঋষি'ৰ প্ৰতি আজিও তেওঁলোকৰ অত্যাধিক শ্ৰদ্ধা। 'ৰত' (সংস্কৃতৰ 'ৰথ') সাধাৰণ ৰথো হয় আৰু পাখি লগা উৰি ফুৰা ৰথো হয়। 'ৰস' স্বাদ, সুগন্ধ চেতনা, অনুভূতিও হয় আৰু মূল সংস্কৃতৰ দৰে 'পাৰা'ও হয়।

সুচি সুদ্ধ আৰু স্পষ্ট, পৰিস্কাৰ (সৌচ আৰু স্বচ্ছ)। গতিকে সংস্কৃতৰ দৰেই মহাসুচিৰ অৰ্থ হৈছে 'অতি শুদ্ধ'। মালয়েশিয়া বাসীয়ে এই শব্দটো ঈশ্বৰৰ পৰ্যায়বাচী হিচাপে ব্যৱহাৰ কৰে। সুআমী (স্বামী), হৈছে প্ৰভু আৰু ৰক্ষক গুৰু। সুঅৰা (স্বৰ) হৈছে ধ্বনি আৰু সুঅৰ্গ (স্বৰ্গ)ৰ উচ্চাৰণ শুৰ্গ বা সোৰ্গ বা সোৰ্গৰূপতো উচ্চাৰণ কৰা হয়। ভাৰতৰ দৰেই 'সিংগ' সিংহ বা বাঘৰ দ্যোতক ব্যক্তিগত নামৰ লগত যোগ কৰা আদ্য প্ৰত্যয়ো হয়। ইয়াৰ সংস্কৃত ব্যুৎপন্ন শব্দ সিংগাসন (সিংহাখন) সিংহৰ আসন অৰ্থাৎ সম্ৰাটৰ ৰাজগাদীৰ দ্যোতক। সত্যৰ উচ্চাৰণ 'তেতিয়া' আৰু (সংস্কৃতত সত্যৱান) যেতিয়াবান'ৰ অৰ্থ সাতত্য অটুট ভক্তি, বিশ্বাসনীয়তা, আস্থা আৰু প্ৰভু নিষ্ঠা। মৃগসেতুৱা (মৃগ-সত্ব) সংস্কৃত শব্দ মলয় বাসীয়ে সাধাৰণ পশুৰ ক্ষেত্ৰত ব্যৱহাৰ কৰে। 'সেৰু'

হৈছে সকলো বুজোৱা সংস্কৃতৰ সৰ্ব শব্দই ইয়াৰ প্ৰয়োগ সেৰু সকলিয়া (সৰ্ব-সাকল্য) নাইবা সেৰু সেমেন্ত-সকলিয়ান (সৰ্ব-সমস্ত-সাকল্য) আদিত উপসৰ্গ ৰূপে কৰা হয়।

## হিন্দু বিশ্বাস আজিও অটুট

মালয়েশিয়াত প্ৰয়োগ হোৱা হিন্দু পৌৰাণিক নামৰ ভিতৰত অৰি ৰাম (শ্ৰীৰাম) আৰু অৰ্জুন (উচ্চাৰণ ৰঞ্জুন) অপ্সৰা শিৱ, বিষ্ণু, মন্ত্ৰী (মন্ত্ৰী পৰামৰ্শ দাতা) ৰাজা, মহাৰাজাই নিজৰ মূল সংস্কৃত ৰূপ আৰু উচ্চাৰণ ৰক্ষা কৰি আছে। পৌৰাণিক সৰ্ব-ৰাহু এতিয়াও মলয় ভাষাত বিদ্যমান। ৰাহু চন্দ্ৰৰ শীৰ্ষ-শিখা। ভাৰতীয় পুৰাণত ৰাহুৰ কাৰণে গ্ৰহণ সেই সময়ত হয়, যেতিয়া সূৰ্য বা চন্দ্ৰক সি গ্ৰাস কৰে। মলয়বাসীসকলে এই বিষয়ে এতিয়াও সেই প্ৰাচীন হিন্দু পৌৰাণিক শ্ৰদ্ধাৰে আলোচনা কৰে।

## আৰু অধিক উদাহৰণ

মলয়বাসীয়ে কোনোবা সন্মানিত জ্যেষ্ঠ ব্যক্তিক চিঠি লিখাৰ সময়ত (অতি শ্ৰদ্ধেয়) পূজী পূজীয়ান বুলি সম্বোধন কৰে। সংস্কৃতত এয়েই পৰম পূজ্য অথবা পূজনীয়। 'পূজা' প্ৰাৰ্থনা বা শোভা বুজোৱা শব্দ মলয় ভাষাত ঠিক সংস্কৃত ভাষাৰ দৰেই তাৰ অৰ্থ। উপবাস মলয় ভাষাত 'পুআস' পৃথ্বী (পৃথিৱী) হৈছে পৰ্বতী আৰু দেৱীৰূপে তাক সংস্কৃত ভাষাৰ 'দেৱী-পৰ্তৱী' বুলি সম্বোধন কৰা হয়। পৰনামা পূৰ্ণচন্দ্ৰ (পূৰ্ণিমা) আৰু মানৰ দ্যোতক। পেটেক্সা (পৰীক্ষা), পৰীক্ষা, তদন্ত, পৰীক্ষণ আৰু সোধা-পোছা। মুখ্য শ্ৰেষ্ঠ সৰ্বোচ্চ অৰ্থ-দ্যোতক 'পৰদান' (প্ৰধান) নিজৰ মূল সংস্কৃত অৰ্থত এতিয়াও হুবহু বৈ আছে। প্ৰধান মন্ত্ৰীক 'পৰদান মন্ত্ৰী পণ্ডিত' বুলি কোৱা হয়, যাৰ অৰ্থ হৈছে, ঋষি বা পণ্ডিত লোক (স্বভাৱ বা চৰিত্ৰ বুজোৱা 'প্ৰকৃতি' শব্দক মলয়ভাষাত 'পেকৰ্তী বুলি উচ্চাৰণ কৰা হয়। বুদি পেকৰ্তী' (সংস্কৃতৰ বুদ্ধি প্ৰকৃতি) ভাল মনোবৃত্তিৰ ব্যক্তিৰ পৰিচায়ক শব্দ। ভাৰতৰ দৰেই মুখ্য বা প্ৰধান বুজোৱা পতি পত্য শব্দ ব্যৱহাৰ হয়। ফলস্বৰূপে মলয়বাসীয়ে অধিপতি (সৰ্বোচ্চ স্বামী, মুখিয়াল) ৰূপত এই শব্দ প্ৰয়োগ কৰে। পদ বা শ্ৰীপদে যুৱৰাজৰ পবিত্ৰ চৰণ যুগলক বুজায়।

## বিস্তৃত অঞ্চলত হিন্দু সভ্যতা

হিন্দু সংস্কৃত সভ্যতা কেৱল মলয়পৰ্যন্ত সীমাবদ্ধ নাছিল। ই বোৰ্নিঅ' ফিলিপাইন্‌ছ, কোৰিয়া, চীন, জাপান আদি চাৰিওফালৰ দেশতো বিয়পি পৰিছিল।

যদি নিকটৱৰ্তী বোৰ্নিঅ' দ্বিপত ডাঠ হাবিবোৰত সম্পূৰ্ণ ৰূপে খনন কাৰ্য চলোৱা হয়, তেন্তে প্ৰাচীন হিন্দুসকলৰ ৰাজত্বৰ বহুতো ঐতিহাসিক স্মৃতিচিহ্ন পোৱা যাব। (বোৰ্নিঅ'ত) ব্ৰুনীৰ চুলতানৰ উপাধি আছিল মেৰি ভগৱান অৰ্থাৎ শ্ৰীভগৱান

(সৰ্বশক্তিমান প্ৰভু) আছিল। আজি-কালি যিহেতুকে সেই চুলতানী সংস্কৃতৰ পৰা বিচ্ছিন্ন হৈ গৈছে, গতিকে সেই উপাধিৰ ভুল অৰ্থ "ৰজাঘৰীয়া উপদেশী" (ছাহী চলাহকাৰ) কৰা হৈছে। ১৯৭০ খৃষ্টাব্দত ব্ৰুনীৰ মুখ্য বন্দৰটোৰ নাম মেৰি ভগৱান অৰ্থাৎ প্ৰাচীন, হিন্দু সংস্কৃত উপাধিৰ নামত শ্ৰীভগৱান ৰখা হৈছিল। এই তথ্যৰ দ্বাৰা ইতিহাস লেখকসকলৰ আগত স্পষ্ট হোৱা উচিত যে চুলতানৰ হিন্দু পূৰ্বপুৰুষসকলৰ জ্ঞান লাভ কৰা আৰু এইটো অনুসন্ধান কৰা অত্যন্ত গুৰুত্বপূৰ্ণ যে সেই হিন্দু শাসক কিয় আৰু কেনেকৈ ইছলাম ধৰ্মলৈ ধৰ্মান্তৰিত হৈছিল।

## পুৰাতাত্ত্বিক সৰ্বেক্ষণ প্ৰয়োজন

বোৰ্নিঅৰ এটা ভাগ 'সাৰবাকে' এজন বৃটিছৰ ওচৰত নিজৰ সাৰ্বভৌমত্ব হেৰুৱাই পেলাইছিল। তথাপি 'সাৰবাকৰ' সেই বগা ইংৰাজ শাসকক 'ৰাজা' নামেৰেই জনা গৈছিল। এই সাৰবাক নামটো স্বয়ং সংস্কৃত ভাষাৰ। গতিকে ভাৰত চৰকাৰ আৰু সেই পূব অঞ্চলবোৰত থকা আমাৰ দূতাবাসবোৰৰ এইটো কৰ্তব্য হোৱা উচিত যাতে তেওঁলোকে বোৰ্নিঅ আৰু 'সাৰবাক' অঞ্চলত এক বিশাল পুৰাতাত্ত্বিক সৰ্বেক্ষণ (জৰীপ) আৰম্ভ কৰে। একে ভু-খণ্ডৰ সেই দেশবোৰত পোৱা বস্তুবোৰৰ ভিতৰত ধৰ্মগ্ৰন্থ, মন্দিৰ, ভৱন মূৰ্তি চিত্ৰ, মোহৰ আৰু শিলালিপি থকাৰ সম্ভাৱনা আছে। এইদৰে এই প্ৰাপ্ত বস্তুবোৰে কেৱল ভাৰতীয় ইতিহাসকে নহয়, বিশ্ব-ইতিহাসকো সমৃদ্ধ কৰিব।

যদিও ভৌগোলিক এককৰূপে বোৰ্নিঅ এটা অকলশৰীয়া বিশাল দ্বীপ তথাপি ৰাজনৈতিক দৃষ্টিৰে ইয়াক দুভাগত বিভক্ত কৰা হৈছে। বগা ইংৰাজৰ অধীনত থকা ভাগটোক 'সাৰবাক' সাম্ৰাজ্য বুলি কোৱা হৈছিল। আনহাতে তাৰ শাসনৰ অধীনলৈ গুচি যোৱা বাকী ভাগটো আৰু যি এতিয়া স্বাধীন ইণ্ডোনেশিয়া চৰকাৰৰ এটা 'ভাগ-বোৰ্নিঅ' বুলি কোৱা হৈছিল। কিন্তু ইণ্ডোনেশিয়সকলে নিজৰ দেশক, প্ৰাচীন ভাৰতীয় নাম কালীমন্থন বুলি কয়। কালী সুপ্ৰসিদ্ধ ভাৰতীয় দেৱী যাক ভাৰতীয় শাসকসকলে অত্যন্ত শ্ৰদ্ধাৰে পূজা কৰি আহিছে।

## ভাৰতীয় বিশ্বসাম্ৰাজ্যৰ ভাগ

'ইণ্ডোনেশিয়া' শব্দটো প্ৰায়ে ভুলৰূপত বুজা যায় আৰু তাৰে ব্যাখ্যাও অশুদ্ধ আৰু অসত্যৰূপত কৰা হয়। সাধাৰণতে এইটো উপলব্ধি কৰা নহয় যে এই শব্দটো কোনো প্ৰকাৰেই 'এশিয়া' শব্দৰ দ্যোতক নহয় 'নেশিয়া' শব্দই দ্বীপৰসমূহক বুজায়। এইদৰে 'ইণ্ডোনেশিয়া' শব্দৰ অৰ্থ হৈছে ভাৰতীয় দ্বীপসমূহ। তাৎপৰ্য হৈছে দহৰ পৰা ঝৰ হাজাৰ প্ৰশান্ত দ্বীপৰ ভিতৰত অধিকাংশ দ্বীপ (কেৱল ইণ্ডোনেশিয়া নামেৰে আজিও ৰাজনৈতিক এককত সন্মিলিত দ্বীপসমূহেই নহয়) প্ৰাচীন ভাৰতীয় বিশ্ব সাম্ৰাজ্যৰে ভাগ আছিল। প্ৰাচীন শব্দাৱলীত সেই সকলো দ্বীপক সামূহিক ৰূপত

দীপান্তৰ বুলি কোৱা হৈছিল। সংস্কৃত ভাষাত দীপান্তৰৰ অৰ্থ অন্য দ্বীপো হয়। কিন্তু প্ৰাচীন ভাৰতৰ বিশাল প্ৰান্তত সীমাৰ বাবে প্ৰযোজ্য হোৱাত দ্বীপান্তৰ শব্দৰ অৰ্থ হৈছে আমেৰিকা আৰু এশিয়াৰ মহাদ্বীপসমূহৰ মাজত থকা দ্বীপসমূহ। এই তথ্যটো সেই পৰ্যায়বাচী শব্দটোৰেও স্পষ্ট যিটো জাৱা বাসীসকলে এই বিশাল দেশৰ নাম প্ৰকাশ কৰিবলৈ প্ৰয়োগ কৰে। তেওঁলোকে ইয়াক "ভূম্যন্তৰ" বুলি কয়, যি এখন পৃথক দেশ বুজোৱা সংস্কৃত শব্দ। ইয়াক জাৱাৰ ভাষাত 'নূসান্তৰ' বুলিও ক'ব পৰা গ'লহেঁতেন। কিয়নো, তা 'নূসাৰ' অৰ্থ হৈছে দ্বীপ।

## যৱদ্বীপৰ আকৃতি য-ধানৰ দৰে

স্মৰণাতীত প্ৰাচীন যুগবোৰত সমগ্ৰ পৃথিৱীৰ গৱেষণা কৰা ত্ৰিসিদ্ধান্তপ্ৰিয় ভাৰতীয়সকলৰ নিৰ্দেশক সূত্ৰ আছিল— 'চৰৈৱেতি' (গৈ থাকা, আগবাঢ়ি গৈ থাকা) "কৃন্বন্তো বিশ্বমাৰ্য্যম্ (আমি সমগ্ৰ বিশ্বক আৰ্য অৰ্থাৎ সভ্য, শিষ্ট, সুসংস্কৃত, কৰ্তব্যনিষ্ঠ, ঈশ্বৰৰ প্ৰতি ভক্তিমান, শিক্ষিত আদি কৰিম), আৰু বসুধৈৱ কুটুম্বকম্ (গোটেই বিশ্ব এক পৰিয়াল এক গোট) উপৰি-উক্ত তিনিটা সিদ্ধান্তৰ দ্বাৰা প্ৰেৰিত হৈ যিসময়ত সাহসী আৰু পৰহিতবাদী প্ৰাচীন ভাৰতীয়সকলে প্ৰশান্ত মহাসাগৰৰ বিশাল বিস্তাৰ অতিক্ৰম কৰি বিজিত বিস্তাৰ অতিক্ৰম কৰি বিজিত দেশবোৰৰ ৰূপৰেখা নিৰ্মাণ কৰিবলৈ আৰম্ভ ধৰে আৰু প্ৰশাসনিক তথা মৌখিক সীমা চকী স্থাপন কৰিবলৈ ধৰে, তেতিয়া তেওঁলোকে ভাৰতৰ পৰা গৈ পূব আৰু দক্ষিণৰ দ্বীপখণ্ডসমূহৰ অতি মনোৰম নাম প্ৰদান কৰিলে। আধুনিক 'জাৱা' নাম য-ধানৰ আকৃতিত সংস্কৃত ভাষাত 'যৱদ্বীপ'ৰ পৰা ব্যুপন্ন। এই তথ্যই ৰূপৰেখা নিৰ্মাণ কৰা আৰু চিত্ৰণ প্ৰস্তুত কৰা বিখ্যাত প্ৰাচীন ভাৰতীয়সকলৰ নিপুণতা প্ৰমাণ কৰে। যেতিয়ালৈকে তেওঁলোকে কোনো মানচিত্ৰত, চাৰিওফালে দেশবোৰেৰে আগুৰা সেই গোটেই দ্বীপটো অংকিত কৰা নাছিল, তেতিয়ালৈকে তেওঁলোকে এই সিদ্ধান্তত উপনীত হ'ব পৰা নাছিল যে সেই দ্বীপৰ আকৃতি য-ধানৰ দৰে আছিল।

ভাৰতীয়সকলে নিশ্চয় যৱদ্বীপটো হাজাৰ হাজাৰ বছৰ আগেয়ে বিচাৰি উলিয়াইছিল। এই তথ্যৰ প্ৰত্যক্ষ প্ৰমাণ এয়ে যে ভাৰতৰ সৰ্বপ্ৰথম মহাকাব্য ৰামায়ণে যৱদ্বীপৰ উল্লেখ কৰিছে।

# প্ৰাচীন হিন্দু সাম্ৰাজ্যৰ অস্তিত্ব পৰীক্ষা কৰাৰ মানদণ্ড

অজ্ঞাত নাইবা অস্পষ্ট অতীতকালীন ঘটনাসমূহৰ তথ্য সংগ্ৰহ আৰু সম্পাদনা কৰাৰ এটা বিশেষ নিয়ম আছে। এই নিয়ম হৈছে জ্ঞাতৰ পৰা অজ্ঞাতলৈ যোৱা নিয়ম। ই সেই নিয়ম, যাৰ প্ৰয়োগ আমি সেই সাম্ৰাজ্যসমূহৰ অস্তিত্ব প্ৰমাণ কৰিবলৈ, যাক ইতিহাসে বিলুপ্ত কৰি দিছে তাৰ বাবে কৰিব খুজিছোঁ।

## বৃটিছ সাম্ৰাজ্যৰ উদাহৰণ

আহক আমি বৃটিছ সাম্ৰাজ্যৰ উদাহৰণ লওঁ, যি সাম্ৰাজ্য ১৯৪৭ চনৰ পৰা লাহে লাহে খণ্ডিত হ'বলৈ আৰম্ভ কৰিছিল। যিহেতুকে পৃথিৱীৰ এটা ডাঙৰ ভাগত বৃটিছসকলৰ শাসন আছিল গতিকে তেওঁলোকৰ ভাষা ইংৰাজী, আমেৰিকাৰ পৰা আষ্ট্ৰেলিয়া পৰ্যন্ত বিস্তৃত বিশাল ভূ-খণ্ডত কোৱা হ'বলৈ ধৰিলে। এই কথাৰ তাৎপৰ্য এয়ে যে যদি কোনো শক্তিয়ে তেওঁলোকৰ সাম্ৰাজ্য বৰ ডাঙৰ আছিল বুলি দাবী কৰে, তেন্তে সেই শক্তিয়ে তেওঁলোকৰ ভাষাৰ আধিপত্য গোটেই বিশ্বৰ এটা ডাঙৰ ভাগত আছিল বুলি প্ৰমাণ কৰিব লাগিব।

## দ্বিতীয় মাপদণ্ড— ধৰ্ম

দ্বিতীয় মাপদণ্ড হৈছে ধৰ্ম বা জীৱন-পদ্ধতি সম্পৰ্কীয়। য'ত য'ত বৃটিছসকলে শাসন কৰিছিল, তেওঁলোকৰ ধৰ্ম অৰ্থাৎ খৃষ্টান মতেই মাত্ৰ নহয়, বৰঞ্চ খৃষ্টান মতৰ ছাঁ প্ৰ'টেষ্টাণ্ট ধৰ্ম আৰু ইংলেণ্ডৰ গীৰ্জাঘৰৰ অনুযায়ীও বহুত অধিক সংখ্যাৰ হ'ল। এই কথাত এইটো দেখুৱাই আৰু শক্তিশালী কৰিব পাৰি যে ভাৰতত গোৱাখন পৰ্তুগীজসকলে শাসন কৰিছিল আৰু পণ্ডিচেৰী তথা অন্যান্য সৰু-সুৰা ঠাইত কেইবাশ বছৰ ধৰি ফৰাচীসকলৰ শাসন চলিছিল। যিহেতুকে পৰ্তুগীজ আৰু ফৰাচী উভয়ে কেথেলিক সম্প্ৰদায়ৰ আছিল, এইবাবে খৃষ্টানমতৰ এই শ্ৰেণীটো ভাৰতৰ গাঁও,

উপনিশে আদিত ঠন ধৰি উঠিল। তেওঁলোকৰ ভাষাবোৰকো নিজ নিজ অঞ্চলত তাৰ সচেতন (প্ৰবুদ্ধ) লোকসকলে, তাৰ প্ৰশাসকসকলে সম্পূৰ্ণ ৰক্ষণাবেক্ষণ দিছিল। গতিকে এইটো স্পষ্টভাৱে পৰিলক্ষিত হয় যে ক'ৰবাত কোনোবা দেশত শাসন কৰিলে তাত তাৰ ধৰ্ম আৰু জীৱন-পদ্ধতি প্ৰচাৰিত হয়, জনপ্ৰিয় হৈ পৰে।

কোনো বিলুপ্ত সাম্ৰাজ্যৰ অস্তিত্ব প্ৰমাণ কৰা তৃতীয় মাপদণ্ড হৈছে, বিশ্বৰ বিশাল ভূ-ভাগত দেখা পোৱা ৰীতি পৌৰাণিকতা আৰু সাম্ৰাজ্যৰ নাম আৰু দেৱ-দেৱীৰ অস্তিত্ব। তাৰ উদাহৰণ— য'ত য'ত বৃটিছ, ফৰাচী, পৰ্তুগীজ, ডাচ, জাৰ্মান আৰু ইটালীয় (ৰোম)সকলৰ দৰে খৃষ্টান শক্তিয়ে শাসন কৰিছে, য'তে-ত'তে বৰবৰীয়া প্ৰাৰ্থনা আৰু ক্ৰিষ্টমাস-সমাৰোহ আদি ৰীতি, তেওঁলোকৰ নাম, খৃষ্ট আৰু মেৰী আদিৰ দৰে দেৱ-মূৰ্তি, বাইবেলৰ দৰে পবিত্ৰ গ্ৰন্থ, তেওঁলোকৰ পৌৰাণিকতা, তেওঁলোকৰ নাম (পাশ্চাত্য-প্ৰকাৰৰ) উত্তৰোত্তৰ ৰূপ গ্ৰহণ কৰা হ'বলৈ ধৰিলে। এইদৰে মশাল (জোৰ-বস্তি) আৰু তৰোৱাল লৈ যেতিয়া আৰবসকল বিশ্বক ছানি ধৰিলে, তেতিয়া তেওঁলোকে আফ্ৰিকাৰ পৰা ইণ্ডোনেশিয়া পৰ্যন্ত বিশাল ভুভাগৰ নিবাসীসকলক ইছলাম ধৰ্ম গ্ৰহণ কৰাবলৈ আতংকিত কৰিবলৈ সমৰ্থ হ'ল।

এতিয়া সেই আতংকিত, ধৰ্মান্তৰিতসকলৰ বংশধৰসকলে নিজৰ পূৰ্বপুৰুষসকলে ভয়াবহ যন্ত্ৰণাপূৰ্ণ অভিজ্ঞতাসমূহ পাহৰি যোৱাৰ কাৰণে ইছলামৰ ওপৰতে স্নেহ বৃষ্টি কৰি আছে, যিয়ে অক্ষানৰ মহিমাহে প্ৰকাশ কৰে। গতিকে যি সম্প্ৰদায়ে যি কোনোবা সময়ত বিশ্বৰ মহাশক্তি আছিল বুলি দাবী কৰে, সি এইটো প্ৰমাণ কৰিব লাগিব যে বিশ্বৰ এক পৰ্যাপ্ত বিশাল ভাগত সেই সম্প্ৰদায়ৰ ৰীতি, পৌৰাণিকতা, নাম আৰু দেৱ-দেৱীক গ্ৰহণ কৰা হৈছিল।

বিশ্বব্যাপী সাম্ৰাজ্যৰ চতুৰ্থ মাপদণ্ড হৈছে, মাপ আৰু জোখ। কোনোবা দেশে বিশ্বৰ বিশাল ভাগত ৰাজ্য শাসন কৰিলে, তাৰ জোখ-মাখৰ পদ্ধতি সেই দেশবোৰতো প্ৰচলিত হয়। এইদৰে যিবোৰ দেশত বৃটিছসকলে শাসন কৰিছিল নাইবা অনুপস্থিত হোৱা সত্বেও তাৰ ৰাজনৈতিক ক্ষমতা নিজৰ হাতেত ৰাখিছিল, তাত বৃটিছসকলৰ পাউণ্ড, টন, বুছাল, ফুট আৰু গজ আদি জোখ-মাখ গ্ৰহণ কৰা হৈছিল।

পঞ্চম মাপদণ্ড হৈছে সময় নিৰূপণ। এইদৰে যেতিয়া ইউৰোপীয় লোকসকলে বিশ্বৰ ওপৰত শাসন কৰিলে, তেতিয়া নৱবৰ্ষ দিবস হিচাপে জানুৱাৰীৰ প্ৰথম দিনটোৰ— পৰা আৰম্ভ হোৱা পাশ্চাত্য পঞ্জিকা সৌৰবৰ্ষ আৰু চেকেণ্ড, মিনিট আদি ক্ষুদ্ৰ সময় বিভাগ প্ৰয়োগ কৰা হ'বলৈ ধৰিলে।

কোনো এটা সময়ত আছিল, বিস্মৃত এনেকুৱা সাম্ৰাজ্যৰ মাপদণ্ড হৈছে, শৈক্ষিক নিয়ন্ত্ৰণ। য'ত য'ত ইউৰোপীয় শক্তিবোৰে শাসন কৰিছে তাতে তেওঁলোকৰ বিশেষ শিক্ষা পদ্ধতি অনুকৰণ কৰা হ'বলৈ ধৰিলে। তেওঁলোকৰ পাঠ্যপুস্তক প্ৰচলন কৰা হৈছে, তেওঁলোকৰ শিক্ষকৰ প্ৰভাৱ অক্ষুণ্ণ ৰখা হৈছে, আৰু সাধাৰণৰূপে তেওঁলোকৰ

পদ্ধতি, বিধান আৰু প্ৰশিক্ষণে গুৰুত্ব পাবলৈ ধৰিলে নাইবা সন্মান-গৌৰৱৰ কথা বুলি ভাব হ'বলৈ ধৰিলে।

এখন বিস্মৃত সাম্ৰাজ্যৰ অস্তিত্ব নিৰ্ণয় কৰা সপ্তম মাপদণ্ড হৈছে, ভৌগোলিক আৰু ৰূপ চিত্ৰণ সম্বন্ধী নাম। বিশ্বৰ কোনো এটা ডাঙৰ ভাগত শাসন কৰা দেশে নিজৰ ভাষাতহে আৰু নিজৰ দেশৰ বীৰ, নেতাসকলৰ নামত, বিজিত অঞ্চল, সীমা, প্ৰদেশ, দেশ, সাগৰ, নদী, পাহাৰ, পথ আৰু সেতুৰ নাম থোৱাৰ প্ৰবৃত্তি দেখুৱায়।

যেতিয়া আমি দাবী কৰো যে প্ৰাচীন ভাৰতীয় ক্ষত্ৰিয়সকলৰ বিশ্বব্যাপী সাম্ৰাজ্য আছিল, যদিও ইতিহাসে তাক বিলুপ্ত কৰি দিছে, যেতিয়া এই দাবীক ওপৰত লিখা-মাপদণ্ড আৰু সেইবোৰৰ ব্যাখ্যাৰ সহায়ত প্ৰমাণ কৰো। এইটো কৰোঁতে আমি কোনো নতুন তথা নকৈ শিক্ষা আৰু জ্ঞান উপাৰ্জনৰ স্বীকৃতি পদ্ধতি সমূহৰহে অনুসৰণ কৰিছো। উদাহৰণ স্বৰূপে জ্যামিতিত পোন-প্ৰথমে এটা বিন্দু আৰু ৰেখাৰ পৰিভাষা নিৰ্ণয় কৰাৰ পৰা আৰম্ভ কৰি এটা প্ৰমেয়ৰ পৰা আনটো প্ৰমেয়, সূত্ৰপৰ্যন্ত যোৱা হয়। বিস্মৃত ঐতিহাসিক তথ্যবোৰ প্ৰমাণ কৰা বিষয়তো আমি অপ্ৰাসঙ্গিক, ক্ৰমহীন আভসিত সূত্ৰবোৰৰ পৰাই আৰম্ভ কৰো। যিদৰে জ্যামিতিৰ ৰেখা ক্ষুদ্ৰ, অস্পষ্ট বিন্দুসমূহৰ দ্বাৰা সৃষ্টি হয়, ঠিক সেইদৰে এখন সম্পূৰ্ণ ঐতিহাসিক গ্ৰন্থৰ ৰচনাও সৰু সৰু, দেখাত নগণ্য যেন লগা সূত্ৰবোৰ গোট খুৱাই এনে ধৰণৰ কৰি তুলিব পাৰি যে সেইবোৰ অকাট্য সাক্ষ্যবোৰৰ এক সুদৃঢ় আঙুঠীত পৰিণত হয়।

পোনপ্ৰথমে এইটোও সোধা উচিত যদি প্ৰকৃততে এখন সাম্ৰাজ্য কেতিয়াবা আছিল, তাৰ চিন মোকাম ইতিহাসৰ পৰা কিদৰে কিয় নষ্ট হৈ গ'ল? এক প্ৰাচীন হিন্দু সাম্ৰাজ্যৰ উল্লেখ ইতিহাসৰ পৰা কিয় বিলুপ্ত হৈ গ'ল? ইয়াৰ কেইবাটাও স্পষ্টীকৰণ আছে। এটা স্পষ্টীকৰণ হৈছে, সময়ৰ অসীমিত বিস্তাৰত অতীত ঘটনাবোৰ ক্ৰমশঃ লাহে লাহে জনস্মৃতি আৰু অভিলেখৰ পৰা অদৃশ্য হৈ যায়। এই কথা পাঠকে নিজৰ অভিজ্ঞতাৰ দ্বাৰাই পৰীক্ষা কৰিব পাৰিব। যদি আপোনাক এইটো মাত্ৰ সোধা হয় যে আপোনাৰ পিতামহৰ, পিতামহৰ নাম কিয়, তেতিয়াই আপুনি হত বুদ্ধি হৈ পৰিব, আপোনাৰ মূৰ ঘূৰাই যাব। যদি আপুনি পিতামহৰ, পিতামহৰ নামো নাজানে, তেন্তে তেওঁৰ জীৱন চৰিত সম্পৰ্কে আপোনাৰ জ্ঞানতো স্পষ্টভাৱে নোহোৱাৰ নিচিনাই হ'ব। এই নিজা অভিজ্ঞতাৰ দ্বাৰা আপোনাৰ পক্ষে এইটো বুজি পোৱা টান নহ'ব যে, আপোনাৰ নাম নজনাৰ সম্পূৰ্ণ সম্ভাৱনা আছে। ইয়াৰ কাৰণ হৈছে, এই কথাৰ কোনো ব্যৱহাৰিক প্ৰয়োগ নহয়। এই তথ্যৰ দ্বাৰা স্পষ্ট হয় যে আমাৰ ইতিহাসৰ গ্ৰন্থ সমূহত কোনো প্ৰাচীন বিশ্বব্যাপী হিন্দু-সাম্ৰাজ্যৰ কোনো উল্লেখ কিয় সন্নিবিষ্ট হোৱা নাই? ইতিহাস লেখকসকলে এই কথা পাহৰি গৈছে। কিন্তু তাৰ বিৱৰণবোৰ উক্ত নিয়মসমূহৰ দ্বাৰা ভ্ৰংশোদ্ধাৰ কৰা যাব পাৰে। নতুন সাম্ৰাজ্যসমূহ গঢ়ি উঠাৰ বাবে প্ৰাচীন হিন্দু বিশ্বব্যাপী সাম্ৰাজ্য ইতিহাসৰ পৰা সেইদৰে অদৃশ্য হৈ

গ'ল, যিদৰে অনুৱৰ্তী পিৰিবোৰৰ কাৰণে পূৰ্ব্বৱৰ্তী পিৰিসমূহ অদৃশ্য হৈ যায়। নতুন আহিলে পুৰণি যাবলগীয়া হয়।

প্ৰাচীন হিন্দু সাম্ৰাজ্য বিস্মৃত হোৱাৰ দ্বিতীয় কাৰণ হৈছে। কলা কৃতিৰ বিনাশ, সৰ্বনাশ। যিদৰে সাগৰৰ ওফন্দি, আগবঢ়া ঢৌৰ বাবে বালিৰ লিখনি লাহে লাহে নোহোৱা হৈ যায়, সেইদৰে অনুৱৰ্তী (পৰৱৰ্তী) শাসনে পূৰ্ব্বৱৰ্তী শাসনৰ স্মৰণ চিহ্নবোৰ নষ্ট কৰি দিয়ে। প্ৰাচীন হিন্দু বিশ্ব সাম্ৰাজ্যৰ অভিলেখ আৰু স্মৃতি চিহ্নবোৰ খৃষ্টান আধিপত্যই সেই (আঘাতকাৰ) লহৰে বিনষ্ট কৰিছিল যিবোৰ পোনতে ইউৰোপক আৰু পিছত অন্যান্য অঞ্চলবোৰ নিজৰ অধীনলৈ আনিছিল। হিন্দু সাম্ৰাজ্যৰ যি কিছু চিহ্ন খৃষ্টান আঘাতৰ পৰা ৰক্ষা পৰিল, সেইবোৰো অন্য এটা দুৰ্দান্ত আঘাতত সমূলে নষ্ট হ'ল। সেই ভীষণ প্ৰাণাঘাতক ধুমুহা আছিল বৰ্বৰ আৰববাসীসকলৰ যিয়ে ইছলামৰ অভ্যুদয়ৰ নামত সৰ্বনাশ কঢ়িয়াই আনিছিল।

ইতিহাস বিনষ্ট হোৱাৰ তৃতীয় কাৰণ হৈছে, বিপদ আৰু মহাপ্ৰলয়, লাগে সি মনুষ্যসৃষ্টই হওক বা প্ৰাকৃতিকেই হওক। যেনে— দুৰ্ভিক্ষ, আক্ৰমণ, দাৰিদ্ৰ, আগ্নেয়গিৰি বিস্ফোৰণ, ভূমিকম্প, নৰহত্যা আৰু পোক-পৰুৱাৰ দংশন। গতিকে কেৱল আমাৰ ইতিহাস গ্ৰন্থসমূহত কোনো প্ৰাচীন হিন্দু সাম্ৰাজ্যৰ উল্লেখ কৰা হোৱা নাই বুলি এই তথ্যৰ আধাৰত ব্যঙ্গভাৱে উপহাস কৰিব নালাগে নাইবা অবিশ্বাস কৰি মুখ ঘূৰাব নালাগে। এনেকুৱা কোনো সাম্ৰাজ্যৰ ওপৰত নিৰ্দিষ্ট কৰা মাপদণ্ডৰ সাহায্যত প্ৰমাণ কৰিব পৰা যায়। যেতিয়া ঈশ্বৰ নাইবা মৃত্যুৰ পিছত জীৱনৰ দৰে সূক্ষ্ম বিচাৰ, তত্ত্বৰ অস্তিত্ব প্ৰমাণ কৰিবলৈ দাৰ্শনিক যুক্তি প্ৰয়োগ কৰা হয়, তেতিয়া অতীতকালৰ ঘটনাসমূহৰ প্ৰয়োগ কৰিব নলগাৰ, সেইবোৰৰ আশ্ৰয় ল'ব নলগাৰ কোনো কাৰণ থাকিব নোৱাৰে।

এখন প্ৰাচীন সাম্ৰাজ্যৰ অস্তিত্ব প্ৰমাণ কৰাৰ কাম এই বাবেই আৰু কঠিন, দুষ্কৰ হৈ পৰে যে আজি 'সাম্ৰাজ্য'ৰ ভাবনাৰ প্ৰতি ঘৃণা, অসন্তোষ, বিৰোধ বিদ্যমান। মানুহে সেই শব্দটো শুনিলেই এখন দেশৰ লোকে অন্য এখন দেশৰ লোকৰ ওপৰত কৰা ভীষণ অত্যাচাৰ, যন্ত্ৰণাৰ কল্পনা কৰিবলৈ ধৰে। পৰিণাম স্বৰূপে এনেকুৱা সাম্ৰাজ্যসমূহৰ অস্তিত্ব প্ৰমাণ কৰিব পৰা সূত্ৰবোৰৰ অস্পষ্ট ৰূপেও বুজ ৰখা মানুহও এনেকুৱা। সাম্ৰাজ্যৰ স্মৃতিবোৰ পাহৰি যোৱাই ভাল নাইবা সেইবোৰ অদৃশ্য আৰু অভিলেখবিহীন হিচাপেই থাকিবলৈ দিয়াটো শ্ৰেয় বুলি অনুভৱ কৰাটো দেখা যায়।

এই দৃষ্টিকোণৰ সৰ্বপ্ৰথমে অশাস্ত্ৰীয়। এগৰাকী ইতিহাস লেখক এগৰাকী শিক্ষাশাস্ত্ৰী। তেওঁ ৰাজনীতিৰ দ্বাৰা দোদুল্যমান আৰু প্ৰভাৱান্বিত হোৱা উচিত নহয়। এগৰাকী শিক্ষক হিচাপে তেওঁ যিবোৰ তথ্য অজ্ঞাত আৰু যিবোৰ বিষয়ে তথ্য অজ্ঞাত আৰু যিবোৰৰ বিষয়ে সম্পূৰ্ণ জনা নাযায়, সেইবোৰৰ অনুসন্ধান কৰা উচিত। দ্বিতীয় কথাটো হৈছে, এক প্ৰাচীন হিন্দু সাম্ৰাজ্যৰ অনুভূতি ৰখাৰ ক্ষেত্ৰত অন্য

মনস্কতাৰ ভাবো অজ্ঞানতাৰ পৰিচায়ক। হিন্দু সাম্ৰাজ্য খৃষ্টান আৰু মুছলীম সাম্ৰাজ্যতকৈ সকলো প্ৰকাৰে বেলেগ আছিল, অত্যাচাৰী নাছিল। ইয়াৰ আৰু অন্যান্য সাম্ৰাজ্যবোৰৰ মাজত আকাশ-পাতালৰ পাৰ্থক্য আছিল।

যিদৰে কোনো মানুহে আন্ধাৰত বা অজ্ঞাত স্থানলৈ যোৱাৰ সময়ত হাতত এডাল লাখুটি বা অন্য বস্তু লয়, সেই দৰেই হিন্দুবিজেতা আৰু অন্বেষকসকলে বিশ্বৰ সমগ্ৰ ভাগলৈ গৈছিল; নিশ্চিতভাৱে তেওঁলোকৰ লগত সৈন্য বাহিনী গৈছিল, কিন্তু সেই কথা কিছুসংখ্যক পাশ্চাত্য নিষ্ক্ৰমণাৰ্থীৰ দৰে আছিল, যিবিলাকে আমেৰিকীয়া উপদ্বীপসমূহৰ বনাঞ্চলবোৰত নিজৰ গাঁও পাতিছিল আৰু দুয়োটা মেৰু অঞ্চলৰ বৰফাবৃত ভূ-ভাগ বিচাৰি উলিয়াইছিল। তেওঁলোকে জ্ঞানৰ সকলো ক্ষেত্ৰক আগবঢ়াবলৈ, ৰাজনৈতিক স্বাধীনতা দিবলৈ, সামাজিক বিপ্লৱ কৰিবলৈ আৰু বৈজ্ঞানিক অনুসন্ধানৰ ভাবনাৰে অনুপ্ৰেণিত আছিল।

প্ৰাচীন হিন্দুস্তান (ভাৰত)ৰ পৰা হিন্দু (অৰ্থাৎ আৰ্য)সকলে বিশ্বৰ বাকী অঞ্চলত প্ৰবেশ কৰাটো অত্যন্ত জটিল আৰু পৰোপকাৰ ভাবনামূলক আছিল। সেইটো আছিল প্ৰথম মানৱ সম্প্ৰদায়, যিয়ে কেৱল ভৌতিক প্ৰগতিৰে কৰা নাছিল, বৰঞ্চ এটা এনেকুৱা সামাজিকআৰু ৰাজনৈতিক পদ্ধতিৰ সৃষ্টি কৰিছিল যিয়ে সকলো মানুহৰ বাবে পৃথিৱীক (নিজৰ) ঘৰ বুলি ঘোষণা কৰিছিল— এই ঘৰ এনেকুৱা আছিল, য'ত সামাজিক ক্ষেত্ৰত কোনো মানুহ যিমান ওপৰলৈ উঠি গৈছিল, সিমানেই তেওঁৰ জীৱন মিতব্যয়ী, সংযমী আছিল এইদৰে সামাজিক বিকল্পৰ ব্ৰাহ্মণ পদবী (স্তৰ)ত উপনীত হোৱা ব্যক্তিসকলৰ কৰ্তব্য আছিল যাতে তেওঁলোকে নিজৰ ওচৰত স্থাৱৰ অস্থাৱৰ সম্পত্তিৰ এডাল কুটাও নাৰাখে আৰু সেৱা নিবৃত্তিৰ আয়ুস লাভ কৰিলে, যাতে সকলোৱে সাংসাৰিক, কাম-বন পৰিত্যাগ কৰে। যিয়ে নিজক ব্ৰাহ্মণ স্তৰলৈ নিবলৈ অসমৰ্থ হৈছিল, আৰু নিজকে ক্ষত্ৰিয় স্তৰত ৰখাতেই সন্তুষ্ট আছিল, তেওঁলোকৰ ভিতৰতো মানৱ সম্প্ৰদায়ৰ পৰম সেৱাৰ উদ্দেশ্য তেওঁলোকেও শৌৰ্য, সাহস আৰু নেতৃত্বৰ উচ্চতম স্তৰ নিৰ্মাণ কৰাটো আমি অনিবাৰ্য আছিল।

পৰৱৰ্তী শাসনে কিদৰে পদদলিত বিশ্বৰ ওপৰত ভ্ৰান্ত ধাৰণা জাপি দিয়ে, এই তথ্য পাশ্চাত্য পাঠ্য-পুস্তকবোৰৰ সন্দৰ্ভত ভালদৰে দেখুৱাব পাৰি। উক্ত পুস্তকবোৰ কুৰি শতিকাৰ বুদ্ধিজীৱিসকলৰ কাণত ভৰাই দিবলৈ চেষ্টা কৰিছে যে খৃষ্টান মতৰ অভ্যুদয়ৰ পূৰ্বে মানুহ আদিম স্তৰত আছিল আৰু পাশ্চাত্য গৱেষক, ভূগোলবিদ্ আৰু বৈজ্ঞানিকসকলেহে পোন প্ৰথমে পৃথিৱী গোলাকাৰ আছিল, তাৰ বিষুবৎ 'ঘেৰা' (ব্যায়াম) প্ৰায় ২৫০০০ মাইল বুলি গৱেষণা কৰি উলিয়াইছে। তেওঁলোকৰ প্ৰৱৰ্তকসকলেহে সৰ্বপ্ৰথমে অজ্ঞাত আমেৰিকা উপদ্বীপ বিচাৰি উলিয়াইছিল আৰু তেওঁলোকৰ পণ্ডিতসকলেই ঔষধ, জ্যামিতি আদিৰ বিকাশ সাধন কৰিছিল।

এই ভিত্তিহীন দাবীবোৰ মুহূৰ্ততে এইটো স্পষ্ট কৰি নিৰস্ত্ৰ কৰিব পাৰি যে

ভাৰতীয় খগোল শাস্ত্র, যি অবিস্মৰণীয় প্ৰাচীনতাৰ শাস্ত্ৰ, কিয়নো লাগে আমি যিমানে প্ৰাচীন যুগৰ বিৱৰণ নলও কিয়, আমি তাতো এইটো বিদ্যামান দেখিবলৈ পাও, প্ৰকৃতভাৱে সত্য ৰূপত গ্ৰহণ আৰু ব্ৰহ্মাণ্ডীয় ঘটনাবোৰৰ ভৱিষ্যৎ বাণী কৰি আহিছে। প্ৰাচীন হিন্দুৱে পৃথিৱী আৰু অন্যান্য গ্ৰহ গোলাকাৰ পৃথিৱীৰ বিষুবৎ ব্যাস প্ৰায় ২৫০০০ হাজাৰ মাইলৰ ইত্যাদি কথাবোৰ নজনাকৈয়ে ব্ৰহ্মাণ্ডীয় গণিতত ইমান দক্ষতা লাভ কৰিছিল নে? (প্ৰকৃত) তথ্য হৈছে, আমাৰ আজিৰ এই অন্তৰিক্ষ-যানযুক্ত "পিৰিটোৰ সকলোতকৈ" বেছি বুদ্ধিমান মানুহ জনতকৈও খগোল শাস্ত্রীয় জ্ঞানৰ ক্ষেত্ৰত তেওঁলোকৰ পূৰ্ণতা বেছি আছিল। এই কথা তেওঁলোকৰ অত্যাধিক বৈজ্ঞানিক শব্দৰাজিৰ পৰিলক্ষিত হয়। যেনে সৌৰ-পদ্ধতিত সকলোতকৈ ডাঙৰ গ্ৰহ বৃহস্পতিৰ নাম গুৰু অৰ্থাৎ মহান নাইবা ডাঙৰ, মঙ্গলৰ বাবে কুজ শব্দ প্ৰয়োগ কৰা হৈছে। ই মঙ্গল গ্ৰহ নে পৃথিৱীৰ পৰা পৃথক হৈ গৈছিল তাৰে পৰিচায়ক ইত্যাদি। যদি প্ৰাচীন হিন্দুসকলে পৃথিৱীৰ ব্যাস আৰু তাৰ মুঠ ভ্ৰমণ (নিজা) প্ৰসাৰৰ কথা জানিছিল, তেন্তে এইটো কোৱা উচিত যে যি পৰ্যন্ত ১৫শ শতাব্দীত কলম্বাছে আমেৰিকাক বিচাৰি উলিওৱা নাছিল সেইপৰ্যন্ত সেইবোৰৰ বিষয়ে কোনেও নেজানিছিল? এই তথ্যৰ দ্বাৰা কিবা ঐতিহাসিক যুক্তিৰ অনুসৰণ কৰা সামৰ্থ সৃষ্টি কৰাৰ বাবে আৰু জ্ঞাত তথ্যবোৰৰ দ্বাৰা পৰিণতিত উপস্থিত হোৱাৰ গুৰুত্ব প্ৰত্যক্ষ হৈ পৰে।

খগোল-শাস্ত্ৰৰ দৰেই প্ৰাচীন হিন্দুসকলৰ বিষয়ে এইটোও জনা যায় যে তেওঁলোকে সুদূৰ অতীত কালৰ পৰাই নিজৰ শিল্প বস্তু, এই সামান্য বিষয়ান্তৰৰ পিছত আমি আমাৰ ঘাই বিষয়ৰ প্ৰতি আকৌ মনোযোগ দিও আহক। এক প্ৰাচীন বিশ্ব হিন্দু সাম্ৰাজ্যৰ আধাৰ সামগ্ৰী সংগ্ৰহ কৰা বিষয়ত কোনো প্ৰকাৰৰ সংকোচ কৰাৰ আৱশ্যকতা নাই। প্ৰাচীন হিন্দু শাসক, প্ৰশাসক, শিক্ষক অৰু সমাজ শাস্ত্ৰীসকলৰ বিশ্ব ব্যাপী মন্ত্ৰমুগ্ধকাৰী প্ৰভাৱ কোনো প্ৰকাৰৰ লাজুজ্জকৰ নাছিল। যেতিয়া মানুহে আদিম স্তৰৰ জটিল নিদেৰ্শন আৰু নেতৃত্বৰ 'হাই' লৈ আছিল, তেতিয়া তেওঁলোক বিশ্বত বিয়পি পৰিছিল। ঠিক ভাৱে বুজি লোৱাৰ এইটো প্ৰথম কথা। দ্বিতীয়তে বুজিবলগীয়া কথা হৈছে, মানুহক বলপূৰ্বক খৃষ্ট নাইবা মহম্মদক গ্ৰহণ কৰা খৃষ্টান আৰু মুছলিম সকলতকৈ সকলো প্ৰকাৰে পৃথক হিন্দুসকলে মাত্ৰ এনেকুৱা নিয়ম আৰু সিদ্ধান্তবোৰহে প্ৰয়োগ কৰিছিল নিজৰ পিতৃ-মাতৃয়ে নিজৰ সন্তানৰ ওপৰত প্ৰয়োগ কৰে। যেনে— ৰাতি সোনকালে শোৱা আৰু পুৱা সোনকালে উঠা, সঁচা কোৱা, কঠিন পৰিশ্ৰম কৰা পৰোপকাৰ কৰা, বিয়াত সততা একনিষ্ঠতা, মানৱ সৌহাৰ্দৰ ভাব আৰু সকলো প্ৰকাৰৰ জীৱনৰ প্ৰতি সন্মান দেখুওৱা। এইদৰে হিন্দু প্ৰশাসন প্ৰত্যেক প্ৰকাৰৰ আগ্ৰহ, মত মতান্তৰ, উগ্ৰবাদ আৰু শোষণৰ পৰা সকলো প্ৰকাৰে মুক্ত আছিল। কিবা তাড়না মাত্ৰ শুধৰণিৰ দৃষ্টিৰেহে আছিল, যিদৰে মাতৃয়ে শুধৰোৱাৰ ভাবেৰে আৰু মৰমতে

নিজৰ সন্তানৰ লগত ব্যৱহাৰ কৰে। এই তথ্যৰ এটা বিশেষ প্ৰমাণ হৈছে ভাৰতীয় শাসক, প্ৰশাসক আৰু শিক্ষক সকল য'লৈকেই গৈছিল, তেওঁলোকে তাতে বাস কৰিছিল, মানুহৰ লগত মিলি গৈছিল। হিন্দুসকলে সেই স্থানীয় লোকসকলক নাইবা নিন্দাৰ পাত্ৰ বুলি ভবা নাছিল। তেওঁলোকৰ এই আচৰণ সেই আৰব, তুৰ্ক, পাৰ্ছী আৰু অন্যান্য মুছলিম সম্প্ৰদায়তকৈ একেবাৰে বেলেগে আছিল, যিসকলে বিগত হাজাৰ বছৰত ভাৰতত আক্ৰমণ কৰিছিল আৰু নিজৰ মত-মতান্তৰ সিদ্ধান্তসমূহ বিজিত লোকসকলৰ ওপৰত জাপি দিছিল।

বিস্মৃত ইতিহাসৰ বিষয়ে মানুহৰ জ্ঞানক আগবঢ়াবলৈ গুৰুত্বপূৰ্ণ ঐতিহাসিক সূত্ৰসমূহৰ সদব্যৱহাৰ কৰাৰ ক্ষেত্ৰ শৈক্ষিক আৱশ্যকতাৰ দিগদৰ্শন কৰা আৰু এইটো স্পষ্ট কৰাৰ পিছত যে প্ৰাচীন হিন্দুসকলৰ বিশ্ব সাম্ৰাজ্যৰ স্মৃতিবোৰ পুনৰ সজাগ কৰাটো কোনো লাজৰ কথা নহৈ সমগ্ৰ মানুহ জাতিৰ বাবে গৌৰৱৰ কথা, এতিয়া আমি মানদণ্ডৰ সেই সূত্ৰবোৰৰ বিষয়ে আলোচনা কৰিম যিবোৰে এই সাম্ৰাজ্যৰ অস্তিত্ব প্ৰমাণিত কৰে।

আমি এটা এটাকৈ, কিদৰে আমাৰ দ্বাৰা সমীক্ষিত উপৰি উক্ত সাতোটা মানদণ্ডৰ প্ৰত্যেকটোৱেই প্ৰাচীন হিন্দুসকলৰ বিস্মৃত হিন্দু সাম্ৰাজ্যৰ অস্তিত্ব প্ৰমাণ কৰে, তাক স্পষ্ট কৰিম।

প্ৰাচীন হিন্দুসকলে যি ভাষা প্ৰয়োগ কৰিছিল, সি আছিল সংস্কৃত। সংস্কৃত ভাষাত লিখা বেদৰ দ্বাৰাই সেইটো পৰিলক্ষিত হয় আৰু সাধাৰণতে স্বীকাৰ কৰা হয় যে বেদেই মানুহে ৰচনা কৰা প্ৰাচীনতম সাহিত্য, যি আজিও বিদ্যমান। গতিকে যদি অন্য ভাষাবোৰ সংস্কৃতৰ লগত মিলে তেন্তে সেইবোৰ স্পষ্টৰূপে সংস্কৃতৰ পৰাই ব্যুৎপন্ন, সমান নহয়। সকলো তথাকথিত ভাবো নাই। আৰ্য ভাষা সংস্কৃতৰ ব্যুৎপত্তিৰ বাহিৰে আন একো নহয়। যিহেতুকে সংস্কৃতভাষী হিন্দুসকলে সংস্কৃত ভাষাৰ প্ৰচাৰ-প্ৰসাৰ কৰিছিল আৰু সকলো মানুহক সংস্কৃত ভাষাৰ মাধ্যমতে শিক্ষিত কৰিছিল। "ট্ৰিগনমিত্ৰি" শব্দ সম্পৰ্কে এই কথা আগতেই আঙুলীয়াই দেখুওৱা হৈছে যে এইবোৰ সংস্কৃত শব্দৰ নাম আজিও কেনেকৈ প্ৰচলিত হৈ আছে। প্ৰকৃত কথা হৈছে প্ৰাচীন হিন্দু সাম্ৰাজ্যৰ অস্তিত্ব বোধ কৰোৱা স্পষ্টীকৰণ শিক্ষাৰ দৃষ্টিৰেও অত্যন্ত মহত্বপূৰ্ণ। কিয়নো এনেকুৱা ধৰণৰ সাম্ৰাজ্যৰ অস্তিত্ব মাত্ৰইহে পৰ্যাপ্ত সহজ ৰূপত স্পষ্টীকৰণ দাঙি ধৰিব পাৰে যে আজিও গ্ৰীক, লেটিন, ইটালীয়, জাৰ্মান, ফ্ৰান্স, পশতো, তুৰ্কী আৰু সুদূৰ পূৰ্বৰ অন্যান্য অধিকাংশ ভাষাত সংস্কৃত ভাষাৰ আজিও অংশ কিয় বিদ্যমান?

প্ৰসঙ্গক্ৰমে এইটোও কোৱা উচিত হয় যে তাৰো আৰ্য (ইণ্ডো পাৰ্যান) নাম ভ্ৰান্ত। কিয়নো, ভাৰতীয় আৰু আৰ্য (একে) পৰ্যায়বাচী। আৰ্য ধৰ্মতো হিন্দুসকলৰ জীৱন পদ্ধতি আছিল। গতিকে যি আৰ্যান সি ভাৰতীয়। সেয়ে ইণ্ডোআৰ্যান শব্দ একে

বিচাৰেৰে প্ৰতিলিপি। তেতিয়া এইটোও স্পষ্ট হ'ব লাগে যে কিদৰে ইণ্ডো আৰ্য়ান শব্দ গুচ্ছই ৰূপতো মধ্য আৰু সুদূৰ পূৰ্বৰে ভাষাসমূহৰ লগতে সকলো ইউৰোপীয় ভাষাবোৰ ভাৰতীয়মূলক প্ৰাধান্য দিয়ে।

আমি দ্বিতীয় মানদণ্ড ধৰ্মৰ উল্লেখ কৰিছিলোঁ। ভাৰতীয় ধৰ্ম অৰ্থাৎ ভাৰতীয় জীৱন পদ্ধতি প্ৰাচীন বিশ্বৰ বিশাল ভূ-ভাগত প্ৰসাৰ হৈছিল। হিন্দু দেৱতা শিৱৰ পূজা সুদূৰ পূৰ্বৰ জাপানৰ পৰা আৰম্ভ কৰি সুদূৰ পশ্চিমত আমেৰিকা মহাদ্বীপ পৰ্যন্ত প্ৰাচীন বিশ্বৰ প্ৰায় সকলো ভাগত হৈছিল। সূৰ্য আৰু গোমাতা, সৰ্প আৰু গ্ৰহসকলৰ পূজাও বিশ্বৰ অধিকাংশ ভাগত হিন্দুসকলৰ দৰেই। 'আৰ্য' শব্দটো হৈছে হিন্দু অৰ্থাৎ প্ৰাচীন ভাৰতীয় জীৱন পদ্ধতিৰ পৰিচায়ক। যিহেতুকে আৰ্য জীৱন পদ্ধতি প্ৰাচীন বিশ্বৰ এটা ডাঙৰ অঞ্চলত বিয়পি পৰিছিল, এইবাবেই আমি এতিয়াও দেখিবলৈ পাও যে সকলো ইউৰোপীয় ইৰাণী, তুৰ্কী আৰু অন্যান্য বহুতো ৰাষ্ট্ৰই আজিও সগৌৰৱে নিজক আৰ্য বুলি কয়। সেইবোৰৰ ভিতৰত কিছুসংখ্যক ৰাষ্ট্ৰই আজিও আৰ্য কিবা ধাৰণ কৰি আছে। যেনে— জাৰ্মানসকলে স্বস্তিক আৰু ইহুদীসকলে চলমনৰ তাৰক অৰ্থাৎ ষটকোনী শক্তি চক্ৰ শিৰত ধাৰণ কৰি আছে।

তৃতীয় মানদণ্ড আমি পৌৰাণিকতা, ৰীতি-নীতি নাম আৰু নিকতা,, ৰীতি-নীতি নাম আৰু দেৱ-দেৱী বুলি কৈছিলো। প্ৰাচীন বিশ্বই এইবোৰ ভাৰতৰ পৰা পোৱা বুলি দেখুৱাব পাৰি। এইটো আগতেই কৈ অহা হৈছে যে কিদৰে সমগ্ৰ বিশ্বত হিন্দু দেৱতা শিৱৰ পূজা হৈছিল। তেওঁৰ পূজা সেইবোৰ ঠাইতো হৈছিল— যিবোৰক আজি খৃষ্টান মত আৰু ইছলামৰ মুখ্যালয় বুলি গণ্য কৰা হয়। অৰ্থাৎ ইটালীৰ ভেটিকানত আৰু মক্কাত। খৃষ্টান পাদ্ৰী পোপ হিন্দু পুৰোহিত আছিল। তেওঁ ভেটিকান হৈছে, সংস্কৃত শব্দ বাটিকা অৰ্থাৎ বন্য কুটীৰ। ভেটিকান পৰিশৰ (কাঙ্গন) প্ৰাচীৰ আৰু কোঠালিত গাথি থোৱা (গঢ় মৃত্যু) বহুতো শিৱলিঙ্গৰ আছে। এনে কুৱা বহুতো শিৱলিঙ্গ প্ৰতিৰূপ ইটালীত খান্দি উলিওৱা হৈছে। ভেটিকানত পোৱা বহুত শিৱলিঙ্গৰ ভিতৰৰ এটা ভেটিকানস্থিত এটকম্বল সংগ্ৰহালয়ত সংৰক্ষিত কৰি ৰখা হৈছে। মনুষ্য আৰু পশু-পক্ষীসকলক সংম্মোহিত কৰা বংশীবাদক হিন্দু কৃষ্ণৰ মনোহৰ কথা স্কেন্দোনেৱিয়ান আৰু ইটালীয়ান পৰম্পৰাৰ এতিয়াও গুৰুত্বপূৰ্ণ অংশ। অমুন্দসেন আৰু 'সোৰেণসেন' আদি স্কেন্দো নেৱিয়ান শব্দত সেন অত্যশব্দ ভদ্ৰসেন আৰু উগ্ৰসেনৰ দৰে অন্ত্য শব্দাংশ। ইংৰাজী শব্দবোৰৰ স্পষ্টীকৰণ ইংৰাজীশব্দ কোষ অনুসাৰে এক দুৰ্গযুক্ত স্থানৰ অৰ্থ বুজোৱা দুৰ্গৰ পৰা ব্যুৎপন্ন বুলি কোৱা হৈছে। ই হৈছে স্পষ্টভাৱে সংস্কৃত দুৰ্গ শব্দ। ব্ৰিটিছ লোকৰ অজ্ঞাত এই শব্দৰ পৰা ব্যুৎপন্ন অন্য এটা সংস্কৃত শব্দ হৈছে পুৰা যি এক উপ নগৰ বা গাঁৱৰ দ্যোতক। ইংৰাজসকলে পুৰক 'পোৰ' বুলি উচ্চাৰণ কৰে। যেনে— সিংহপুৰক সিংহাপোৰ। তদুপৰি 'প' প্ৰায়ে 'ৰ'লৈ সলনি হয়। এইদৰে সংস্কৃত 'পুৰ' ইংৰাজীত বোৰো হৈছেগৈ। অন্য

দেশৰ লগত সম্বন্ধৰ ক্ষেত্ৰত ভাৰত আৰু স্কোন্দেনেৰিয়াত পৌৰাণিকতাৰ মাজত বহুত সমানত আছে। স্লাৱসকলে (অৰ্থাৎ চেকোস্লাৱ আদি) প্ৰাচীন যুগত হিন্দু দেৱতা ইন্দু দেৱতা ইন্দ্ৰ যম উপনাম মোক্ষ (মৃত্যু দেৱতা) বৰুণ (জল দেৱতা) আৰু হৰি দাশ্চ উপনাম হোৰ্দেশ (অৰ্থাৎ সূৰ্য) আৰু বহুতো অন্যান্য দেৱতাৰ পূজা-অৰ্চনা কৰিছিল বুলি ভালদৰে জনা যায়।

সাইবেৰিয়াত কাৰেবাৰ অসুখ হ'লে স্থানীয় লোকসকলে এই যুগতো দীৰ্ঘায়ু দাতা আয়ুৰ পূজা কৰে। এইটো এটা প্ৰাচীন হিন্দু ৰীতি। এই কথাৰ উল্লেখ দক্ষিণ ভাৰতৰ আয়াৰ ব্ৰাহ্মণ শ্ৰেণীৰ বিষয়ে ডমা সীতাচামে লিখা প্ৰৱন্ধতো কৰা হৈছে। এই প্ৰৱন্ধটো (বোম্বাইৰ পৰা প্ৰকাশিত) "দি ইলাষ্ট্ৰেটেড্" ৱিক্লী অব ইণ্ডিয়াৰ ১৯৭২ চনৰ ২৩ জুনত সংখ্যাত প্ৰকাশ হৈছিল। উক্ত সংখ্যাৰ ৮ পৃষ্ঠাত দিয়া এখন চিত্ৰৰ শিৰোনামা দিয়া হৈছে "আয়ুষ্য হোমম্" বুলি। পিতৃ-মাতৃৰ এইটো প্ৰথা যে তেওঁলোকে নিজৰ সন্তানৰ জন্ম দিনত হোম কৰে। ই বায়ুদেৱতা অৰ্থাৎ মানুহৰ জীৱন কালৰ অধিষ্ঠাতা দেৱতা আৰু মৃত্যুঞ্জয় (মৃত্যুক পৰাস্ত কৰা শিৱ)ক আৰাধনা কৰা হয়। জাপানীসকলেও তেওঁলোকৰ 'শিন্টো' দেৱালয় সমূহত হিন্দু দেৱতাৰ আৰাধনা কৰে। প্ৰকৃত কথা হৈছে, 'শিণ্টো' শব্দটো সিন্ধু ধৰ্ম অৰ্থাৎ হিন্দু ধৰ্মৰ সিন্ধু অৰ্থাৎ হিন্দু শব্দৰ অপভ্ৰংশ ৰূপ। এই তথ্যৰ উল্লেখ আমাৰ ইতিহাস গ্ৰন্থ সমূহতো পোৱা যায় যে আফগানিস্তানৰ পৰা কোৰিয়া বিস্তৃত অঞ্চলে হিন্দু ধৰ্মৰ অনুসৰণ কৰিছিল। অকল এয়েই নহয়, আমেৰিকাৰ ময় আৰু ইন্‌কা সভ্যতাও প্ৰাচীন হিন্দু সভ্যতাই আছিল। সমগ্ৰ বিশ্বত ব্যস্ত বৌদ্ধ মতো পৰৱৰ্তী হিন্দুমত যিয়ে নিজে সেইবোৰ অঞ্চলত পূৰ্বকালীন পুৰাতনবাদী হিন্দু ধৰ্মৰ অস্তিত্ব প্ৰমাণ কৰে। য়ুৰোপত এতিয়াও প্ৰয়োগ কৰা হয়। এক বিলুপ্ত বিশ্বৰ সাম্ৰাজ্যৰ অস্তিত্ব পুনৰ বিচাৰি উলিয়াবলৈ আমি চতুৰ্থ মানদণ্ড ৰূপে মাপ-জোখৰ ব্যাপক প্ৰচলনৰ কথা উল্লেখ কৰিছিলো। কবিৰ পৰা দৰ্জি পৰ্যন্ত ব্যক্তিসকলৰ দ্বাৰা 'মিটাৰ'ৰ ব্যৱহাৰ হিন্দু শব্দ মাত্ৰকেই ব্যৱহাৰৰ ই হিন্দু ঔষধ, কবিতা আৰু অন্যান্য বস্তুৰ পৰিমাণ প্ৰস্তুত কৰোতে কামত লাগে। ১২ ইঞ্চি আৰু পদ্যৰ পংক্তি বিভাগ বুজোৱা ইংৰাজী 'ফুট' সংস্কৃতৰ 'চৰণ' শব্দৰ যথাৰ্থ ৰূপান্তৰ— যাৰ নিজা অৰ্থ ফুট।

পঞ্চম মানদণ্ড হৈছে সময়ৰ জোখ। যিদৰে এই গ্ৰন্থৰ অন্যত্ৰ স্পষ্ট কৰা হৈছে ক্ষণৰ পৰা আৰম্ভ কৰি মিনিট, দিন, মাহ আৰু বছৰ পৰ্যন্ত সকলো হিন্দু পৰিমাপকে সমগ্ৰ বিশ্বই প্ৰাচীন বিশ্বত শাসন নকৰিলেহেঁতেন আৰু তাক শিক্ষিত নকৰিলেহেঁতেন, এইবোৰ সম্ভৱ নহ'লহেঁতেন।

এক বিস্মৃত সাম্ৰাজ্যৰ অস্তিত্ব পুনৰ জোৰা লগোৱা ষষ্ঠ মানদণ্ড হৈছে, শিক্ষা নিয়ন্ত্ৰণ। ভাৰতীয়সকলেই যে প্ৰাচীন বিশ্বক শিক্ষিত কৰিছিল সেইটো স্বীকাৰ কৰি কোৱা হৈছে। সাধাৰণতে এইটো কল্পনা কৰা হয় যে ভাৰতীয়সকলে আৰবসকলক

শিক্ষিত কৰিছিল আৰু পিছত এই আৰৱসকলেই সমগ্ৰ ইউৰোপক শিক্ষিত কৰিছিল। এই ধাৰণাত কিঞ্চিৎ পৰিমাৰ্জণৰ আৱশ্যক। যিহেতুকে ইউৰোপ আৰু আমেৰিকাৰ ফালে যোৱা ভাৰতীয় শিক্ষক আৰু প্ৰশাসকসকলৰ পদত সাইবেৰিয়াৰ এটা বিশ্ৰাম স্থল আছিল। গতিকে আৰবসকলেই পাশ্চাত্য বিশ্বত শিক্ষিত কৰিছিল বুলি এটা ভ্ৰান্ত কল্পনা কৰা হৈছে। লগতে যিহেতুকে প্ৰাচীন হিন্দুসকলে সমগ্ৰ মানৱ জাতিক ভ্ৰাতৃত্বৰ দৃষ্টিৰে চাইছিল, গতিকে এই কথাৰ দ্বাৰা বিশেষ কোনো পাৰ্থক্য আহি পৰা নাছিল যে ইউৰোপ নাইবা উভয় আমেৰিকালৈ যোৱা শিক্ষক ভাৰতৰ নিবাসী আছিল নাইবা আৰব বা অন্য কোনোবা দেশক এই কথাৰ এই বাবেও কোনো গুৰুত্ব নাছিল, কিয়নো, তেওঁলোক আটায়ে হিন্দু ধৰ্ম অনুসাৰেই জীৱন-যাপন কৰিছিল আৰু বিজ্ঞান, কলা আৰু ধৰ্মীয় কাৰ্যত (একে) সমান জ্ঞান আয়ত্ব কৰিছিল। হিন্দু শাসনৰ অন্তৰ্গত কোনো ৰাষ্ট্ৰীয় বা ৰাজনৈতিক ব্যৱধান নাছিল। কোনো মানুহক এঠাইৰ পৰা আনঠাইলৈ পাৰ-পত্ৰ অথবা প্ৰৱেশ-পত্ৰৰ অৱশ্যে কৰা নাছিল। কিয়নো প্ৰাচীন হিন্দু বিশ্বৰ প্ৰতি উদাৰ মনা দৃষ্টিকোণৰ পৃথিৱীৰ অঞ্চলবোৰ আৰু অঞ্চলবোৰৰ নিবাসীসকলযৰ পুৰুষ আৰু মহিলাৰ মাজত কোনো প্ৰকাৰৰ ভেদভাব তথা কথাটোকো নিন্দা কৰিছিল। সমগ্ৰ বিশ্বত গ্ৰহণ কৰা সকলো পাঠ বিজ্ঞান আৰু কলা হিন্দুসকলৰে আছিল — এই কথা ট্ৰিগনমেট্ৰী শব্দৰ উদাহৰণৰ দ্বাৰা ওপৰত দেখুৱাই অহা হৈছে। এইটোও মনত ৰাখিব পাৰি যে আৰবসকলে যাক ইউনানী ঔষধ বুলি কয়, যি হিন্দু আয়ুৰ্বেদৰ বাহিৰে আন একো নহয়। প্ৰকৃত কথা হৈছে। এই বিজ্ঞানীৰ ইউনানী নামটোৱে এই তথ্যৰে পৰিচায়ক যে ভাৰতৰ ঔষধ বিশেষজ্ঞসকলে আৰবদেশলৈ যাওতে সেই পথেৰে গৈছিল, যাক আমি আজি ইউনান বুলি কও। এই কথাই আমাৰ উপৰি উক্ত সেই উক্তি সমৰ্থন কৰে যে আৰববাসীসকলেহে ইউৰোপত জ্ঞান প্ৰচাৰ-প্ৰসাৰ কৰিছিল বোলা কথাটো সঁচা নহয়।

# আৰব ইৰাক ইৰান এসময়ত হিন্দু দেশ আছিল

বাৰশ বছৰীয়া বিদেশী শাসনৰ কালছোৱাত ভাৰতীয় ইতিহাসক কেৱল বিকৃত কৰাই নহয় তাক পঙ্গুও কৰি দিয়া হ'ল। ভাৰতৰ সাংস্কৃতিক, ধাৰ্মীক আৰু সৈনিক দ্বিগ্বিজয়সমূহৰ বহুতো গুৰুত্বপূৰ্ণ অধ্যায় সম্পূৰ্ণৰূপে বিলুপ্ত আৰু বিস্মৃত হৈ গৈছে।

(প্ৰাচীন ইতিহাস-গ্ৰন্থ)

ভাৰতীয় পুৰাণসমূহক 'দিগ্‌বিজয়'ৰ সন্দৰ্ভত পৱিত্ৰ কল্পনা বুলি কৈ উপেক্ষা কৰাটো উচিত নহয়, সেইবোৰ সত্য। কিয়নো, এতিয়া কিন্তু সাক্ষ্য লোৱা গৈছে যে সমগ্ৰ পশ্চিম এছিয়াৰ লগতে আৰব, ইৰাক আৰু ইৰানো সময়ত হিন্দু ধৰ্মৰ অনুগামী আছিল আৰু তাত বেদ পাঠ কৰা হৈছিল।

## আৰবী গ্ৰন্থত বেদৰ প্ৰশংসা

প্ৰাচীন আৰবীয় গ্ৰন্থ সেঅৰুল-ওবুলৰ ২৫৭ পৃষ্ঠাত আন এটা গুৰুত্বপূৰ্ণ কবিতা আছে। তাৰ ৰচয়িতা হৈছে, লবী বিন এ অখতৰ বিন-এতুৰফা। তেওঁৰ পয়গম্বৰ মহম্মদৰ ২৩০০ বছৰ আগতে জন্ম হৈছিল। ইমান বছৰ আগতে অৰ্থাৎ খৃঃ পূঃ ১৮০০ বছৰ আগতেও লবীয়ে বেদৰ অনন্য, কাব্যময় প্ৰশংসা কৰিছে তথা প্ৰত্যেক বেদৰ পৃথক পৃথকভাৱে নামো উল্লেখ কৰিছে।

বেদৰ প্ৰশংসাত ৰচনা কৰা তেওঁৰ আৰবী কবিতা তলৰ দৰে—

'অয়া মুবাৰেকল অৰজ য়ুশৈয়ে নোহা মিনাৰ হিন্দে।
ৱ অৰাদকল্লাহ মঞয়ো নজ্জেল জিকৰতুন।।১।।
ৱহলতজল্লীয়তুন ঐনানে সহবী অৰৱে য়তুন জিকৰা।
ৱথাজেহী য়োনজ্জেলুৰামূল মিনল হিস্তুন।।২।।
য়কুলূনল্লাহঃয়া অহলল অৰজ আলমীন কুল্লহুম।
ফত্তেবেউ জিকৰতুল ৱেদ হক্কুন মালম য়োনজ্জেলতুন।।৩।।

ৱহোৱা আলমুস্‌সাম ৱল য়জুৰমিনল্লাহে তলজীলন।
ফএ নোমায়া অৰৱীয়ো মুত্তৱেঅন য়োৱসৌবীয়োন জাতুন।।৪।।
ৱইসৰ্ণেন হুমাৰিক অতৰ নয়সেহীন কা-অ-খুৱাতুন।
ৰ অসনাত অলাউঢ়ন ৱ হোৱা মশ-এ-ৰতুন।।৫।।

সেই পৃষ্ঠাৰ সাৰাংশ নতুন দিল্লীত ৰিৰিং ৰোডস্থ লক্ষ্মীনাৰায়ণ মন্দিৰ (যাক প্ৰায়ে 'বিড়লা মন্দিৰ' বুলি কোৱা হয়)ৰ ৱাটিকাত যজ্ঞশালাৰ ৰঙা শিলৰ স্তম্ভত ক'লা চিয়াহীৰে দিয়া হৈছে, ইচ্ছুক মহানুভৱসকলে গৈ চাব পাৰে।

## জ্ঞানালোকৰ চাৰিটা স্তম্ভ

ওনবৰ কৱিতাৰ অৰ্থ তলত দিয়াৰ দৰে—

১। হে ভাৰতৰ পূণ্যভূমি! তুমি ধন্য। কিয়নো, ঈশ্বৰে তেওঁৰ জ্ঞানৰ কাৰণে তোমাক বাছনি কৰিছে।

২) সেই ঈশ্বৰৰ জ্ঞানালোক, যি চাৰিটা আলোক-স্তম্ভৰ দৰে সমগ্ৰ জগতক আলোকিত কৰে, যি ভাৰতবৰ্ষত ঋষিসকলৰ দ্বাৰা চাৰিটাৰূপত প্ৰকাশ হ'ল।

৩) আৰু পৰমাত্মাই সমগ্ৰ বিশ্বৰ মানুহক আদেশ দিয়ে যে বেদ, যি মোৰ জ্ঞান, সেইমতে আচৰণ কৰোঁ।

৪) সেই জ্ঞানৰ ভাণ্ডাৰ হৈছে সাম আৰু যজুঁৰ, যাক ঈশ্বৰে প্ৰদান কৰিছে। গতিকে হে মোৰ ভাইসকল (তাক) পালন কৰা। কিয়নো, এইবোৰে আমাৰ মোক্ষ মাৰ্গৰ কথা কয়।

৫) আৰু দুখন তাৰ ভিতৰত ৰিক্ আৰু অতৰ (ঋগ্‌বেদ আৰু অৰ্ব্ববেদ) যিয়ে আমাৰ ভ্ৰাতৃত্বৰ শিক্ষা দিয়ে আৰু যিয়ে এইবোৰৰ শৰণ লয়, যি কেতিয়াও অন্ধকাৰ লাভ নকৰে।

ওপৰত উল্লেখ কৰা আৰবী কৱিতা ইছ্‌লাম-পূৰ্ব সময়ৰ আৰবৰ সৰ্বোৎকৃষ্ট পুৰস্কাৰ প্ৰাপ্ত আৰু মূল্যৱান আছিল তথা কাবা-দেৱালয়ৰ ভিতৰত সোণালী আখৰৰ উৎকৰ্ষ কৰি ওলোমাই থোৱা হৈছিল। সেই দেৱালয়ৰ চাৰিওফালে বৰ্তমান বিখণ্ডিত নমাৰক মন্দিৰ আছিল, য'ত ৩৭০ টা হিন্দু দেৱতাৰ মুৰ্ত্তি আছিল। এই কৱিতাত স্পষ্টৰূপে দেখুওৱা আৰবসকলৰ অন্তৰত ভাৰত আৰু বেদৰ প্ৰতি আৰু তাৰে ফলস্বৰূপে সংস্কৃত ভাষা তথা ভাৰতীয় সংস্কৃতিৰ প্ৰতি অনন্য, অগাধ শ্ৰদ্ধা ইছলাম পূৰ্ব্ব কালত বিদ্যমান আছিল।

লবীয়েও স্পষ্টৰূপে উল্লেখ কৰিছে যে মানৱ সৌহাৰ্দ্য আৰু একাত্ম ভ্ৰাতৃত্বৰ ভাৰতীয় সিদ্ধান্তসমূহত আৰৱ লোকসকলেও ঋগ্‌বেদ আৰু অথৰ্ব্ব বেদৰ পৰা পাইছিল। এগৰাকী সন্মানীয় প্ৰাচীন আৰৱ কৱিৰ উক্তিয়েও প্ৰমাণ কৰে যে ভ্ৰাতৃত্বৰ পোন, প্ৰথম প্ৰচাৰিত কৰা ইছলামৰ ঘোষণা সত্য নহয়।

## বেদানুযায়ী আৰবসকল

প্ৰাচীন আৰববাসীসকলে বৈদিক পৰম্পৰা অনুসৰণ কৰিছিল। এই সম্পৰ্কত অন্য সাক্ষ্যও আছে। যিয়ে তেওঁলোকে যে হিন্দু জীৱন পদ্ধতি অনুসৰণ কৰিছিল সেইটো প্ৰমাণ কৰে।

সমগ্ৰ প্ৰাচীন আৰবত হিন্দু পূজা যে বিদ্যমান আছিল সেইটো সংস্কৃত নাম মখ-মেদিনীৰ দ্বাৰা প্ৰমাণ হয়। আজি যাক মক্কা মেদিনা বুলি কোৱা হয় সেয়েই হৈছে (পূৰ্বৰ) মখ মেদিনী। মখৰ অৰ্থ যজ্ঞাগ্নি, আৰু মেদিনীৰ অৰ্থ হৈছে ভূমি। গতিকে মখ মেদিনী হৈছে যজ্ঞভূমি অৰ্থাৎ অগ্নি পূজাৰ স্থলী আৰু এই বিৱৰণৰ সভ্যতা যে বৈদিক পশুবলি বিধান আছিল, সেইটো জনা যায়। সেইবোৰৰ বিষয়ে সৰ্বপ্ৰথম প্ৰসঙ্গ পয়গম্বৰ মহম্মদৰ জীৱন কাহিনী আৰু স্মৃতিসমূহৰ সৰ্বপ্ৰাচীন সংকলনত পোৱা যায়। এই সংকলন ইৱন ইছাকে প্ৰস্তুত কৰিছিল।

## কাবা দেৱালয় দেৱমূৰ্ত্তি

পয়গম্বৰ মহম্মদ কুৰু বংশৰ লগাত সম্বন্ধিত আছিল, তেওঁ ৩৭০ টা হিন্দু দেৱমূৰ্তি সংগ্ৰহ কৰা কাবা দেৱালয়ৰ বংশানুক্ৰমিক পুৰোহিত আছিল। এন চাইক্লোপেডিয়া ইছলামিয়াত উল্লেখ আছে যে এই মূৰ্তিবোৰৰ ভিতৰত লাট, মনাট, উজ্জা, শনি আৰু চন্দ্ৰৰ মূৰ্তি আছিল। লাট শব্দটো যে পৱিত্ৰ হিন্দু নাম, এগৰাকী প্ৰাচীন খগোল-শাস্ত্ৰীয় মীমাংসা লেখকৰ নাম যে ল্যাট-দেৱ আছিল, এই তথ্যৰ দ্বাৰা প্ৰমাণ কৰিব পাৰি। নৱগ্ৰহ পূজাত যি ভাৰতত আজিও প্ৰচলিত শনি আৰু চন্দ্ৰ অন্তৰ্ভূক্ত। কাবাত ৩৭.০ টা দেৱ মূৰ্তিৰ ভিতৰত শনি আৰু চন্দ্ৰৰ প্ৰসঙ্গই প্ৰমাণ কৰে যে নৱগ্ৰহ পূজা কাবাতো প্ৰচলিত আছিল। ইছলামিয়া আৰু ব্ৰটেনিকা এন চাইক্লোপেডিয়াত 'কাব্য' শব্দৰ মূলোদ্ভৱ সম্পৰ্কে অদ্ভুত অজ্ঞানতা আদৰ্শি লোৱা হৈছে যদিও জন প্ৰচলিত অজ্ঞানী ধাৰণাৰ ফলত কাবা এটা ইছলামীয় দেৱালয় বুলিয়ে গণ্য কৰা হয়। যদি ই মৌলিক ৰূপত ইছলামীয় দেৱালয় হ'লহেঁতেন, তেন্তে ইয়াৰ বুৎপত্তি অৱশ্যেই জনা গ'লহেঁতেন। কিন্তু 'কাৱা' এটা সংস্কৃত শব্দৰ পৰা ব্যুৎপন্ন আৰু আৰবৰ সম্বন্ধ সংস্কৃত জ্ঞানৰ লগত শ শ বছৰ ধৰি বিচ্ছিন্ন হোৱাৰ বাবে তেওঁলোকে কাবাৰ তথ্য নাজানে, সেইটো তেওঁলোকে আনঠাইত বিচাৰি ফুৰে।

সংস্কৃত ভাষাত গৰ্ভ-গৃহৰ অৰ্থ হৈছে একেবাৰে ভিতৰৰ আৰাধনা স্থল য'ত দেৱ-মূৰ্তি স্থাপন কৰা হয়। সংক্ষিপ্ত আৰু সামান্য পৰিবৰ্ত্তন সহকাৰে ভাৰতীয় প্ৰাকৃত ভাষাবোৰত এই শব্দটোৰ দৰ্শন 'গাভা' ৰূপত পোৱা যায়। আৰবত সংক্ষিপ্ত ৰূপত শব্দটো 'কাবা' হৈ পৰিল।

আল্লা আছিল, সেই দেৱ মূৰ্তিবোৰৰ ভিতৰত এটা যাৰ পূজা কাবা মন্দিৰত হৈছিল। সংস্কৃত ভাষাত 'আল্লা'ৰ অৰ্থ হৈছে 'মাতা' নাইবা দেৱী। ভাৰতত এখন অল্লোপনিষদ আছে আৰু সি হৈছে, আল্লোদিস্তোত্ৰ (অৰ্থাৎ দেৱীৰ স্তুতি)

## ইৰাণ আৰু ইৰাকত শাসন

এনেকুৱা ধৰণৰ আৰু বহুত সাক্ষ্য প্ৰমাণ আছে; কিন্তু আহক এতিয়া আমি ইৰাণ আৰু ইৰাকৰ ফালেও মনোযোগ দিও। এই দুয়োটা শব্দই জল বুজোৱা সংস্কৃত 'ইৰ' শব্দৰ পৰা ব্যুৎপন্ন। সংস্কৃত ভাষাত 'ঈৰা-নম' শব্দৰ অৰ্থ হৈছে লৱনযুক্ত, নিৰ্জন শুকান অঞ্চল। গতিকে 'ঈৰাণ' সেই অঞ্চলৰ নাম দিয়া হৈছিল, সংস্কৃতভাষী ভাৰতীয় ক্ষত্ৰিয়সকলে সেই ভূখণ্ড সমূহত যেতিয়া শাসন কৰিছিল, তেতিয়া তেওঁলোকে সেই নাম দিছিল।

ইৰাণৰ দৰেই 'ইৰাক' নামে অভিহিত দেশখনৰ নামো সংস্কৃত 'ইৰ' ধাতুৰ পৰা ব্যুৎপন্ন। 'আলবেৰুণীৰ ভাৰত' গ্ৰন্থত ভূমিকাত ৩১ পৃষ্ঠাত ডঃ এডৱাৰ্ড ডি চাচাউৰে লিখিছে যে ৰলখত বিদ্যমান গাঁও নৌ-বাহৰ হৈছে 'নৱ-বিহাৰ' অৰ্থাৎ 'নৱীন সংস্কৃতিক কেন্দ্ৰ নাইবা আশ্ৰমৰ পৰা ব্যুৎপন্ন। এই কেন্দ্ৰৰ প্ৰাধানাচাৰ্য্য, যি স্পষ্টৰূপে ভাৰতীয় আছিল পৰমক বুলি অভিহিত হৈছিল। তেওঁক মুছলমান হ'বলৈ বাধ্য কৰা হ'ল। সেই পৰিয়ালটোৱে নিজক পৰমক বুলিয়ে কৈ আছিল। সময় হোৱাৰ লগে লগে সেই নামটো বৰমক বুলি অশুদ্ধ ৰূপত উৰ্চ্চাৰিত হ'বলৈ ধৰিলে আৰু আজি ১০ বছৰ আগলৈ এই ভাৰতীয় পৰিয়ালটো বৰমকেই আছিল, যিয়ে ইৰাকত শাসন কৰিছিল।

## উচ্চপদস্থ বিষয়া ভাৰতৰ আছিল

বলখ নামে অভিহিত সেই অঞ্চলৰ নামো ভাৰতীয় মহাকাব্যত উল্লিখিত 'বাহ্লীক' শব্দৰ পৰা ব্যুৎপন্ন। সংস্কৃতৰ 'ৱ'টো প্ৰায়ে 'ব' হৈ পৰে। যেনে— ৱচন-বচন আৰু বাসুদেৱ বাসুদেৱ। গতিকে 'ৱাহলীক'ক বলখ বুলি ক'বলৈ ধৰা হ'ল। এয়ে সেই অঞ্চলত নৱ বিহাৰ অৱস্থিত। চাচাউৰপৰা আমি এই তথ্যও পাওঁ যে পৰমক মুচলমান হৈ যোৱাৰ বহু সময় পাছলৈকে ভাৰতৰ লগত নিজৰ সম্পৰ্ক ৰক্ষা কৰি আছিল। বৰমক শাসকসকলে নিজৰ মানুহবোৰক প্ৰশিক্ষণৰ বাবে ভাৰতলৈ পঠাই আছিল। তাৰ শাসকসকলে পাঠশালা, কাৰ্য্যালয় চিকিৎসালয়, খেতি তথা অন্যান্য প্ৰতিষ্ঠান চলাবলৈ সকলো উচ্চ পদস্থ বিষয়া ভাৰতৰ পৰা নিছিল।

## বাগদাদত অগ্নিমন্দিৰ

ইৰাকৰ এটা অঞ্চল কুৰ্দি-স্থানত কুদসকলে বসতি কৰে। তেওঁলোকেও নিজৰ অনেক হিন্দু ৰীতি-নীতি আৰু নাম ধাৰণ কৰি আছে। তেওঁলোকৰ ভাষাতো বহুত সংস্কৃত শব্দ আছে। ইৰাকৰ ৰাজধানী বাগদাদ (বগদাদ)ত এতিয়া এটা প্ৰাচীন অগ্নি মন্দিৰ আছে। সেই ভৱনতো তুলনাত্মক ৰূপত আধুনিক কালৰ হ'ব পাৰে; কিন্তু স্থান অৱশ্যেই ইছলাম পূৰ্ব স্মৰণাতীত যুগৰ। যিদৰে সোমনাথ মন্দিৰ বাৰে বাৰে বিধ্বস্ত

কৰা হয়, বাৰে বাৰে নিৰ্মাণ কৰা হয়, সেইদৰে অগ্নি মন্দিৰৰ ক্ষেত্ৰটো ঘটিছে। এতিয়াও বিদ্যমান সিসকলে অন্যান্য সহস্ৰ-সহস্ৰ মন্দিৰৰ স্মৃতি জগাই তোলে। যিবোৰৰ নামটোহে বাকী ৰখা হ'ল, যিবোৰৰ আজি কোনো চিন-মোকাম নাই নাইবা যিবোৰ মছজিদত পৰিণত কৰা হ'ল।

## ছাহী বংশ হিন্দু ভাৰতীয়

ইৰাণৰ ছাহী (ৰাজঘৰীয়া) পৰিয়াল— পহলৱী হিন্দু, ক্ষত্ৰিয় ভাৰতীয় পৰিয়াল। পহলৱী নামটো পোনপ্ৰথমে ৰামায়ণ বশিষ্ঠৰ কামধেনু অপহৰণ কৰিবলৈ চেষ্টা কৰা প্ৰসঙ্গত পোৱা যায়। বিক্ৰমাদিত্যৰ সময়ত আমি আকৌ এই নামটো পাওঁ। পহ্লৱসকলে পহলৱী-সকলৰে এটা উপশাখা। এই নামটো মহাভাৰততো পোৱা যায়। তেওঁলোকৰ ৰাজচিহ্ন সিংহ আৰু উদীয়মান সূৰ্য্যও ভাৰতীয়— এই চিহ্নটো সমৰ কন্দত তৈমুৰ লঙৰ তথা কথিত কবৰটো পোৱা যায় আৰু তাৰ সংস্কৃত নাম সুৰ-সাদূল অৰ্থাৎ সূৰ্য্য শাৰ্দূল বুলি তাক অভিহিতো কৰা হয়। আধুনিক ইছলামীয় পৰম্পৰাৰ বাবে এই নামটো ইমান বেছি বিদেশী যে ৰুশ মাৰ্গদৰ্শক যিয়ে সকলো দৰ্শনাৰ্থীক ইয়াক 'সুৰ-সাদূল' বুলি কয়। তাৰ অৰ্থৰ ক্ষেত্ৰত থকা অজ্ঞানক মূৰ দোৱাই গ্ৰহণ কৰে। কিন্তু যি কোনো ভাৰতীয়ৰ কাৰণে এই অৰ্থ একেবাৰে স্পষ্ট। ইৰাণৰ বিৰুদ্ধে ইছলাম আক্ৰমণ আৰম্ভ হোৱাৰ সময়ত সাধাৰণ জনতাৰ এটা ডাঙৰ ভাগ ভাৰতলৈ আহিছিল। এওঁলোকক পাৰ্চী বুলি কোৱা হয়। ইতিহাসত এই কথাৰো উল্লেখ আছে যে ইৰাণৰ ৰাজ-পৰিয়ালেও ইৰাণ ত্যাগ কৰিবলৈ আৰু ভাৰতলৈ আহিবলৈ চিন্তা কৰিছিল। সকলো দেশে ভাৰতলৈ আহি আশ্ৰয় ল'বলৈ আকাংক্ষা কৰা কথাই এইটোকে প্ৰমাণ কৰে যে সেইসকলো দেশে য'ত বেদপাঠ কৰা হৈছিল, অগ্নি আৰু অন্যান্য হিন্দু দেৱতাৰ পূজা হৈছিল আৰু হিন্দু কৰ্ম-কাণ্ড অনুষ্ঠিত হৈছিল। নিজক ভাৰতৰ সাংস্কৃতিক আৰু ধাৰ্মিক সূত্ৰত আবদ্ধ বুলি অনুভৱ কৰিছিল।

## পুৰাণৰ প্ৰসঙ্গ নিতান্ত সত্য

এই সকলো সাক্ষ্য, এই কথাৰ স্পষ্ট প্ৰমাণ যে ভাৰতীয় ক্ষত্ৰিয়সকলৰ দিগ্‌বিজয় বিশ্ব-বিজয়ৰ পুৰাণত থকা প্ৰসঙ্গত নিতান্ত কল্পনা মাত্ৰ নহয় বৰঞ্চ সত্য ঘটনা, বাস্তৱিক ঘটনা। দুৰ্ভাগ্যৱশতঃ পশ্চিম এশিয়াত ভাৰতীয় বিজয়ৰ এই অধ্যায় বিলুপ্ত হৈছে, আৰু ফলস্বৰূপে বিস্মৃত হৈ যাবলৈ ধৰিছে। প্ৰচলিত ইতিহাসৰ পাঠ্যপুথিবোৰত এইবোৰে উচিত স্থান পোৱা উচিত।

## 'স্থান' গুৰুত্বপূৰ্ণ সূত্ৰ

এটা অতি গুৰুত্বপূৰ্ণ সূত্ৰ, পশ্চিম এশিয়াৰ অঞ্চলবোৰৰ নামত বাৰে বাৰে সংস্কৃত 'স্থান' শব্দৰ প্ৰয়োগৰ দ্বাৰা পোৱা যায়। এই ক্ৰমত আমি আফগানিস্থান,

কাফিৰিস্থান ঘৰুচিস্থান, বেলুচিস্থান, পখতুনিস্থান, জৱলিস্থান কুৰ্দিস্থান, তুৰ্কিস্থান (আধুনিক তুৰ্কী), অৰ্বস্থান (আধুনিক আৰব) তথা বহুতবোৰ 'স্থান' পাওঁহক। ইয়াৰ লগতে আমি আগতেই দেখি আহিছোঁ যে ইৰাণ, বল্‌খ আৰু ইৰাক সংস্কৃত নাম। এইদৰে 'অক্সাছ' নদী আৰু অক্সাৰ্নিয়াৰ ব্যুৎপত্তি হৈছে সেই অঞ্চলৰ প্ৰাচীন সংস্কৃত নাম 'অশ্চক'ৰ পৰা!

## সংস্কৃত ভাষাত শাসনৰ প্ৰমাণ

সেই অঞ্চলবোৰত যে ভাৰতীয় শাসন চলিছিল, তাক প্ৰমাণ কৰিবলৈ আমি এটা সমসাময়িক দৃষ্টান্ত লওঁহঁক। আমি আমাৰ যুগত বিভিন্ন স্থানক দিয়া গ্ৰীনলেণ্ড, আইচ্‌লেণ্ড, ইংলেণ্ড, বসুতোলেণ্ড, বুখানালেণ্ড, ত্নোঘালীলেণ্ডৰ দৰে শব্দ পাওঁ। এই নামবোৰ ইতিহাসত স্থায়ী হোৱাৰ কাৰণ হৈছে, ইংৰাজী ভাষীলোকসকলে বিশ্বৰ এটা বিশাল অঞ্চলত শাসন কৰিছিল। যদি আমি ধৰি লওঁ যে আজিৰ পৰা ৫,০০০ হাজাৰ বছৰ পিছত সকলো ঐতিহাসিক তথ্য অস্পষ্ট নাইবা বিলুপ্ত হৈ যায়, তথাপি 'লেণ্ড' শব্দৰ বাৰে বাৰে প্ৰয়োগ আৰু ব্যাপ্তিয়ে, সত্যৰূপত কোনোবা ভাৱী ইতিহাস ৰচকক এই সিদ্ধান্তত উপনীত হোৱাৰ সুযোগ দিব যে ইংৰাজ জাতিয়ে এসময়ত বিশ্বৰ অধিকাংশ ভূ-ভাগত ৰাজ্য শাসন কৰিছিল। এইদৰে 'স্থান' শব্দৰ বাৰম্বাৰ প্ৰয়োগ আৰু পৰি ব্যাপ্তিৰ দ্বাৰাও এই সিদ্ধান্তত উপনীত হ'ব পৰা যায় যে এসময়ত উক্ত অঞ্চল বোৰত সংস্কৃত ভাষীসকলৰ ৰাজত্ব আছিল।